অসম সূৰ্য্য শৰৎ চন্দ্ৰ সিংহ

# জীৱন আৰু কৃতি

সম্পাদনা

হৰেন্দ্ৰ মোহন তালুকদাৰ

**অসম সূৰ্য্য শৰৎ চন্দ্ৰ সিংহ ; জীৱন আৰু কৃতি**— অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী জননেতা শৰৎ চন্দ্ৰ সিংহৰ জীৱন আৰু কৰ্মৰাজিৰ ওপৰত যুগুতোৱা কেইটিমান প্ৰবন্ধ সংগ্ৰহ, হৰেন্দ্ৰ মোহন তালুকদাৰ, এম.এ., এম.এড., ডি.জে., ডি.পি.আৰ., গোপীনাথ নগৰ, বিৰুবাৰী, গুৱাহাটী-১৬ৰ দ্বাৰা সম্পাদিত। মূল্য ঃ ১৫০.০০ টকা মাত্ৰ

**প্ৰকাশক ঃ**
শ্ৰী অভিজিৎ তালুকদাৰ, বি.এ
'নিৰ্ম্মল প্ৰকাশন', ডাক-গোপীনাথ নগৰ,
বিৰুবাৰী, গুৱাহাটী-৭৮১ ০১৬।



**প্ৰথম প্ৰকাশ ঃ**
এপ্ৰিল, ২০০৫

**বেটুপাত ঃ**
শ্ৰী জ্যোতিৰিন্দ্ৰজিৎ তালুকদাৰ

**মূল্য ঃ**
১৫০.০০ টকা মাত্ৰ

**মূদ্ৰক ঃ**
**বৰুৱা অফছেট**
মাদাৰ টেৰেছা ৰোড, হাতীগড় চাৰিআলি,
গুৱাহাটী - ৭৮১ ০২১
দূৰভাষ ঃ ০৩৬১-২৪১৭৭৭০

# সজল স্মৃতিত



পৃথিৱীত খুব কমেইহে বোধহয় এনেকুৱা ঘটনা ঘটে য'ত সৃষ্টিকৰ্ত্তাক তেওঁৰ চিৰ আকাংক্ষিত তথা মহত্তম সৃষ্টিক তেওঁৰ নামতে উছৰ্গা কৰিবলগা হয়।

আজন্মকাল কলমক সাৰথি কৰি অনেক মহৎ সৃষ্টিৰ দ্বাৰা সাহিত্য সমাজত প্ৰসিদ্ধি লাভ কৰা তালুকদাৰদেৱৰ জীৱনৰ সবাতোকৈ আকাংক্ষিত লক্ষ্য আছিল বোধহয় সিংহদেৱৰ জীৱন আৰু কৰ্মক যুগমীয়া কৰি ৰাখিবলৈ এখন পূৰ্ণ কলেবৰৰ গ্ৰন্থ প্ৰণয়ন কৰাটো। সেইবাবেই হয়তো উপৰ্যুপৰি দুটা গুৰুতৰ দুৰ্ঘটনাত পতিত হৈ বহুখিনি শাৰীৰিক সক্ষমতা হেৰুৱায়ো **'অসম সূৰ্য্য শৰৎ চন্দ্ৰ সিংহ জীৱন আৰু কৃতি'**— এই গ্ৰন্থখনি প্ৰায় সম্পূৰ্ণ কৰি নিজৰ অজেয় ইচ্ছা শক্তিৰ পৰিচয় দিছিল।

কিন্তু ইপ্সিত লক্ষ্যৰ সেই অন্তিম স্থানত উপনীত হোৱাৰ খন্তেক আগেয়ে অতি আকস্মিকভাৱে আমাক আটাইকে বজ্ৰাহত কৰি তেওঁ আতৰি গ'ল। সেয়া হ'লেও অমৃতৰ অবিৰত যাত্ৰী হৰেন্দ্ৰ মোহন তালুকদাৰদেৱৰ আত্মাৰ অমল জ্যোতিয়ে তেওঁৰ অনুৰাগীসকলক এই গ্ৰন্থখনি প্ৰকাশ কৰি উলিয়াবলৈ বাট দেখুৱালে। সেয়েহে তেওঁৰ এই চিৰকাংক্ষিত আৰু মহত্তম সৃষ্টিক তেওঁৰ নামত অৰ্পণ কৰি আমি তেওঁ লৈ প্ৰণিপাত জনাইছো।

হৰেন্দ্ৰ মোহন তালুকদাৰদেৱৰ স্মৃতি আমাৰ বাবে চিৰ জাগ্ৰত সত্তা হৈ থাকিব।

**তৰুণ গগৈ**

**মুখ্যমন্ত্ৰী**

**অসম**



দিশপুৰ

তাং ০২-১১-২০০৪



# শুভেচ্ছা বাণী

অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, প্ৰবীণ ৰাজনীতিজ্ঞ, নিকা ভাবমূৰ্ত্তিৰ নীতি-নিষ্ঠ ব্যক্তি শৰৎ চন্দ্ৰ সিংহৰ জীৱন আৰু কৰ্মৰাজি সম্বলিত এখন গ্ৰন্থ প্ৰকাশৰ বাবে তেখেতৰ শুভাকাংক্ষীসকলে লোৱা উদ্যোগ আৰু প্ৰচেষ্টাৰ মই শলাগ লৈছো।

আশা কৰোঁ, গ্ৰন্থখনিয়ে স্বনামধন্য শৰৎ চন্দ্ৰ সিংহৰ সামাজিক আৰু ৰাজনৈতিক জীৱনৰ বিভিন্ন দিশ তথা তেখেতৰ সততাৰ আদৰ্শক যথোচিতভাৱে উন্মোচনৰ জৰিয়তে নতুন প্ৰজন্মক দেশ আৰু সমাজ সেৱাত নিস্বাৰ্থভাবে আত্মনিয়োগ কৰাত অনুপ্ৰেৰণা যোগাব।

গ্ৰন্থখনি সৰ্বাঙ্গসুন্দৰ ৰূপত প্ৰকাশ পাব বুলি আন্তৰিকতাৰে কামনা কৰিলো।

(তৰুণ গগৈ)

মুখ্যমন্ত্ৰী, অসম

**ডাঃ ভূমিধৰ বৰ্ম্মণ**
স্বাস্থ্য, পৰিয়াল কল্যাণ
আৰু উচ্চ শিক্ষা মন্ত্ৰী, অসম।
দিশপুৰ, গুৱাহাটী - ৬





## — শ্ৰদ্ধাবাক্ —

বিশিষ্ট সাহিত্যিক, সাংবাদিক আৰু সমাজ সেৱক হৰেন্দ্ৰ মোহন তালুকদাৰৰ মুখ্য সম্পাদনাত প্ৰখ্যাত গান্ধীবাদী নেতা প্ৰবীণ ৰাজনীতিজ্ঞ, নীতিনিষ্ঠ, নিকাভাৱ মূৰ্ত্তিৰ, সু-সাহিত্যিক, সুকবি, স্থিতপ্ৰজ্ঞ অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, আমাৰ সকলোৰে শ্ৰদ্ধা আৰু স্নেহৰ নটা দশক গৰকা চিৰ তৰুণ যুৱক পৰম শ্ৰদ্ধেয় মাননীয় শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱৰ জীৱন আৰু কৃতিৰ এখন "অভিনন্দন গ্ৰন্থ" প্ৰকাশ হ'ব বুলি জানিবলৈ পাই নথৈ আনন্দিত হৈছোঁ, যদিও এইখন গ্ৰন্থ বহুত দিন আগতেই প্ৰকাশ হ'ব লাগিছিল। কিয়নো গুণীজনাই তেখেতৰ ৰাজহুৱা স্বীকৃতি পালে জীৱনৰ শেষ মুহূৰ্ত্তলৈকে নিষ্ঠাৰে সৈতে মানৱ সেৱাৰ কামত আগবাঢ়ি যোৱাৰ অনুপ্ৰেৰণা পায়।

ৰাজ্যখনৰ মুখ্যমন্ত্ৰী হিচাবে সুখ্যাতিৰে ৬ বছৰৰো অধিক কাল কাৰ্য্যনিৰ্ব্বাহ কৰা সিংহ চাৰে আজিও নৱৈ বছৰ অতিক্ৰম কৰাৰ পিছতো চিটি বাছ, ৰেল, মটৰ আদিৰে ঘূৰি ফুৰা দেখিলে বিস্মৃত হওঁ। সাংসাৰিক সুখ-সমৃদ্ধিৰ প্ৰতি নিৰাসক্ত, অনাড়ম্বৰ জীৱন-যাপনে তেখেতক ঋষিতুল্য কৰিছে।

মাননীয় সিংহ ছাৰ এক অদ্বিতীয় মহান ব্যক্তিত্ব। তেখেত সমস্ত জীৱন মানৱ সেৱাতেই ব্ৰতী হৈ আছে। তেখেতৰ মনোবৃত্তি অতুলনীয় আদৰ্শ-সমৃদ্ধ। তেখেতৰ মুখ্যমন্ত্ৰীত্বৰ সময়ছোৱাত সহকৰ্ম্মী হিচাবে কাম কৰিবলৈ সুযোগ পোৱা বাবে নিজকে ধন্য মানিছোঁ আৰু তাৰ বাবে আজিও গৌৰৱ অনুভৱ কৰো। ঘৰৰ পৰা মাতি নি তেখেতৰ মন্ত্ৰী সভাৰ সদস্য কৰাৰ বাবে চিৰদিন কৃতজ্ঞ হৈ থকিম। তেখেতৰ মন্ত্ৰীসভাৰ সদস্য সকলৰ কামত মুঠেই হস্তক্ষেপ নকৰাটো আছিল এটা বিশেষ বৈশিষ্ট্য। শ্ৰদ্ধেয় সিংহ চাৰে দৰিদ্ৰ, বঞ্চিত আৰু পিছপৰা লোকসকলৰ উত্থানৰ বাবে গোটেই জীৱন চেষ্টা কৰি আহিছে। তেখেতে যিকোনো সাম্প্ৰদায়িক ধ্যান ধাৰণাৰ উৰ্দ্ধত এখন শ্ৰেণীহীন সমাজৰ সপোন দেখিছিল আৰু গোটেই জীৱন তাক বাস্তবায়িত কৰাৰ বাবে সংগ্ৰাম কৰি আহিছে। আশা কৰো, গ্ৰন্থখনে তেখেতৰ কৰ্ম্মময় জীৱন আৰু সাধনাৰ স্বাক্ষৰ বহন কৰিব। ভগৱানৰ ওচৰত সিংহ ছাৰৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ।

শ্ৰীভূমিধৰ বৰ্ম্মণ
(ডাঃ ভূমিধৰ বৰ্ম্মণ)

শ্ৰী পৃথিবী মাঝি
অধ্যক্ষ
অসম বিধান সভা
দিছপুৰ, গুৱাহাটী



০৩৬১-২৬১৩৭১ (কাৰ্য্যালয়)
০৩৬১-২৬০১০৬ (বাস ভৱন)
০৩৬১-২৬১১৬১ ( " )
০৩৬১-২৬০৫৬৫ (ফেক্স)

তাৰিখ ১৪-১২-২০০৪



## শুভ কামনা

মই জানিবলৈ পাই অত্যন্ত সুখী হৈছো যে প্ৰবীণ ৰাজনীতিবিদ গান্ধীবাদী, চিন্তাবিদ অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াৰ বিশাল কৰ্ম জীৱন আৰু কৃতি সম্বলিত এখনি গ্ৰন্থ তেখেতৰ গুণমুগ্ধ অগ্ৰজ আৰু অনুজসকলে সম্পাদনা কৰি প্ৰকাশ কৰাৰ আয়োজন কৰিছে।

অসমৰ সাম্প্ৰতিক সমাজ জীৱনত শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়া এগৰাকী অতি গুৰুত্বপূৰ্ণ ব্যক্তি। অসমৰ ইতিহাসৰ এক গুৰুত্বপূৰ্ণ সময়ত তেখেতে ১৯৭১ চনৰ পৰা ১৯৭৮ চনলৈ অসমৰ মুখ্যমন্ত্ৰীত্বৰ গুৰু দায়িত্ব বহন কৰিছিল। ৰাজনীতিজ্ঞ শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াতকৈ তেখেতৰ ব্যতিক্ৰমধৰ্মী ব্যক্তিত্ব, নৈতিক মহত্ব আৰু গভীৰ আদৰ্শ নিষ্ঠাই অসমৰ ৰাইজক সদায়েই মুগ্ধ কৰি ৰাখিছে। এই গৰাকী মহান কৰ্মযোগী পুৰুষে তেখেতৰ ওৰে জীৱন, কথা আৰু কামৰ মাজত সংগতি ৰাখিবলৈ আহোপুৰুষাৰ্থ কৰি আহিছে। দেশ আৰু দহৰ কল্যাণক তেখেতে সদায়েই আগস্থান দি আহিছে। ব্যক্তিগত জীৱনৰ সুখ-স্বাচ্ছন্দকো নেওচি সমাজৰ হিতৰ স্বাৰ্থতহে সদায়েই প্ৰাধান্য দিয়া সিংহ ডাঙৰীয়াই অসমৰ ৰাজনীতি আৰু সমাজ জীৱনলৈ আগবঢ়োৱা প্ৰভূত অৱদান অতুলনীয়।

মোৰ দৃঢ় বিশ্বাস যে, এই গৰাকী মহান পুৰুষৰ ওপৰত যুগুতাবলৈ লোৱা গ্ৰন্থখনি বিভিন্ন অভিজ্ঞতাপুষ্ট লেখক চিন্তাবিদৰ লেখনীৰে এখনি সৰ্বাঙ্গ-সুন্দৰ গ্ৰন্থ ৰূপে প্ৰকাশ পাব। গ্ৰন্থখনিৰ সম্পাদনাৰ মুখ্য দায়িত্বত থকা শ্ৰীযুত হৰেন্দ্ৰ মোহন তালুকদাৰ ডাঙৰীয়ালৈ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰি সম্পাদনা সমিতিৰ এই মহৎ উদ্যোগৰ মই সম্পূৰ্ণ সফলতা কামনা কৰিলো।

(পৃথিবী মাঝি)

**শ্ৰী শৰৎ বৰকটকী**
মন্ত্ৰী, গড়কাপ্তানী
দিশপুৰ, গুৱাহাটী-৭৮১ ০০৬



ফোন নং-২২৬০৫০৩ (জনতা ভৱন)
২২৬২২২১ (বাস ভৱন)



দিশপুৰ
তাং ১৯-০৫-২০০৪ ইং

# শুভেচ্ছা বাণী

অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহৰ জীৱন আৰু কাৰ্য্যাৱলীৰ ওপৰত আলোকপাত কৰি এখন গ্ৰন্থ প্ৰকাশৰ প্ৰস্তুতি চলোৱাৰ বাবে উদ্যোক্তাসকলৰ প্ৰতি মই ধন্যবাদ জনাইছো।

এই গ্ৰন্থখনে প্ৰবীণ ৰাজনীতিজ্ঞ, নীতিনিষ্ঠ গান্ধীবাদী নেতা গৰাকীৰ নৈতিকতা, দূৰদৰ্শিতা, বহুমুখী প্ৰতিভা আৰু সংগ্ৰামী জীৱনৰ প্ৰমূল্যবোধক মূল্যাংকণ কৰাত নতুন প্ৰজন্মক অনুপ্ৰাণিত কৰিব বুলি আন্তৰিকতাৰে কামনা কৰিলো।

উদ্যোক্তাসকলৰ এনে প্ৰশংসনীয় পদক্ষেপৰ সফলতা কামনা কৰাৰ লগতে গ্ৰন্থখনিয়ে সকলো শ্ৰেণী ৰাইজ আৰু পাঠক সমাজৰ পৰা সমাদৰ লাভ কৰিব বুলি আশা ৰাখিলো।

(শৰৎ বৰকটকী)

# আগকথা

এসময়ত মহাত্মা গান্ধী, নেতাজী সুভাষ চন্দ্ৰ বসু, তৰুণ ৰাম ফুকন, কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ প্ৰভৃতিৰ আদৰ্শ অনুসৰণ কৰিবলৈ ল'ৰা-ছোৱালীক কোৱা হৈছিল। তেনে ব্যক্তি এতিয়া দুৰ্লভ হৈ পৰিল। দৰাচলতে স্বাধীনোত্তৰ কালছোৱাত এক নতুন আদৰ্শ গঢ়ি তুলিবলৈ ৰাজনৈতিক আৰু বৌদ্ধিক নেতৃত্ব ব্যৰ্থ হ'ল। সামাজিকভাৱে দায়বদ্ধ লোকৰ অভাৱৰ হেতুকে আমাৰ সমাজ এইদৰে আদৰ্শহীনতাত ভুগিছে। মহাত্মা গান্ধীয়ে যুৱ সমাজক দিয়া বাণীটো হ'ল 'মোৰ জীৱনেই মোৰ বাণী।' অৰ্থাৎ তেওঁৰ কথা আৰু কামৰ মাজত কোনো ধৰণৰ পাৰ্থক্য নোহোৱা হেতুকেই মহাত্মা নিজৰ কৰ্মৰাশিকেই অনুসৰণ কৰিবলৈ দেশবাসীলৈ আহ্বান জনাইছিল।

শেহতীয়াকৈ অমিয় কুমাৰ দাস, বিজয় চন্দ্ৰ ভাগৱতী আৰু পুষ্পলতা দাসৰ বিদায়ৰ পাছত শ্ৰী শৰৎ চন্দ্ৰ সিংহই নীতিনিষ্ঠ ব্যক্তিত্বৰ ধাৰাটোৰ উত্তৰাধিকাৰী হিচাপে আমাৰ সমাজত তেনে ধৰণৰ বাণী আগবঢ়োৱাৰ অধিকাৰ লাভ কৰিছে। অসমবাসীৰ পৰম সৌভাগ্য যে সৎ ব্যক্তিত্বৰ অধিকাৰী বুলি ক'লে কাক বুজায় সেই কথা আঙুলিয়াবলৈ মানুহ এজন আছে আৰু সেইজনেই শ্ৰী শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়া। সেই বুলি সামাজিক সমস্যাসমূহৰ পৰা নিজকে আঁতৰত ৰাখি নিজস্ব ভাবমূৰ্তি প্ৰদৰ্শন কৰিবলৈ লোৱা ব্যক্তিগৰাকী শৰৎ চন্দ্ৰ সিংহ নহয় ; বৰঞ্চ শ্ৰী সিংহ ডাঙৰীয়াই গোৱালপাৰা জিলাখনক অসমৰ পৰা বিচ্ছিন্ন কৰি পশ্চিমবংগত অন্তৰ্ভুক্ত কৰিবলৈ চলোৱা ষড়যন্ত্ৰক ওফৰাবলৈ চলোৱা চেষ্টাৰ সময়ৰ পৰাই ৰাজ্যখনে সন্মুখীন হোৱা প্ৰতিটো সমস্যাৰ সম্পৰ্কত মাত মাতি আহিছে। অৱশ্যে তেওঁ সকলো সময়তে যে জনস্ৰোতত উটি-ভাঁহি যাবলৈ বিচৰা নাছিল তাৰ প্ৰমাণ অবৈধ বিদেশী বিতাড়ন

আন্দোলনৰ সময়ত লোৱা ভূমিকাই প্ৰমাণ কৰে। জীৱন্ত কিম্বদন্তীস্বৰূপ শ্ৰী সিংহ ডাঙৰীয়া এগৰাকী সুবক্তা আৰু সু-লেখক। সমসাময়িক ঘটনাৰ ওপৰত তেওঁ লেখা ভালেমান প্ৰবন্ধত গঠনমূলক চিন্তা-চৰ্চাৰ স্ফুৰণ হোৱা দেখিবলৈ পোৱা গৈছে। অদম্য কৰ্মশক্তিৰ আধাৰ স্বৰূপ শ্ৰী সিংহ ডাঙৰীয়া এগৰাকী কবিও। অৱশ্যে কিহৰ বাবে তেওঁ কাব্যিক প্ৰতিভাৰ বিকাশ ঘটাবলৈ নিবিচাৰিলে সেইটো জনা নাযায়। দৰাচলতে কাব্য ৰচনাত যথোচিত মনোযোগ দিয়া হ'লে আমি শ্ৰী সিংহৰ মাজত এগৰাকী বিশিষ্ট কবি হয়তো পালোহেঁতেন।

সাধাৰণ মানুহৰ স'তে সততে নিজকে অংশীদাৰ কৰিবলৈ বিচৰা এই গৰাকী জননেতাৰ জীৱনৰ কৰ্মৰ আধাৰত এখনি অভিনন্দন গ্ৰন্থ প্ৰণয়ন কৰিবলৈ লোৱাটো অতিকৈ আনন্দৰ কথা। এই প্ৰচেষ্টা বিশিষ্ট সমাজকৰ্মী আৰু শ্ৰী সিংহ ডাঙৰীয়াৰ অনুগামী হৰেন্দ্ৰ মোহন তালুকদাৰে লৈছিল আৰু অশেষ কষ্ট কৰি সংকলনটিৰ কাম সমাপ্ত কৰাৰ পাছতে আকস্মিকভাৱে তেওঁ ইহলীয়া সম্বৰণ কৰে। এই চেগতে আমি সৰল হৃদয়ৰ প্ৰয়াত তালুকদাৰৰ পবিত্ৰ স্মৃতিত শ্ৰদ্ধা নিবেদন কৰিছো। তালুকদাৰৰ আশীষ লৈয়ে তেওঁৰ সুযোগ্যা সহধৰ্মিনী শ্ৰীমতী ললিতাময়ী তালুকদাৰে পুথিখনি ৰাইজৰ সন্মুখলৈ উলিয়াই দিয়াৰ দায়িত্ব বহন কৰিছে। তাৰ বাবে তেওঁ আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰী হৈছে। অভিনন্দন গ্ৰন্থখনি অসমবাসীয়ে আদৰি ল'ব বুলি আশা কৰিলো।

অফুৰন্ত কৰ্মশক্তিৰ গৰাকী শ্ৰী শৰৎ চন্দ্ৰ সিংহদেৱৰ মৃত্যুঞ্জয় হওঁক। এয়ে কামনা—

(কনকসেন ডেকা)
৯/১১/২০০৪

সভাপতি, অসম সাহিত্য সভা

# সম্পাদকৰ টোকা

আদৰ্শবান ৰাজনীতিবিদ, সততা, নিষ্ঠা আৰু ত্যাগৰ প্ৰতীক, সিংহপুৰুষ, নটাদশক গৰকা তৰুণ যুৱক শৰৎ চন্দ্ৰ সিংহদেৱৰ জীৱন জিজ্ঞাসা যুগুতাৱলৈ যোৱাটো আমাৰ বাবে খুবেই দুৰূহ কাম। আনহাতে সিংহদেৱৰ দৰে প্ৰচাৰবিমুখ, স্পষ্টবাদী ব্যক্তি এজনৰ পৰা অনুমতি পোৱাটো আছিল তাতোকৈ কঠিন। কিন্তু কলেজত পঢ়া দিনতেই সিংহদেৱৰ অসাধাৰণ ব্যক্তিত্ব, নিস্বাৰ্থ জাতীয় প্ৰেম, দুৰ্নীতিহীন ৰাজনৈতিক জীৱনৰ লগতে অনাড়ম্বৰ জীৱন ধাৰণৰ পদ্ধতিৰ প্ৰতি আকৃষ্ট হৈ সময় সুবিধা পালেই তেখেতৰ জীৱন আৰু কৃতি ভিত্তিক কিতাপ এখন যুগুতোৱাৰ মনতে পুহি ৰখা অদম্য আগ্ৰহৰ বাবেই আজিৰ পৰা কেইমাহমান পূৰ্ব্বে তেনে এটা কাম হাতত লবৰ মৰসাহ কৰিছিলো। অৱশ্যে এই ক্ষেত্ৰত মোৰ অগ্ৰজপ্ৰতীম আৰু পথ পদৰ্শক মাননীয় ডাঃ ভূমিধৰ বৰ্মণদেৱৰ অনুপ্ৰেৰণা আৰু সৰ্ব্বতোপ্ৰকাৰে সহায় কৰাৰ বাবে তেখেতে দিয়া প্ৰতিশ্ৰুতিয়ে যথেষ্ট উৎসাহিত কৰিছিল। মোৰ বন্ধু শ্ৰীযুত পুণ্যধৰ চেতিয়াফুকনদেৱ আৰু ৰোহিনী কুমাৰ শৰ্মাদেৱৰ বৰঙণি অপৰিসীম। শ্ৰীযুত সিংহদেৱৰ নিচেই ওচৰ চাপিবৰ সুবিধা পোৱাৰ বাবেই প্ৰত্যক্ষ অনুমতি অবিহনেই জীৱনী প্ৰকাশৰ কাম হাতত লৈ লেখা আহ্বান কৰি কেইবাখনো 'আগশাৰীৰ বাতৰি কাকতত এদিন বিজ্ঞাপন প্ৰচাৰ কৰিলো। আশ্চৰ্য্যজনকভাবে বিজ্ঞাপন প্ৰচাৰ কৰাৰ কেইসপ্তাহমানৰ ভিতৰত নবীন-প্ৰবীন ভালেমান লেখকৰ লিখনি আমাৰ হাতত পৰিলহি। এই লিখনিসমূহত প্ৰকাশ পাই উঠা প্ৰতিজন অসমীয়া-অনাঅসমীয়া ব্যক্তিৰ শৰৎ চন্দ্ৰ সিংহ প্ৰতি থকা ভক্তি আৰু শ্ৰদ্ধাত আমি অভিভূত হৈ পৰিছিলো।

এনেকি সু-সাহিত্যিক সাংবাদিক, ৰাজনীতিবিদ, সুদক্ষ প্ৰশাসনীয় বিষয়া যাৰেই ওচৰ চাপিছো তেৱেঁই দিহা-পৰামৰ্শ লেখা আদিৰে উৎসাহিত কৰিছে।

জ্ঞাত-অজ্ঞাত, নবীন-প্ৰবীনৰ লিখনি, শুভাকাঙ্খী বন্ধু-বান্ধৱৰ দিহা-পৰামৰ্শ আৰু আত্মীয় স্বজনৰ সহায় সহযোগিতাৰ ফল এই 'অসম সূৰ্য্য শৰৎ চন্দ্ৰ সিংহৰ জীৱন আৰু কৃতি।'

ৰাইজে লিখিছে, ৰাইজে পঢ়ক, অন্ততঃ বুজক কিবোৰ গুণৰ বাবে শৰৎ চন্দ্ৰ সিংহদেৱ আজি অসম তথা ভাৰতৰ ৰাজনীতিত এজন নমস্য নৈতিক শক্তিত বলীয়ান আদৰ্শনিষ্ঠ ব্যক্তি হিচাবে সকলোৰে পৰিচিত। শ্ৰী সিংহদেৱে মুখ্যমন্ত্ৰীত্ব কালত আৰু তাৰ উত্তৰোত্তৰ আৰু পৰবৰ্ত্তী কালত কিনো কৰিলে তাৰো আভাস পাওঁক। এইবোৰেই হৈছে এই কিতাপখন যুগুতোৱাৰ মুখ্য উদ্দেশ্য।

অকল গুৱাহাটীতে নহয় অসমৰ বিভিন্ন প্ৰান্তৰ লগতে ভাৰতৰ বিভিন্ন প্ৰদেশৰ সভাই সমিতিয়ে ৰেল আৰু বাছেৰে অংশ গ্ৰহণ কৰি ঘূৰি ফুৰা এই বৰ্ষীয়ান গান্ধীবাদী নেতাজনে ১৯১৪ চনৰ জানুৱাৰী মাহৰ ১ তাৰিখে অভিভক্ত গোৱালপাৰা জিলাৰ চাপৰৰ ভকতপাৰা নামৰ এখন অতি পিছপৰা সৰু-গাঁৱত, এটি সম্ভ্ৰান্ত দুখীয়া খেতিয়ক পৰিয়ালত জন্মগ্ৰহণ কৰিছিল। তেওঁৰ দেউতাক লালসিং সিংহই নিজে হালৰ মুঠিত ধৰি খেতি কৰিছিল। মাতৃৰ নাম আছিল আয়াসিনী সিংহ। এই বয়সতো সিংহৰ আছে ব্যস্ত সামাজিক আৰু ৰাজনৈতিক জীৱন, তাৰ মাজতো বন্ধু-বান্ধৱ আৰু আপোন মানুহৰ আপদ-বিপদত খা-খবৰ ল'বলৈ নাপাহৰে। এইখিনিতে এটা কথা উল্লেখ কৰিব বিচাৰিছো, ২০০৩ চনৰ মে' মাহৰ ১৯ তাৰিখে ৰাজ্য চৰকাৰৰ দুই বছৰ পূৰ্তি উপলক্ষে জজ খেলপথাৰত অনুষ্ঠিত হোৱা সমাৰোহত যোগ দিবলৈ যাওঁতে খেলপথাৰৰ নিচেই কাষতে পথ দুৰ্ঘটনাত গুৰুতৰভাৱে আঘাতপ্ৰাপ্ত হৈ আমি বহুত দিন গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ চিকিৎসালয়ত চিকিৎসাধীন হৈ থাকিবলগীয়া হৈছিল। সেই সময়ত তলৰ কোনো কোঠালী খালী নথকা বাবে চতুৰ্থ মহলাৰ কোঠা এটিত আমি থাকিবলগীয়া হৈছিল। খবৰটো শুনাৰ লগে লগে এই বৰ্ষীয়ান নেতাজনে ৯০ বছৰ বয়সতো চিৰি বগাই গৈ চতুৰ্থ মহলাত আমাৰ খা-খবৰ লৈছিল। সেইজনেই সকলোৰে প্ৰিয় আৰু শ্ৰদ্ধাৰ নেতা শৰৎ চন্দ্ৰ সিংহ।

এই সৎ, উত্তম পুৰুষ ব্যক্তিজনে অসমৰ ৰাজনৈতিক সন্ধিক্ষণত ১৯৭১ চনৰ ৩১ ডিচেম্বৰৰ পৰা ১৯৭৮ চনৰ ১২ মাৰ্চলৈকে মুঠতে ৬ বছৰ ২ মাহ ১২ দিন অসমৰ মুখ্যমন্ত্ৰী হিচাপে সফলতা আৰু দক্ষতাৰে কাৰ্যনিৰ্বাহ কৰিছিল। আধুনিক অসমৰ ৰাজনৈতিক ইতিহাসত সিংহ পুৰুষ শৰৎ চন্দ্ৰ সিংহ এগৰাকী অতি গুৰুত্বপূৰ্ণ ব্যক্তি হিচাপে চিহ্নিত হৈ থাকিব। কাৰণ অসমৰ ৰাজনীতিত ১৯৬৮ চনৰ পৰা ১৯৭৮ চনলৈ প্ৰায় এক যুগ কাল শৰৎ সিংহৰ যুগ বুলি ক'ব পাৰি। এইজন নেতাক ১৯৮৯ চনত কেন্দ্ৰত বিশ্বনাথ প্ৰতাপ সিঙৰ নেতৃত্বত ৰাষ্ট্ৰীয় মৰ্চাৰ চৰকাৰ গঠন

হোৱাৰ পাছত মহাৰাষ্ট্ৰৰ নিচিনা উন্নত ৰাজ্য এখনৰ ৰাজ্যপালৰ পদ যচা হৈছিল যদিও তেওঁ অসমৰ দুখীয়া জনগণৰ স্বাৰ্থত ৰাজ্যপালৰ পদ বিনম্ৰভাৱে প্ৰত্যাখ্যান কৰিছিল। অসমত কংগ্ৰেছ মন্ত্ৰীসভা ভংগ হোৱাৰ পাছত উৰিষ্যাৰ সেই সময়ৰ মুখ্যমন্ত্ৰী বিজু পাটনায়ক আহি তেওঁক জনতা দলত যোগদান কৰাৰ বাবে জনোৱা অনুৰোধ শৰৎ চন্দ্ৰ সিংহই বিনম্ৰভাৱে প্ৰত্যাখ্যান কৰিছিল। সেই সময়ৰ ভাৰতবৰ্ষৰ প্ৰধানমন্ত্ৰীয়ে তেওঁৰ সৰল জীৱনযাত্ৰাক দেশৰ সকলো ৰাজনৈতিক নেতাকেই আদৰ্শ হিচাপে গ্ৰহণ কৰিবলৈ দিয়া পৰামৰ্শও উল্লেখযোগ্য। শৰৎ চন্দ্ৰ সিংহৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কামটো হ'ল অসমৰ ৰাজধানী শ্বিলঙৰ পৰা দিছপুৰলৈ স্থানান্তৰিত কৰা। অসমৰ ৰাজধানী ভৈয়ামলৈ নমাই আনিব লাগে বুলি ১৯৫০ চনৰ পৰাই দাবী কৰা হৈছিল। ১৯৭২ চনৰ ৭ জুনত শ্বিলঙত বহা বিধান সভাৰ অধিৱেশনত ৰাজধানী স্থানান্তৰ কৰা আৰু পৰৱৰ্তী বাজেট অধিৱেশনখন নতুন ৰাজধানী গুৱাহাটীত পতাৰ সিদ্ধান্ত অনুসৰি ১৯৭৩ চনৰ মাৰ্চ মাহত হোৱা বাজেট অধিৱেশন নতুন ৰাজধানী দিছপুৰত বহে। তেওঁ দৃঢ় পদক্ষেপ লৈ ৰাজধানী স্থানান্তৰিত নকৰাহেঁতেন আমি ভাবো আজিলৈকে পঞ্জাৱ আৰু হাৰিয়ানা ৰাজ্যৰ ৰাজধানী চণ্ডীগড়ত থকাৰ দৰে আজিও অসম আৰু মেঘালয়ৰ ৰাজধানী শ্বিলঙতে উমৈহতীয়া হৈ থাকিলেহেঁতেন। উল্লেখযোগ্য যে ১৯৭৭ চনত ন্যস্ত স্বাৰ্থৰ কিছুমান ৰাজনৈতিক নেতাই ৰাজধানী নিৰ্মাণৰ নামত শৰৎ চন্দ্ৰ সিংহই বহুতো টকাৰ দুৰ্নীতি কৰিছে বুলি প্ৰধানমন্ত্ৰী মোৰাৰজী দেশাইক অভিযোগ তুলিছিল। তাৰ কিছুদিনৰ পাছত তেওঁ গুৱাহাটীলৈ আহি মুখ্যমন্ত্ৰীৰ চৰকাৰী বাসভৱনলৈ গৈ দেখিলে যে এখন সাধাৰণ খাট, এটা গাৰু, আঁঠুৱা এখন বিছনা চাদৰ এখন, এটা ষ্টোভ, দুখনমান পুৰণা চকীৰ বাহিৰে একোৱেই নাই।

জনতা ভৱনতো মুখ্যমন্ত্ৰীৰ চৰকাৰী কাৰ্য্যালয়ত পুৰণা চকী কেইখনমান, খালী টেবুল আৰু খিৰিকীবোৰত সাধাৰণ খদ্দৰ কাপোৰৰ পৰ্দা। কাৰ্যালয়ৰ ফাইল সম্পৰ্কত জনাই যে দিনৰ ফাইল দিনে সিদ্ধান্ত লৈ নিৰ্দিষ্ট বিভাগলৈ পঠিয়াই দিয়ে। প্ৰধানমন্ত্ৰী মোৰাৰজী দেশায়ে তেতিয়া দিল্লীলৈ উভতি গৈ কেবিনেট আহ্বান কৰি জনাইছিল যে **মহাত্মা গান্ধী এতিয়াও জীয়াই আছে, সেইজন অসমৰ শৰৎ চন্দ্ৰ সিংহ।** উল্লেখযোগ্য যে দিছপুৰৰ নতুন ৰাজধানী নিৰ্মাণক লৈ উত্থাপিত বহুতো টকাৰ দুৰ্নীতিৰ অভিযোগ তদন্তকাৰী ন্যায়াধীশ জগজিৎ সিঙৰ ওচৰত হাজিৰ হৈ প্ৰদেশখনৰ মুখ্যমন্ত্ৰী হিচাপে সকলো বিষয়া-কৰ্মচাৰীৰ দোষ মূৰ পাতি লোৱাৰ সাহস দেখুৱাই এই সিংহ পুৰুষজনে ন্যায়াধীশক অভিভূত কৰিছিল।

শৰৎ চন্দ্ৰ সিংহই নিজৰ নীতিৰ প্ৰশ্নত কেতিয়াও কাৰো লগতে আপোচ কৰা

নাই। ১৯৭৭ চনৰ নিৰ্বাচনত কেন্দ্ৰত ক্ষমতাচ্যুত হোৱাৰ পাছত ১৯৭৯ চনৰ ২ জানুৱাৰীত কংগ্ৰেছ বিভাজন হয়। ইন্দিৰা গান্ধীৰ নেতৃত্বত ইন্দিৰা কংগ্ৰেছ' আৰু ব্ৰহ্মানন্দ ৰেড্ডীৰ সভাপতিত্বত সমাজবাদী কংগ্ৰেছ বুলি নতুন নাম দিয়ে। ১৯৭৮ চনৰ নিৰ্বাচনত অসম বিধানসভালৈ মাত্ৰ ২৬ জন কংগ্ৰেছ প্ৰাৰ্থী নিৰ্বাচিত হৈছিল। তাৰ ভিতৰত ২৩ জনেই যেতিয়া ইন্দিৰা কংগ্ৰেছত যোগদান কৰিলে, এদিন বিৰুবাৰীৰ প্ৰয়াত লটিচ ৰাভাৰ বাসভৱনত কথা প্ৰসংগত আমি যেতিয়া ১৯৭৯ চনৰ শেষৰ পিনে সিংহদেৱক প্ৰশ্ন কৰিছিলো, তেতিয়া কৈছিল— "মই নিশ্চিত যে এজন ব্যক্তিৰ নামত এটা ৰাষ্ট্ৰীয় দল গঠন হ'ব নোৱাৰে। আৱশ্যক হ'লে মই অকলেই থাকিম।" ইবছেনৰ মতে— "সেইজনেই হ'ল আটাইতকৈ শক্তিশালী ব্যক্তি যিজনে সম্পূৰ্ণ অকলশৰীয়া হ'বলৈ অকণো ভয় নকৰে।" আজিৰ অসম তথা ভাৰতবৰ্ষত এনে কথা ক'ব পৰা ব্যক্তি বোধহয় এজনহে বাকী আছেগৈ। তেওঁ হ'ল শৰৎ চন্দ্ৰ সিংহ। নিজৰ ব্যক্তিগত সুখ-স্বাচ্ছন্দ্যৰ কথা কোনোদিনেই নভবা, দুৰ্নীতিমুক্ত ভীম কৰ্মা শৰৎ চন্দ্ৰ সিংহক অসমৰ মুখ্যমন্ত্ৰী হোৱাৰ আগত আৰু মুখ্যমন্ত্ৰী হৈ থাকোতেও, আনকি মুখ্যমন্ত্ৰিত্ব যোৱাৰ পাছতো আমি ঘনিষ্ঠভাৱে অতি ওচৰৰ পৰা বহুত দিন লগ পাইছো। মুখ্যমন্ত্ৰীৰ নিচিনা পদবীৰ পৰা ওলাই আহি তেওঁ নিজে গঢ়ি অহা চাপৰ হাইস্কুলৰ হেড মাষ্টৰ আৰু চাপৰৰ ভকতগাঁৱৰ ভদ্ৰলোকগৰাকী হৈয়ে সাধাৰণভাৱে জীৱন কটাইছে। সাধাৰণতে দেখা যায় ৰাজনৈতিক ব্যক্তিসকল ক্ষমতাত নাথাকিলে সমাজত কৰ্তৃত্ব হেৰুৱায়। কিন্তু শৰৎ চন্দ্ৰ সিংহৰ ব্যক্তিত্ব আৰু প্ৰকৃত মহত্ব প্ৰকাশ হ'বলৈ আৰম্ভ কৰে তেওঁ ৰাজনৈতিক ক্ষমতা আৰু কৰ্তৃত্ব হেৰুওৱাৰ পাছৰ পৰাহে। সোণ যিমানে পোৰে সিমানে উজ্জ্বল হোৱাৰ নিচিনাকৈ ক্ষমতাৰ পৰা অপসাৰিত হোৱাৰ পাছৰ পৰাহে তেওঁৰ নৈতিক চৰিত্ৰ, মহত্ত্ব আৰু ব্যক্তিত্ব দিনে দিনে উজ্জ্বল হৈ আহে। অসমৰ ৰাজনীতিত বোধহয় শৰৎ চন্দ্ৰ সিংহই একমাত্ৰ ব্যক্তি যিজনৰ জীৱনৰ আটাইতকৈ গৌৰৱোজ্জ্বল কালছোৱা আৰম্ভ হৈছে তেওঁ ৰাজনৈতিকভাৱে ক্ষমতা হেৰুওৱাৰ পাছৰ পৰাহে। এইটো অসম, ভাৰতবৰ্ষ তথা বিশ্বৰ এটা অতি বিৰল ঘটনা।

অবিভক্ত গোৱালপাৰা জিলাৰ পৰা তেওঁ পাঁচবাৰ অসম বিধানসভালৈ নিৰ্বাচিত হৈছিল। সৰ্বভাৰতীয় ৰাজনীতিত প্ৰতিষ্ঠা লাভ কৰা তিনিজন অসমীয়া নেতাৰ ভিতৰত শৰৎ চন্দ্ৰ সিংহও এজন। এইজন ত্যাগী পুৰুষে ১৯৪২ চনৰ মহাত্মা গান্ধীৰ 'ভাৰত ত্যাগ' আন্দোলনৰ আহ্বান ক্ৰমে বি এছ চি আৰু বি এল ডিগ্ৰী পাছ কৰাৰ পাছত বেনাৰস হিন্দু বিশ্ববিদ্যালয় পৰা এম এ প্ৰাৰম্ভিক পৰীক্ষাত সৰ্বোচ্চ নম্বৰ অধিকাৰ কৰিও এম এ চূড়ান্ত পৰীক্ষা নিদি আন্দোলনত জঁপিয়াই পৰিছিল।

১৯৩৮ চনত গোপীনাথ বৰদলৈৰ নেতৃত্বত কংগ্ৰেছ সংযুক্ত চৰকাৰ গঠন

হোৱাৰ পাছত সিংহ ধুবুৰী প্ৰাথমিক স্কুল ব'ৰ্ডৰ সভাপতি নিয়োজিত হোৱাৰ পাছৰ পৰাহে ধুবুৰী জিলাৰ প্ৰাথমিক স্কুলসমূহত অসমীয়া পাঠ্যপুথিয়ে স্থান পায়। এইখিনিতে শক্তি আশ্ৰমৰ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী আৰু যোগানন্দ গিৰিৰ সহায় উল্লেখযোগ্য। ৯০ বছৰ বয়সতো বাৰ্ধক্যই তেওঁক কাবু কৰিব পৰা নাই। আজিও নিজৰ দৈনন্দিন যাৱতীয় কাম নিজে কৰে। ৰাতি তিনি বজাতেই উঠি লেখা-পঢ়া কৰে পুৱা ৫ বজালৈ। তাৰ পাছত নিজৰ চৌহদৰ ভিতৰতে প্ৰাতঃ ভ্ৰমণ কৰি ফুলত পানী দিয়া, শাক-পাচলিৰ খেতি চোৱা-মিলা কৰি ৮ বজাত হেদায়েৎপুৰৰ কংগ্ৰেছৰ কাৰ্যালয়লৈ যায়। তাৰ পাছত ৬ বজাত তাৰ পৰা আহি ৰাতি ৮ বজাত শুই পৰে।

শৰৎ চন্দ্ৰ সিংহই আমাৰ কাৰণে বহুতো কৰিলে। কিন্তু তেওঁৰ বাবে হোমেন বৰগোহাঞি আৰু ড° নমিতা ডেকাই তেওঁৰ আদৰ্শ আৰু কৰ্ম জীৱনৰ ওপৰত এখন জীৱন কাহিনী আৰু এই লেখককে ধৰি দুজনমানে তেওঁৰ জীৱনৰ ওপৰত লিখা প্ৰবন্ধৰ বাহিৰে একোৱেই কৰা নাই। অৱশ্যে চিত্ৰ নিৰ্মাতা প্ৰয়াত অমূল্য কাকতি আৰু ৰঞ্জিত দাসে তেওঁৰ জীৱনৰ ওপৰত 'All alone if need be' নামৰ তথ্যচিত্ৰখনি নিৰ্মাণ কৰি প্ৰশংসিত আৰু ৰাষ্ট্ৰীয় পুৰস্কাৰৰ দ্বাৰা সন্মানিত হৈছে। তেওঁৰ গুণমুগ্ধসকলে তেওঁৰ জন্মদিন ১ জানুৱাৰী তাৰিখটো 'জনতাৰ দিন' হিচাপে পালন কৰি এই জননেতাজনক সন্মান জনোৱাত আমি অতিশয় সুখী হৈছো।

লগতে এইটো অতি পৰিতাপৰ কথা যে এনে এজন সৰ্বভাৰতীয় পৰ্য্যায়ৰ নেতাক আজিকোপতি কেন্দ্ৰীয় চৰকাৰেই হওক বা ৰাজ্য চৰকাৰেই হওক কোনো এটা উপাধিৰে সন্মানিত কৰা দেখা নগল।

মাননীয় লেখকসকলৰ লিখনিৰ ওপৰত ভিত্তি কৰি এই মহান জননেতাজনৰ জীৱনৰ কিছু কীৰ্ত্তি-কৰ্ম যুগমীয়া কৰি ৰখাৰ ক্ষুদ্ৰ প্ৰয়াস কৰিছো মাথোন এই গ্ৰন্থখনিৰ যোগেদি। আমি ভাবো গ্ৰন্থখনিৰ প্ৰতি জনসাধাৰণৰ সহাঁৰিয়েই হ'ব মহান নেতাজনৰ প্ৰতি প্ৰকৃত সন্মান।

H. Taluk... 21.12.04.

**শ্ৰী হৰেন্দ্ৰ মোহন তালুকদাৰ**
এম.এ., বি.টি., এম.এড.,
ডি.জে.ডি.পি.আৰ.

**সম্পাদক হৰেন্দ্ৰ মোহন তালুকদাৰৰ আকস্মিক বিয়োগৰ পিছত গ্ৰন্থখনি প্ৰকাশৰ সামৰণি পৰ্য্যায়ৰ মন্তব্য ঃ**

মোৰ স্বামী দেৱতা হৰেন্দ্ৰ মোহন তালুকদাৰৰ আপ্ৰাণ প্ৰচেষ্টাৰ ফলত গ্ৰন্থখনিয়ে শেষ পৰ্য্যায় পালে যদিও তেখেতৰ আকস্মিক বিয়োগৰ ফলত গ্ৰন্থখনি পূৰ্ণাঙ্গ অৱস্থাপ্ৰাপ্ত হোৱাৰ পৰা বঞ্চিত হয়। তেখেতে গ্ৰন্থখনিৰ প্ৰুফ পৰীক্ষা কৰি থকা অৱস্থাতে মৃত্যু হোৱাত কিতাপখনৰ প্ৰকাশৰ ক্ষেত্ৰত স্থবিৰ অৱস্থা এটি আহি পৰে। ঠিক তেনে অৱস্থাত গ্ৰন্থখনি প্ৰকাশৰ বাবে কোনো আগবাঢ়ি নহাত প্ৰাক্তন মুখ্যমন্ত্ৰী তথা বৰ্তমান অসমৰ স্বাস্থ্য, পৰিয়াল কল্যান আৰু উচ্চশিক্ষাৰ মন্ত্ৰী মাননীয় ডাঃ ভূমিধৰ বৰ্মণদেৱৰ লগতে শুভাকাংক্ষীসকলৰ এৰাব নোৱাৰা তাগিদাৰ বাবে আমি গ্ৰন্থখন প্ৰকাশৰ দায়িত্ব মূৰ পাতি ল'ব লগা হ'ল। এই ক্ষেত্ৰত মোৰ বৰপুত্ৰ শ্ৰী অভিজিৎ তালুকদাৰ, সৰুজোঁৱাই শ্ৰী নৱজ্যোতি বৰগোহাঁই, ডাঃ যতীন নাথ আৰু ডাঃ ৰঞ্জিত দাসৰ সহায় অবিহনে গ্ৰন্থ প্ৰকাশ কৰাটো হয়তো সম্ভৱ হৈ নুঠিলেহেঁতেন। আনহাতে সৰু জীয়ৰী মৰমী বৰগোহাঁই দুই বোৱাৰী শ্ৰীমতী মামনী তালুকদাৰ আৰু শ্ৰীমতী জাহ্নবী তালুকদাৰে আমাৰ এই কাৰ্য্যত কৰা সহায়ৰ কথা উল্লেখ নকৰি নোৱাৰিলো। তেওঁলোক আটাইকে মোৰ ধন্যবাদ জ্ঞাপন কৰিলো।

অনেক ব্যস্ততাৰ মাজতো শ্ৰীযুত জয়কান্ত শৰ্মা ডাঙৰীয়াদেৱে গ্ৰন্থখনিৰ প্ৰুফ চাই দিয়াৰ বাবে তেখেতক আমাৰ আন্তৰিক শুভেচ্ছা জনালো। বেটুপাতৰ পৰিকল্পনা আৰু দিহা পৰামৰ্শ দিয়াৰ বাবে চিত্ৰশিল্পী শ্ৰীযুত মুনীন্দ্ৰ ভট্টাচাৰ্য্য আৰু তেখেতৰ পৰিকল্পনাক বাস্তৱত ৰূপ দি বেটুপাতটো সুন্দৰকৈ সজাই দিয়াৰ বাবে আমাৰ কনিষ্ঠ পুত্ৰ জ্যোতিৰিন্দ্ৰজিৎ তালুকদাৰলৈ আমাৰ ধন্যবাদ থাকিল।

শেষত কিতাপখনিৰ প্ৰাৰম্ভিক পৰ্য্যায়ৰ কামবোৰ নিয়াৰিকৈ সমাধা কৰি দিয়াৰ বাবে বাণী প্ৰিণ্টাৰ্চৰ স্বত্বাধিকাৰী শ্ৰীযুত ৰজনী কান্ত শৰ্মা আৰু অন্তিম পৰ্য্যায়ত অতি কম দিনৰ ভিতৰতে গ্ৰন্থখনি ছপাশালৰ পৰা পূৰ্ণাঙ্গ অৱস্থাত উলিয়াই দিয়াৰ বাবে 'বৰুৱা অফ্ছেট'ৰ স্বত্বাধিকাৰী শ্ৰীযুত প্ৰণৱজ্যোতি বৰুৱাদেৱৰ লগতে সমূহ কৰ্মচাৰীৰ ওচৰত আমি চিৰ কৃতজ্ঞ।

গ্ৰন্থখনি ভুল-ভ্ৰান্তি মুক্ত কৰাৰ বাবে আমি যৎপৰোনাস্তি চেষ্টা কৰিছোঁ যদিও ইয়াৰ মাজতেই কিছু ভুল-ভ্ৰান্তি বৈ যোৱাটো অস্বাভাৱিক নহয়। তেনে অজানিত ভুল-ভ্ৰান্তিৰ বাবে আমি পাঠক ৰাইজৰ ওচৰত ক্ষমা প্ৰাৰ্থনা বিচাৰিছো।

সৰ্বোশেষত যিসকল ব্যক্তিয়ে দিহা-পৰামৰ্শ আগবঢ়াই গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত সহায় কৰিলে তেখেত সকলোলৈকে আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

পুনশ্চ, পাঠক সমাজে কিতাপখনি আদিৰ ল'লেই আমাৰ আটাইৰে কষ্ট সাৰ্থক হ'ব।

**শ্ৰীমতী ললিতাময়ী তালুকদাৰ** (সহধৰ্মিণী)
প্ৰয়াত হৰেন্দ্ৰ মোহন তালুকদাৰ
বিৰুবাৰী, গুৱাহাটী

তাং ৩০-০৩-০৫

# কৃতজ্ঞতাৰে দুআষাৰ....



পশ্চিমৰ চিন্তাবিদ আৰ্ণল্ড চেগেলে মানৱীয় চৰিত্ৰৰ বিভিন্ন দিশ সম্পৰ্কে আলোচনা কৰিবলৈ গৈ এষাৰ বৰ মূল্যবান কথা কৈছিল— **'Gratefulness is one of the most important characteristic of an honest human being'** (কৃতজ্ঞতাবোধ এজন সৎ মানুহৰ সবাতোকৈ গুৰুত্বপূৰ্ণ পৰিচিতি) সত্তৰৰ দশকৰ মাজভাগত অসমৰ ৰাজনীতিলৈ এক দীপ্তিমান তৰুণৰ আগমন ঘটিছিল। সেই সময়ৰ অসমৰ ৰাজনীতিৰ মহীৰূহ স্বৰূপ শৰৎ চন্দ্ৰ সিংহই সেই তৰুণৰ প্ৰতিভাৰ চিক্‌মিকনিক যথাৰ্থভাৱেই চিনিব পাৰিছিল। সাধিত হৈছিল অসমৰ ৰাজনীতিৰ ইতিহাসৰ এক যুগবৎ গুৰু শিষ্যৰ সংযোগৰ। আৰম্ভ হৈছিল দেশ গঢ়াৰ অমোঘ যাত্ৰাৰ। সেই তৰুণেই আজি নিজৰ কৰ্মৰ জ্যোতিৰে অসমৰ গোটেই সমাজ আৰু ৰাজনীতি পোহৰাই তুলিছে আৰু তেঁৱে হ'ল সাম্প্ৰতিক অসমৰ এজন অগ্ৰগণ্য জননেতা ডাঃ ভূমিধৰ বৰ্মণ।

১৯৭২ চনতে তদানীন্তন অসমৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহদেৱৰ আন্তৰিক আগ্ৰহতে ডাঃ বৰ্মণদেৱ অসমৰ ৰাজ্যিক শিক্ষা আৰু ৰাজহ মন্ত্ৰী নিযুক্ত হৈছিল। বয়সত অতিকৈ নবীন হৈয়ো ডাঃ বৰ্মণদেৱে নিজৰ কৰ্ম দক্ষতাৰে সিংহদেৱক মুগ্ধ কৰিছিল। তাৰ পিছত এক বিস্তৰ পৰিক্ৰমা। এই পৰিক্ৰমাত বিভিন্ন সময় আৰু প্ৰেক্ষাপটত এই গুৰু শিষ্যই ভিন্ন ভিন্ন পক্ষত তথা স্থানত অৱস্থান কৰিছে। কিন্তু ৰাজনীতিৰ সেই দূৰত্বই এই গুৰু শিষ্যৰ আত্মিক বন্ধোনক কেতিয়াও মোলান কৰিব পৰা নাই। কিয়নো এই সম্বন্ধৰ শিপা ৰাজনীতিৰ পৰিবৰ্তে মানৱীয় চেতনাৰ বহু গভীৰলৈ প্ৰসাৰিত হৈ আছে। সিংহদেৱৰ নিজৰ ভাষাৰে— "আমাৰ ধাৰণাত ৰাজনীতিত ডাঃ বৰ্মণৰ উত্থান তেওঁৰ জীৱনৰ ঘটনা প্ৰবাহৰ এক বিকল্প বিকাশ। তেওঁ মূলতঃ চিকিৎসা বিজ্ঞানী, সমাজ সংস্কাৰক দৰিদ্ৰ জনগণৰ বিপদৰ বন্ধু। যি তেওঁৰ ওচৰলৈ যায় সি কেতিয়াও বিমুখ নহয়। কিঞ্চিত হ'ব পাৰে কিন্তু বঞ্চিত নহয়।" গুৰুদেৱৰ এই অনন্ত আস্থাৰ বিপৰীতে ডাঃ বৰ্মণদেৱেও সিংহদেৱক গোটেই জীৱন জুৰি শিৰত তুলি সন্মান যাচি আহিছে। এই সন্মান, ভক্তিৰ আন এক নিদৰ্শন হ'ল— 'অসম সূৰ্য শৰৎ চন্দ্ৰ সিংহ জীৱন আৰু কৃতি'— গ্ৰন্থৰ প্ৰকাশ। আৰম্ভণিৰে পৰা এই গ্ৰন্থখনি প্ৰস্তুতিৰ মূল প্ৰেৰণাদাতা হোৱাৰ উপৰিও গ্ৰন্থখনি প্ৰকাশৰ যাৱতীয় দায়িত্ব বহন কৰি ডাঃ বৰ্মণদেৱে আৰ্ণল্ড চেগেলৰ— **'Gratefulness is one of the most important characteristic of an honest human being'**— এই কথাৰ যথাৰ্থতাক আকৌ এবাৰ প্ৰতিপন্ন কৰিলে। ডাঃ বৰ্মণদেৱৰ ওচৰত সম্পাদনা কক্ষ গভীৰভাৱে ঋণী।

# সূচীপত্ৰ

## কবিতা শিতান



## ৰাজবংশী শিতান



## সিংহদেৱৰ নিজৰ কথাৰে



## ফটো শিতান

***



শৰৎ চন্দ্ৰ সিংহ ১৯৭৬ৰ এক শুভ মুহূৰ্তত

# সিংহ পুৰুষ শৰৎ চন্দ্ৰ সিংহ

■ ভোলাৰাম দাস

সিংহ পুৰুষ শৰৎ চন্দ্ৰ সিংহক দূৰৰ পৰা চিনিছিলো কটন কলেজত পঢ়াৰ পৰাই। মই কটন কলেজত পঢ়োঁ ১৯৩৩ চনৰ পৰা ১৯৩৭ চনলৈ আৰু তেখেতে ১৯৩৫ চনৰ পৰা ১৯৩৯ চনলৈ। কটন কলেজত I.Sc. আৰু B.Sc. পঢ়ি তেখেতে ১৯৪২ চনত বাৰানসীৰ পৰা Lawও পাছ কৰে। মই কটন কলেজৰ 3rd Mess-ত আছিলোঁ। সিংহ মোতকৈ দুবছৰ পিছত কটনলৈ আহি হোষ্টেলত থকা নাছিল— আছিল এটি মেচত মেচটোৰ নাম আছিল "গুৱালপাৰা মেচ"। মই কলেজত পঢ়োতে অ'ত ত'ত সিংহক দেখিছিলো যদিও তেওঁৰ লগত হ'লি গ'লি হোৱা দূৰৰ কথা, চিনা পৰিচয়ে নহল মেচত থকা বাবে। বহু পিচত হে তেওঁৰ কথা জানিবলৈ পালো যেতিয়া তেওঁ কংগ্ৰেছৰ সভ্য হৈ কামত লাগে।

শৰৎ সিংহৰ জন্ম গোৱালপাৰা জিলাৰ চাপৰ গাৱঁত আৰু পিছলৈ B.Sc. পাছ কৰি তেওঁ চাপৰ হাইস্কুলতে শিক্ষকতা কৰিছিল। মহেন্দ্ৰ মোহন চৌধুৰীয়ে তেওঁক কংগ্ৰেছলৈ আনে। তেতিয়াৰ পৰাই তেওঁ কংগ্ৰেছ অনুষ্ঠানৰ এজন একনিষ্ঠ সেৱক হয়। মই যেতিয়া চাৰজজ হৈ ধুবুৰীলৈ যাওঁ ১৯৫৯ চনত, তেতিয়া তেওঁ গোৱালপাৰা জিলা কংগ্ৰেছৰ সভাপতি, থাকে ধুবুৰীত। এদিন মই ধুবুৰীৰ কংগ্ৰেছ অফিচলৈ গৈ তেওঁক লগ ধৰি চিনা পৰিচয় হৈছিলোঁ যিহেতু ১৯৫০ চনত চাকৰিলৈ অহাৰ আগতে মইও এজন কংগ্ৰেছৰ সক্ৰিয় সভ্য আছিলো। প্ৰথম দিনাৰ চিনা পৰিচয়তে কিছু আলাপ আলোচনা কৰাত মই জানিব পাৰিছিলো— তেওঁ এজন কংগ্ৰেছৰ নিষ্ঠাবান কৰ্মী আৰু মোৰ মনত এটি বিশ্বাস হৈছিল ৰাজনীতিত তেওঁৰ ভৱিষ্যৎ উজ্জ্বল। মই চাকৰিত থাকোঁতেই তেওঁ বিধান সভাৰ সদস্য নিৰ্বাচিত হয়।

## জীৱন আৰু কৃতি

মই জনামতে তেওঁৰ জন্ম ১৯১৪ চনৰ জানুৱাৰী মাহতে আৰু সেই মতে তেওঁ মোতকৈ প্ৰায় ২½ বছৰ বয়সত কণিষ্ঠ। মই এম. ভি. পঢ়ি আহিছিলো। তেওঁ এম্. ভি. পঢ়িছিলনে নাই নাজানোঁ। কলেজত পঢ়াত তেওঁ মোতকৈ দুবছৰ জুনিয়ৰ হ'ল। শুনিলে আচৰিত যেন লাগে তেওঁ যেতিয়া মেচত থাকি পঢ়িছিল, তেওঁৰ মাহিলী খৰচ আছিল মুঠতে ১১ (এঘাৰ) টকা। মেচ খৰচ সকলো মিলি আছিল মাহিলী ৯ (ন) টকা আৰু বাকী দুটকাৰে মাহৰ বাহিৰা খৰচখিনি হৈ গৈছিল। বৃত্তি পাইছিল মাহে ১০ (দহ) টকা আৰু ঘৰৰ পৰা আহিছিল মনিঅৰ্ডাৰযোগে মাহে এটকা। তেওঁ লৰা কালত ধুনীয়া আছিল। বগা, ওখ-পাখ, পিন্ধনত আছিল বগা ধুতি আৰু পাঞ্জাৱী বা চাৰ্ট। এতিয়াও এই ৯১ বছৰ বয়সতো ধুনীয়া হৈ আছে, পিন্ধনত খদ্দৰৰ ধুতি আৰু পাঞ্জাৱী। তেওঁ কলেজত থকা সময়ত মাহে এঘাৰ টকাত কেনেকৈ চলিছিল- ময়ে আচৰিত যেন পাওঁ-আজিৰ লৰা ছোৱালীয়েতো কল্পনাই কৰিব নোৱাৰে। সেঁই সময়ত আমাৰ মাহে মেচ খৰচ আছিল (চাহ খাবলৈ দিয়া বাদে) ৬ টকা ৭ টকাৰ ভিতৰত। কিন্তু মই মাহে ৩০ (ত্ৰিশ) টকা আনিছিলো- মেচ খৰচৰ বাবে হোষ্টেলত আৰু বাহিৰত চাহ খোৱা, বিড়ি চিগাৰেট খোৱা, চিনেমা বায়স্কোপ চোৱা, খেলা-ধুলা, ধুবী আদিৰ বাবে। গুৱাহাটীত তেতিয়া এটা চিনেমা ঘৰ- টকৌবাৰীত 'কেলভিন' আৰু এটা ফাঁচি বজাৰত 'পিক্‌চাৰ হাউচ'। কেলভিনত কথা কোৱা আৰু পিক্‌চাৰ হাউছত কথা নাই— ছবি চোৱা। ছাত্ৰৰ কাৰণে এটা সুকীয়া ক্লাছ আছিল— ভাড়া চাৰিঅনা আৰু মেটিনীত দুই অনা। উজনি অসমৰ লৰাক দেখিছিলোঁ চিগাৰেট খোৱা, আমি বিড়িকে খাইছিলো। আমি কাপোৰ ধুবীক দিছিলোঁ ধুবলৈ। ধুৱীয়ে এটকাত ২৫/৩০ খন কাপোৰ ধোৱে। ভাতৰ বাহিৰে বাকী খৰচৰ বাবে মই আনিছিলো ২৩/২৪ টকা মাহে। সিংহ ডাঙৰীয়াই দুটকাৰে বাকী সকলো বাহিৰা খৰচ কেনেকৈ চলাইছিল ভাবিলে আচৰিত লাগে। তেওঁ নিশ্চয়, বাহিৰত চাহ মিঠাই নাখাইছিল, বিড়ি চিগাৰেট নাখাইছিল— কাপোৰ কানি নিজে ধুই লৈছিল। চিনেমা বায়স্কোপ বোধহয় মাহত এবাৰৰ বেছি নাচাইছিল। তথাপিও মুঠতে মাহে দুই টকাত কেনেকৈ চলিছিল মইও ভাবি নাপাওঁ, বৰ্ত্তমান প্ৰজন্মৰ কথা বাদেই।

সিংহ ডাঙৰীয়াই কটন কলেজত পঢ়ি গুৱালপাৰা মেচত বাসিন্দা হৈ থাকোতেই 'মক্' বিধান সভা, 'মক্' মেগাজিন আদিৰ উদ্ভাৱন কৰিছিল— যিটো আমি আন সকল কটনিয়ানৰ চিন্তাৰ বাহিৰত আছিল। এইবিলাক কথাৰ এই প্ৰবন্ধত বিস্তৃত বিৱৰণ উল্লেখ কৰা সম্ভৱ নহয়। সিংহ ডাঙৰীয়াৰ এনেকুৱা ধৰণৰ উদ্ভাৱন কৰা কথাবোৰ পাব কটনিয়ানৰ শতবৰ্ষ সোৱঁৰণী সংকলন "সোঁৱৰণি"ত তেওঁ নিজে লেখা নিবন্ধটোৰ পৰা।

তেওঁ ছাত্ৰ জীৱন শেষ কৰি কৰ্ম জীৱন আৰম্ভ কৰি শিক্ষকতা কৰাৰ বাহিৰে আন ক'ত কি কৰিছিল মোৰ জ্ঞাত নহয়। তাৰ পৰবৰ্ত্তী জীৱনৰ বিষয়েহে দু-আষাৰ লিখাৰ মানস কৰিছো। মই জনাত ৰাজনীতিলৈ সিংহ ডাঙৰীয়াক আনিছিল নিষ্ঠাবান কংগ্ৰেছ নেতা প্ৰয়াত মহেন্দ্ৰ মোহন চৌধুৰীয়ে আৰু সেই মহেন্দ্ৰ মোহন চৌধুৰীৰে মুখ্যমন্ত্ৰীত্ব গ'ল সিংহ ডাঙৰীয়াৰ উত্থানত। সিংহ ডাঙৰীয়াৰ কুচক্ৰত চৌধুৰী ডাঙৰীয়াৰ মুখ্যমন্ত্ৰীৰ গাদী যোৱা নাছিল, গৈছিল পৰিস্থিতিৰ উদ্ভৱ হোৱা নানা কাৰণত। সেয়ে ১৯৭২ চনৰ অসম বিধান সভাৰ নিৰ্বাচনত প্ৰয়াত মহেন্দ্ৰ চৌধুৰী কোনো সমষ্টিৰ পৰাই নুঠিল আৰু পিচত পাঞ্জাবৰ ৰাজ্যপাল হৈ গ'ল আৰু সিংহ ডাঙৰীয়াই সেই নিৰ্বাচনৰ আগে গড়গাওঁ কলেজৰ পৰা অধ্যাপক হিতেশ্বৰ শইকীয়াক আনি অফিচত বহুৱাই নাজিৰা সমষ্টিৰ পৰা বিধান সভাৰ সদস্য কৰি আনিলে। সিংহ ডাঙৰীয়া মুখ্যমন্ত্ৰী হ'ল আৰু হিতেশ্বৰ শইকীয়া মন্ত্ৰী হ'ল আৰু পৰবৰ্তী নিৰ্বাচনত জনতা পাৰ্টিৰ চৰকাৰ বাদ দি পৰিস্থিতিৰ কাৰণেই সিংহ ডাঙৰীয়াৰ ঠাইত শইকীয়া মুখ্য মন্ত্ৰী হ'ল। এই বিলাক সকলো বিধিৰ বিধান হ'ব লগা কথা হৈয়ে থাকে। আজি মহেন্দ্ৰ চৌধুৰীও নাই। হিতেশ্বৰ শইকীয়াও নাই। কিন্তু সিংহ ডাঙৰীয়াই এতিয়াও এই নব্বৈ বছৰ বয়স পৰ্যন্ত সিংহৰ নিচিনা গৰ্জন দিয়ে আছে, ৰাজনীতিত এতিয়াও এটা বিশেষ স্থান অধিকাৰ কৰিয়ে আছে যদিও আই কংগ্ৰেছ হোৱাৰ পিচত তাত যোগ নিদি আগৰ কংগ্ৰেছী হৈয়ে থাকিল। পৰবৰ্ত্তী কালত N.C.P.-ত যোগ দিলে।

সিংহ ডাঙৰীয়াক মই সিংহ পুৰুষ বুলি কলোঁ। কিয় কলোঁ বহু দৃষ্টান্ত আছে— সকলো বিলাক এই প্ৰবন্ধত সামৰিব নোৱাৰিম। তাতে ময়ো অতি বৃদ্ধ, 'চেনাইলিটি' কিছু কিছু আহি গৈছে, স্মৃতিৰ ভৰালৰ পৰা এটা এটাকৈ স্মৃতি ওলাই গৈ আছে, নক'ব লগা কথা কোৱা হৈছোঁ— ক'ত কি ক'ব লাগে ভাবধাৰা ক্ৰমে নোহোৱা হৈছে। প্ৰথম ক'ব খুজিছো অসমৰ ৰাজধানীৰ কথা। সন্মিলিত অসমৰ ৰাজধানী আছিল শিলং। এখন এখন কৈ অসমৰ পৰা কাটি নি নগালেণ্ড, অৰুণাচল প্ৰদেশ, মিজোৰাম, মেঘালয় বেলেগ বেলেগ ৰাজ্য হ'ল। বাকী থাকিল বৰ্ত্তমানৰ অসমখন। ৰাজ্যকেইখনৰ বেলেগ বেলেগ ৰাজধানী হ'ল। শিলংখন মেঘালয়ৰ ৰাজধানী যিহেতু মেঘালয়ত অৱস্থিত। শিলং খনেই অসম খনৰো ৰাজধানী হৈ থাকিল যি পৰ্য্যন্ত অসমৰ ৰাজধানী নিজাকৈ হৈ নুঠে। কেবা বছৰো গ'ল অসমৰ ৰাজধানী তাতেই থাকিল, শৰৎ সিংহৰ আগৰ মুখ্যমন্ত্ৰীসকলে বিশেষ ব্যৱস্থা কৰাৰ চেষ্টা নকৰিলে, নিজৰ ঘৰ বোৰৰ কাৰণে মেঘালয় চৰকাৰক ভাড়াদি থাকিব লগা হ'ল। ১৯৭২ চনত

শৰৎ চন্দ্ৰ সিংহই মুখ্যমন্ত্ৰী হৈয়ে কঠিন সিদ্ধান্ত ল'লে ঃ ৰাজধানী গুৱাহাটীলৈ আনিবই। তেতিয়া প্ৰয়াত ইন্দিৰা গান্ধী প্ৰধান মন্ত্ৰী। গুৱাহাটীত খেতি-পথাৰ, জংঘল হৈ থকা বহু মাটি অধিগ্ৰহণ কৰিলে, তৎকালীনভাবে খৰখেদাকৈ হোৱাকৈ আসাম টাইপৰ ঘৰবোৰ কৰি বিধান সভা ঘৰ আদি কৰি সকলো অফিচ গুৱাহাটীলৈ নমাই আনিলে। অফিচাৰৰ কোৱাৰ্টাৰো বহু বনালে। এনেকৈ এবছৰৰ ভিতৰতে ৰাজধানী গুৱাহাটীৰ দিশপুৰলৈ নমাই আনিলে। শৰৎচন্দ্ৰ সিংহই সিংহ পুৰুষৰ নিচিনা অসম্ভৱকো সম্ভৱ কৰিলে। ৰাজধানী শিলঙৰ পৰা নমাই অনাত অফিচাৰ সকলৰো ইচ্ছা নাছিল যিহেতু প্ৰায় বিলাকৰে তাত নিজাকৈ ঘৰবস্তি আছিল। মেঘালয় বেলেগ ৰাজ্য হৈ যোৱাত এদিন নহয় এদিন অসমৰ ৰাজধানী শিলঙৰ পৰা আনিবই লাগিলহেঁতেন, কিন্তু সেইটো কৰিবলৈ বহুবছৰ লাগিলহেঁতেন। এনেকৈ মৰ সাহস কৰি একে বছৰতে গোটেই খন ৰাজধানী অসমলৈ উঠাই অনা অত্যন্ত কঠিন আছিল। কিন্তু দৃঢ়মনা শৰৎসিংহই ৰাজধানী শিলঙৰ পৰা নমাই আনিবলৈ সিদ্ধান্ত লৈ দেহে-কেহে খাটি অতি কষ্ট সাধ্য কাম এটা লগাতকৈ বহু কম সময়তে অস্থায়ীভাবে হলেও গুৱাহাটীলৈ নমাই আনিলে আৰু ৰাজ্যখনে মেঘালয়ক বছৰে বহু টকা দিয়াৰ পৰা অসম চৰকাৰক বচালে। এনে এজন দুঃসাহসী ব্যক্তিক সিংহ পুৰুষ বুলি নকৈ কাক কম?

বিধান সভাৰ কাৰ্য্যকাল ৫ বছৰীয়া। কিন্তু ১৯৭৬ চনত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে জৰুৰী অৱস্থা ঘোষণা কৰাৰ কাৰণে সেইবাৰ কাৰ্য্যকাল ছয় বছৰীয়া হ'ল; ১৯৭২ চনৰ পৰা ১৯৭৮ চনলৈ। জৰুৰী অৱস্থাৰ সময়ছোৱাত ইন্দিৰা গান্ধীৰ বহু কু-কৰ্মৰ কাৰণে জনতা পাৰ্টীৰ জন্ম হ'ল অসমকে ধৰি গোটেই ভাৰতখনতে, জনতা পাৰ্টীয়ে ভাৰতত চৰকাৰ গঠন কৰিলে আৰু অসমতো ১৯৭৮ চনৰ বিধান সভা নিৰ্বাচনত জনতা পাৰ্টীয়ে ক্ষমতা দখল কৰিলে। গোলাপ বৰবৰা মুখ্যমন্ত্ৰী হ'ল।

শৰৎসিংহই জৰুৰীকালীন সময়ছোৱাত নিজ মতত কাৰো বিশেষ অন্যায় কৰা নাছিল। সেয়েহে ১৯৭৮ চনৰ পৰা তেওঁ চৰকাৰত নাথাকিলেও অসমৰ ৰাইজৰ তেওঁৰ প্ৰতি শ্ৰদ্ধা বিদ্যমান আজি পৰ্য্যন্ত আৰু তেওঁৰ বিশেষ বিশেষ গুণৰ কাৰণে।

তেওঁ মুখ্যমন্ত্ৰী হৈ থাকোতেই জৰুৰীকালীন অৱস্থাৰ সময়ত অসমত দ্বিতীয়বাৰৰ কাৰণে দিশপুৰত সৰ্বভাৰতীয় কংগ্ৰেছৰ অধিবেশন বিৰাট সমাৰোহেৰে হৈছিল আৰু পূৰ্ণ কৃতকাৰ্য্যতাৰ বাবে প্ৰশংসাৰ পাত্ৰ সিংহ ডাঙৰীয়াই। সেই অনুষ্ঠানৰ সময়ত ভাৰতৰ যুৱ কংগ্ৰেছ নেতা আছিল প্ৰয়াত সঞ্জয় গান্ধী (ইন্দিৰা গান্ধীৰ দ্বিতীয় পুত্ৰ)

আৰু অসমত যুব কংগ্ৰেছৰ নেতা আছিল শৰৎসিংহৰ পুত্ৰ অপূৰ্ব সিংহ। উঠি অহা যুৱক নেতা অপূৰ্ব সিংহৰ কিছুদিন পিছত মৃত্যু হয়। ভাগ্যৰ কি পৰিহাস! কিন্তু শৰৎ সিংহই স্থিতপ্ৰজ্ঞ ব্যক্তিৰ নিচিনা বিচলিত নহৈ কৰ্ত্তব্যত আগবাঢ়ি থাকিল। এই কংগ্ৰেছ অধিবেশনত মুখ্য নেতা হিচাপে শৰৎ সিংহই সকলোদিশ সামৰি অধিবেশনখন সুকলমে সম্পন্ন কৰিছিল।

শৰৎ সিংহৰ এটা চাৰিত্ৰিক দিশ উল্লেখ নকৰি নোৱাৰোঁ। তেওঁ মুখ্যমন্ত্ৰীহৈ থকা কালত তেওঁৰ পত্নী মুখ্যমন্ত্ৰীৰ চৰকাৰী গাড়ীত সিংহৰ লগত বা অকলে কেতিয়াও উঠি যোৱা দেখা নাই বা শুনা নাই। এনেকুৱা দৃষ্টান্ত অসমততো নায়েই— ভাৰততো বিচাৰি পোৱা টান। এটা সৰু উদাহৰণ দিব খোজোঁ। উক্ত কংগ্ৰেছ অধিবেশৰ প্ৰথম দিনা ভাৰতৰ প্ৰধান মুখ্য যুব নেতা সঞ্জয় গান্ধীক বিৰাট শোভাযাত্ৰা কৰি বৰঝাৰৰ পৰা সভাস্থলীলৈ আৰু দ্বিতীয় দিনা কংগ্ৰেছ সভাপতি দেৱকান্ত বৰুৱাক গাড়ীৰ ওপৰত সজ্জিত নাৱত উঠাই শোভা যাত্ৰা কৰি আনিছিল সভা স্থলীলৈ। বৰঝাৰৰ পৰা দিশপুৰ সভাস্থলীলৈ শোভাযাত্ৰা কৰা ৰাস্তাৰ দুয়োকাষে পুৰুষ-মহিলা, ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী অগণন থিয় হৈ শোভাযাত্ৰা চাইছিল। সেই দুই দিনেই কংগ্ৰেছৰ মুখ্যনেতা তথা অসমৰ মুখ্যমন্ত্ৰী শৰৎ সিংহৰ পত্নী ৰাইজৰ লগত ৰাস্তাত থিয় হৈ শোভা যাত্ৰা চাইছিল— V.I.P. ৰূপে চৰকাৰী গাড়ীত ঘূৰা নাছিল— মুখ্যমন্ত্ৰী শৰৎসিংহৰ লগত ঘূৰা দূৰৈৰ কথা। ৬ বছৰ কাল মুখ্যমন্ত্ৰীৰ লগত বা অকলে চৰকাৰী গাড়ীত নুঠিলে বা উঠাৰ সুযোগ নাপালে। এনে দৃষ্টান্ত অসমততো নায়েই ভাৰততো বিৰল।

এনে ধৰণে শৰৎ সিংহ মুখ্যমন্ত্ৰী হৈ থকা কালত তেওঁৰ পত্নীয়ে চৰকাৰৰ তৰফৰ পৰা কোনো সুবিধা পোৱা নাছিল— শৰৎ সিংহৰ কি চাৰিত্ৰিক দিশ! শৰৎ সিংহ মুখ্যমন্ত্ৰী হৈ থাকোঁতে চৰকাৰৰ পৰা কোনো ব্যক্তিগত সুবিধা নলৈছিল। ১৯৭৮ চনতে মুখ্যমন্ত্ৰী পদ গ'ল— আজি ২৬ বছৰ হ'ল— এতিয়া বয়স ৯১ বছৰ। এতিয়াও ৰাজনীতিত সক্ৰিয়ভাবে লাগি আছে। কেতিয়াবা কেতিয়াবা কোনোৱে গাড়ীত তুলি নিয়ে। কিন্তু এই বয়সতো তেওঁ চিটি বাছত উঠি ইফালে সিফালে যায়। লাইন বাছত উঠি ভ্ৰমণ কৰা দেখা যায়। সৌ অলপতে লাইন বাছত উঠি নলবাৰীৰ ফালৰ কোনো এখন সভালৈ যায়। অসুখ হৈ মাজে মাজে হস্পিতালতো থাকিব লগা হয়। যোৱা ২৪ এপ্ৰিলৰ দিনা তেওঁক আৰু মোকে ধৰি ৮ জন ৯০ বছৰীয়া জ্যেষ্ঠ নাগৰিকক নাগৰিক সন্থাই সম্বৰ্দ্ধনা দেখুৱাৰ দিন আছিল। মই গৈছিলো। শৰৎ সিংহ

নাহিল। শুনিলো তেওঁ অসুখৰ কাৰণে Hospitalised। এতিয়া আকৌ হয়তো সভা সমিতি কৰি ঘূৰি ফুৰিছে, ৰিক্সা, অটো, চিটিবাছ, লাইনবাছত উঠি। কোনোবাই নিলে গাড়ীতো নুঠা নহয়। এইজনেই সিংহ পুৰুষ শৰৎ সিংহ।

শৰৎ চন্দ্ৰ সিংহ মোৰ বন্ধু নহয়, তেওঁৰ লগত মোৰ উঠা-বহা নাই— মেল মিটিঙো তেওঁৰ লগত কৰা নাই। তেওঁ কিজানি এতিয়াও মোক নামে মানুহে ভালদৰে চিনিয়ে নাপাব। আজি এই প্ৰবন্ধত তেওঁৰ বিষয় লিখিছো কৰবাত কিবা পঢ়ি-শুনি, বিশ্বস্ত সূত্ৰে জানিব পাৰি, কাগজে-পত্ৰে ওলোৱা লিখনিৰ পৰা আৰু এজন পৰ্য্যবেক্ষক (Observer) হিচাবে। কিবা ভুল-ত্ৰুটিৰ বাবে ক্ষমা বিচাৰিছোঁ।

মানুহজনৰ প্ৰতি মোৰ অন্তৰৰ পৰা শ্ৰদ্ধা আছে সেয়ে তেওঁলৈ সশ্ৰদ্ধ প্ৰণাম জনাই সামৰিলোঁ। পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা থাকিল তেওঁক সুস্বাস্থ্য সহ দীঘাৰ্যু কৰক, সমাজৰ কাৰণে আৰু কিবা কিবি কৰিবলৈ তেওঁক শক্তি দিয়ক। ■

(এই প্ৰবন্ধৰ লেখক স্বনামধন্য ৯৪ বছৰীয়া ভোলাৰাম দাস, বিশিষ্ট লেখক, সমাজকৰ্মী, শিক্ষাবিদ, মুক্তি যুঁজাৰু পেন্সনভোগী, জ্যেষ্ঠ অধিবক্তা আৰু অৱসৰ প্ৰাপ্ত পেন্সনভোগী জিলা ন্যায়াধীশ। সদৌ অসম শ্ৰীশ্ৰীহৰিদেৱ সংঘৰ একেৰাহে কেইবা বছৰো সভাপতি হিচাবে সেৱা আগবঢ়াইছিল। তেখেত বৰ্ত্তমান গুৱাহাটীৰ ৰিহাবাৰীৰ বাসিন্দা।)

# এজন নিৰ্ভীক মানৱতাবাদী

■ নলিনীধৰ ভট্টাচাৰ্য্য

এটা বস্তু আমাৰ দেশত ক্ৰমে লোপ হৈ আহিছে। আমাৰ মানুহে দৰবত দিবলৈও নেপায় বুলি কথা এষাৰ যে কথাই কথাই কয়, সেই কথাষাৰ এই বস্তুটোৰ বেলিকাও অনায়াসে ব্যৱহাৰ কৰিব পাৰি। এই পদ বস্তু হ'ল এটা আদৰ্শ, ধৰক সৰল জীৱন আৰু উচ্চচিন্তা। এনে আদৰ্শ, বা নৈতিক প্ৰমূল্য এতিয়া একেবাৰে নিঃশেষ হৈ আহিছে। প্ৰমূল্যৰ এতিয়া কোনো গুৰুত্ব নাই, গুৰুত্ব আছে ক্ষমতাৰ, স্বাৰ্থৰ। ক্ষমতা আৰু স্বাৰ্থ থাকিলেই হ'ল, আদৰ্শনো কিয় লাগে? এনে এক মনোভাৱ তলে-ওপৰে সৰ্বত্ৰ বিয়পি পৰিছে। বৰ্তমান আমি যি পৰিবেশত আছোঁ, তাত নিৰ্বাচন হৈ পৰিছে দুৰ্নীতিৰ মাতৃ। এইগৰাকী মাতৃয়ে উন্নয়ন, বিকাশ এইবোৰ কথা বুজি নেপায়, তেওঁ দেশতকৈ স্বাৰ্থক অগ্ৰাধিকাৰ দিয়ে, ভাগ্যবানক লাভান্বিত কৰে, দুৰ্ভগীয়াক নৰকলৈ ঠেলি দিয়ে। আমাৰ দণ্ডমুণ্ডৰ অধিকাৰী ৰাজনীতিকসকলে এই মাতৃগৰাকীকহে চিনি পায়, দেশ-মাতৃৰ ৰূপ তেওঁলোকৰ স্মৃতিৰ পৰা অন্তৰ্হিত হৈছে। তেওঁলোক কপটীয়া, কাকো নকয়, এয়া তোমাৰো পাপ, আমাৰো পাপ। চিত্ৰগুপ্তই বোলে তেওঁ হিচাপ-বহীত আমাৰ জনা-নজনা সকলো পাপৰ কথা টুকি থয়, ৰবীন্দ্ৰ নাথে এটা গল্পৰ আৰম্ভণিত এই কথা উল্লেখ কৰি এইবুলি মন্তব্য কৰিছে যে আমি জীয়াই থাকোঁতেই পাপৰ কথা ৰাজহুৱাকৈ স্বীকাৰ কৰা ভাল। কিন্তু আমিতো পাপ-স্বীকাৰ নকৰোঁ। আমাৰ মাজত কিন্তু এজন ৰাজনৈতিক নেতা এতিয়াও জীয়াই আছে, যি জানি-শুনি পাপ কৰা নাই, মানুহৰ সেৱাকে লক্ষ্য কৰি জীৱনৰ শেষ প্ৰান্তত উপনীত হৈছে, তেওঁ এতিয়া বিৰানব্বৈ বছৰীয়া তৰুণ, এজন নিৰ্ভীক মানৱতাবাদী।

তেওঁ হ'ল শৰৎ চন্দ্ৰ সিংহ।

সকলোৰে চিনাকি, একালৰ অসমৰ মুখ্যমন্ত্ৰী, শৰৎ সিংহ খেতিয়কৰ ল'ৰা। গোৱালপাৰাৰ চাপৰৰ ভকতপাৰা গাঁৱৰ এটা খেতিয়ক পৰিয়ালত জন্ম গ্ৰহণ কৰা এইজন ৰাজনীতিবিদৰ গাত আজিও মাটিৰ গোন্ধ পোৱা যায়। তেওঁ বিদ্বান, কিন্তু বিদ্বান কুলীনৰ গৰ্ব তেওঁৰ নাই। সম্ভৱতঃ মহাত্মা গান্ধীৰ জীৱনাদৰ্শই তেওঁৰ ব্যক্তিত্বত প্ৰভাৱ পেলাইছে। স্বাধীনতা আন্দোলনে তেওঁক দিছিল সংবেদনশীলতা, দিছিল জনসেৱাৰ মনোভাৱ। সাম্ৰাজ্যবাদী বৃটিছৰ বিৰুদ্ধে তেওঁ শান্ত বিদ্ৰোহ কৰিছিল। এই আটাইবোৰেই তেওঁৰ ব্যক্তিত্ব ৰচনাত ঘাই ভূমিকা লৈছিল। গান্ধীৰ ক্ষেত্ৰত 'মোহনদাস' আৰু 'মহাত্মা'ৰ মাজত দ্বন্দ্ব আছিল। এনে দ্বন্দ্বইহে সত্যলৈ আঙুলিয়াইছিল। গান্ধীৰ শিষ্য শৰৎ চন্দ্ৰ সিংহৰ অবচেতনত এনে দ্বন্দ্ব আছিল নে? এই সম্বন্ধে মই ক'ব নোৱাৰিম, কিঁয়নো, তেওঁৰ লগত মোৰ ঘনিষ্ঠতা নাছিল। দূৰৰ পৰাহে তেওঁক লক্ষ্য কৰিছিলো। হয়তো এনে অন্তৰ্দ্বন্দ্ব তেওঁৰ আছিল, আৰু এনে অন্তৰ্দ্বন্দ্ব নিৰসন কৰিবলৈ তেওঁ যত্ন কৰিছিল। আত্ম-সমালোচনাৰ বাবেই তেওঁ সততাৰে চৌপাশৰ জীৱনক চাব পাৰিছিল।

আমাৰ দেশৰ ৰাজনীতিক সকলৰ হাস্যকৰ বিলাসিতা, দেশৰ দৰিদ্ৰসকলৰ প্ৰতি নিৰ্মম উদাসীনতাৰ বাবেই তৃণমূলৰ জীৱন বিপৰ্যস্ত হৈছে। ইয়াৰ অৰ্থ হ'ল, ক্ষমতা আৰু ঐশ্বৰ্যৰ মাজত আপোন পাহৰা ৰাজনীতিকসকলৰ দোষতে ৰাইজে জীয়াতু ভুগিছে। তদুপৰি দায়িত্বহীনতা, অৰ্হতাৰ অভাৱ, এইবোৰতো আছেই। জনসাধাৰণৰ লগত কেনেকৈ মিলিব পাৰি তাৰ বিষয়ে আমি কিবা ভাবিছো নে? নিজকে সেই বিষয়ে প্ৰশ্ন কৰিছো নে? স্বাধীনতাৰ পৰৱৰ্তী কালতো আমাৰ মানসিকতাৰ কোনো পৰিবৰ্তন নহ'ল। জ্যোতিপ্ৰসাদে তাহানিয়েই শাসকদলক সতৰ্ক কৰি দিছিল। শ্বেক্সপীয়েৰৰ সেই কথাষাৰ— "Something is wrong in this state of Denmark" তেওঁ উল্লেখ কৰিছিল। নজৰুলেও তাহানিতে কৈছিল—

মাটিতে যাব ঠেকেনা চৰণ
মাটিৰ মালিক তাৰাই হন
যে যত ভণ্ড ধড়িবাজ
আজ সেই তত বলবান

এইবোৰ কথা আজিও সঁচা হৈ আছে। ফুলৰ চাকি, নিয়নৰ পোহৰ, মাইকৰ চিঞৰৰ মাজত ধুনীয়াকৈ সাজ-পাৰ কৰি আমি সভা পাতোঁ, এনেকৈ কথা কওঁ যেন

দেশৰ মানুহৰ আলৈ-আথানি, দুখ-দাৰিদ্য সকলো আমাৰ নখ-দৰ্পণত, কিন্তু জনসাধাৰণৰ মুখৰ মালিন্য, চকুৰ পানী, বিমৰ্ষ ৰূপ বাৰেওটিকাল থাকি যায়। শৰৎ চন্দ্ৰ সিংহই এই ইতিহাস জানিছিল। তেওঁ বুজি পাইছিল বাস্তৱৰ এই দৈন্যাৰ কথা। সেইবাবে, তেওঁ জনসাধাৰণৰ কথা ভাবিছিল আৰু তেওঁবিলাকৰ দুখ-দুৰ্দশাৰ সমাপ্তি কৰিবলৈ চেষ্টা কৰিছিল। তেওঁ হয়তো ব্যৰ্থ হৈছে, কিন্তু সেইটো তেওঁৰ দোষ নহয়। তেওঁ, জ্যোতিপ্ৰসাদে ক'বৰ দৰে, কাৰ্পেটৰ পৰা ঘাঁহনিলৈ নামি আহিছিল। তেওঁৰ জীৱন চৰ্যাত বিলাসৰ নাম-গোন্ধ নাই, তেওঁ সাধাৰণ মানুহৰ দৰেই থাকে। আন কি, এই বিৰানব্বৈ বছৰতো তেওঁ খোজ কাঢ়ে, চিৰি বগায়, শাক-পাচলিৰ খেতি কৰে আৰু ৰাজনীতিতো ভাগ লয়। মুখ্যমন্ত্ৰী থকা কালত (১৯৭১-৭৮) তেওঁ যেতিয়া শ্বিলঙৰ পৰা ৰাজধানী নমাই আনি দিছপুৰত গজগজীয়া হৈ বহিছিল, মানুহে তেওঁৰ বিৰুদ্ধে দুৰ্নীতিৰ অভিযোগ আনিছিল আৰু সেই সময়ৰ প্ৰধানমন্ত্ৰী মোৰাৰজীৰ ওচৰত গোচৰ তৰিছিল। বন্ধুবৰ হৰেন্দ্ৰমোহন তালুকদাৰে এই সম্পৰ্কে লিখিছেঃ

'উল্লেখযোগ্য যে ১৯৭৭ চনত ন্যস্ত স্বাৰ্থৰ কিছুমান ৰাজনৈতিক নেতাই শৰৎ চন্দ্ৰ সিংহই ৰাজধানী নিৰ্মাণৰ নামত বহুতো টকাৰ দুৰ্নীতি কৰিছে বুলি প্ৰধানমন্ত্ৰী মোৰাৰজী দেশাইক অভিযোগ তুলিছিল। তাৰ কিছুদিনৰ পাছত তেওঁ গুৱাহাটীলৈ আহি মুখ্যমন্ত্ৰীৰ চৰকাৰী বাসভৱনলৈ গৈ দেখিলে যে এখন সাধাৰণ খাট, এটা গাৰু, আঠুৱা এখন, বিছনাচাদৰ এখন, এটা ষ্টোভ, দুখনমান পুৰণা চকীৰ বাহিৰে একোৱেই নাই।'

তালুকদাৰে আৰু এটা কথা কৈছে। দুৰ্নীতিৰ হেনো তদন্তও হৈছিল। এই তদন্ত কৰিছিল ন্যায়াধীশ জগজিৎ সিঙে। ন্যায়াধীশজন হেনো শৰৎ সিংহৰ কথা শুনি অভিভূত হৈছিল। মোৰাৰজীয়েও শৰৎ সিংহৰ বিষয়ে মহাত্মা গান্ধী এতিয়াও জীয়াই আছে বুলি মন্তব্য কৰিছিল। প্ৰধানমন্ত্ৰীৰ এই কথাষাৰেই শৰৎ সিংহ মানুহজনৰ ব্যক্তিত্বৰ আভাস দিয়ে। মূল্যবোধৰ ওপৰত গুৰুত্ব দিয়া এই মানুহজনে কেৱল ৰাজনীতিকে কৰা নাছিল, আত্মীয়-স্বজন, বন্ধু-বান্ধবৰ বিপদৰ কালত নিচেই ওচৰতে থিয় হৈছিলগৈ। ৰাজনীতিতো তেওঁ শেষ প্ৰান্তত প্ৰায় নিঃসংগ, ইন্দিৰা গান্ধীৰ দিনৰ কংগ্ৰেছৰ লগত তেওঁ সনাপিটা হ'ব নোৱাৰিছিল, আন হাতে এন. চি. পিত সোমাইছিল যদিও ক্ষমতা আৰু ধনৰ পিছত দৌৰাসকলৰ লগত তেওঁৰ মন ক্ষুণ্ণ হৈছে। অন্তৰ্দ্বন্দ্বত ভুগিছে তেওঁ, মানৱতাৰ আদৰ্শ ধূলিসাৎ হৈছে চকুৰ আগতে, তথাপি তেওঁ যেন আশাবাদী, ভৱিষ্যত এদিন উজ্জ্বল হ'ব। মানুহে এদিন বুজিব, সমাজ এনেকৈ সদায়

নেথাকে। এই আশাই তেওঁক দীৰ্ঘ জীৱন দিছে এই আশাতেই কাৰ্য্যালয়লৈ তেওঁ এতিয়াও যায়। এতিয়াও ৰাইজৰ কামত তেওঁ আগৰণুৱা। শৰৎ সিংহৰ দেশপ্ৰেম অতুলনীয়, ভাৰতৰ বিশালতাৰ মাজত অসমৰ মৰ্য্যদাক সুপ্ৰতিষ্ঠিত কৰাই তেওঁৰ জীৱনৰ লক্ষ্য। লোভ লালসাহীন এই মানুহজনে যাচি দিয়া ৰাজ্যপালৰ পদো প্ৰত্যাখ্যান কৰিছিল। আনহাতে, জীৱনত বহুত দুখো পাইছে, বিশেষকৈ বৰপুত্ৰ অপূৰ্বৰ মৃত্যু তেওঁৰ বাবে অসহনীয় আছিল। তথাপি তেওঁ স্থিতপ্ৰজ্ঞৰ দৰে সেইবোৰ সহ্য কৰি গৈছে। ইও এক তেওঁৰ মহৎ গুণ। আৰু এটা তেওঁৰ ভাল গুণ হ'ল, অতীত-বৰ্তমানৰ মাজত থকা দূৰত্ব, সংস্কৃতি, জাতি, দেশ আৰু মানুহৰ মাজত থকা ব্যৱধান নাইকিয়া কৰিবৰ বাবে তেওঁ চেষ্টা কৰি আহিছে, হৃদয়ক প্ৰসাৰিত কৰাত তেওঁ আজীৱন সাধনা কৰিছে। বিয়াল্লিচৰ জোৱাৰতে তেওঁ ৰাজনীতিত নামিছিল, চকুত আছিল স্বপ্ন, আজি অস্তাচলত থিয় হৈ তেওঁ দেখিছে সপোনৰ ঘৰ ভাগি পৰিছে, জাতি-জনজাতিৰ সংকীৰ্ণ বিবাদ, উগ্ৰপন্থী, চৰকাৰী হিংসা, নাৰী-নিৰ্য্যাতন, দাৰিদ্ৰৰ অন্ধকাৰৰ মাজত অসমৰ মানুহে যি দুৰ্ভোগ ভুগিছে, শেষ বয়সত তাৰো নীৰৱ দৰ্শক হ'বলগীয়া হৈছে তেওঁ; ই নিশ্চয় তেওঁৰ উদ্বিগ্নতাৰ কাৰণ হৈছে। তেওঁ শেহতীয়াভাবে যিবোৰ লেখা-মেলা কৰিছে, সেইবোৰত প্ৰকাশ পাইছে তেওঁৰ প্ৰতিবাদী ভাবৰ ইঙ্গিত, অসমলৈ শান্তি ঘূৰাই অনাৰ বাবে তেওঁ মাত মাতিছে। অন্যায়, বৈষম্য, হিংসাৰ আনন্দ প্ৰমত্ত, অসংযত, সি কাৰোবাক আত্ম-তৃপ্তি দিব পাৰে, কিন্তু এই আত্ম-তৃপ্তি অস্বাস্থ্যকৰ, ই জীৱন ধংস কৰে। কুপথ্যই প্ৰথমতে তৃপ্তি দিব পাৰে, কিন্তু শেষত সেয়েই ভয়ংকৰ হৈ পৰে। শৰৎ সিংহৰ ৰাজনীতিত কুপথ্য নাই, তাত আছে অপ্ৰমত্ত, সংযত প্ৰাণৰ স্ফুৰণ। আমি তেওঁক চিনিও চিনিব পৰা নাই, লগত থাকিও তেওঁ যেন নিলগ নিঃসংগ। বৰ্তমানৰ বিশ্বায়নী পৰিস্থিতি জীৱন এতিয়া উন্মত্ত অভিযাত্ৰী, শৰৎ সিংহই কি কয় তাক শুনিবলৈ তাৰ সময় নাই, কিন্তু সি যিটো বাট লৈছে সেইটো যে কবি মফিজুদ্দিনে কোৱা 'বাওঁবাট' সেই কথা সি নিজেই নেজানে। এই কথা ভাবি সৎ ৰাজনীতিক শৰৎ সিংহ বিব্ৰত হয়। তেওঁৰ লিখিত আৰু উচ্চাৰিত শব্দবোৰত এই বিব্ৰতবোধৰ ইঙ্গিত বিচাৰিলে পোৱা যাব।

আমাৰ দেশত সমস্যা বহুত, কিন্তু জ্ঞানৰ সমবায় আজিলৈকে নহ'ল। আমাৰ প্ৰশাসন যন্ত্ৰ যিসকলে চলায়, তেওঁবিলাকৰ অবচেতন মনটো নেতিবাচক। সচেতন মনটোৰ লগত তাৰ সংযোগ নেথাকে। সচেতন মন আৰু অৱচেতনৰ মাজত ভাৰসাম্য নেথাকিলে আমি আত্মতৃপ্তিৰ বাহিৰে অইন একো নেপাওঁ। যুদ্ধ এখন লাগিলে

সৈনিকৰ অবচেতন মন হিংসাশ্ৰয়ী হৈ উঠে— সচেতন মনৰ তাত ক্ৰিয়া নেথাকে। আমাৰো সমস্যাবহুল পৰিবেশত অৱচেতন মন নেতিবাচক হয়, আৰু আমি স্বাৰ্থত অন্ধ হৈ পৰোঁ। এইবাবে আমি আত্মকেন্দ্ৰিক হওঁ, আৰু সকলো নৈতিকতা বিসৰ্জন দিওঁ। সচেতন মন এটা নহলে. আমি জ্ঞানৰ পৰিধি কেনেকৈ বঢ়াম? সেইবাবেই অৱচেতনক আমি ইতিবাচক কৰি সচেতন মনৰ লগত তাৰ সংযোগ সাধন কৰিব লাগিব। তেহে আমি জিজ্ঞাসু হ'ব পাৰিম। জ্ঞানৰ সমবায় তেতিয়াহে আৰম্ভ হ'ব। ৰাজনীতিয়ে আজি অমানৱীয় পোছাক পিন্ধাৰ মূলতো এনে এটা কথাই আছে যেন অনুভৱ হয়। আজি যে কৰ্ম-সংস্কৃতি নাইকিয়া হৈছে, দূৰ্নীতি বাঢ়িছে, তাৰো অন্যতম কাৰণ এয়ে। পৰিবেশৰ কথা নিশ্চয় আছে, কিন্তু মানুহৰ উৰ্ধলৈ যোৱাৰ ক্ষমতাও নিশ্চয় আছে। শৰৎ সিংহৰ জীৱন-পৰিক্ৰমাই আমাক তাকে দেখুৱাইছে। তেওঁ উৰ্ধলৈ গৈ জিজ্ঞাসু হৈছে, জ্ঞানৰ সমবায় ৰচনাৰ কাৰণে চেষ্টা কৰিছে। ব্যৰ্থতা আছে, সেই ব্যৰ্থতা কিন্তু ৰমনীয়। তেওঁৰ ব্যৰ্থতাৰ পৰা শিকিবলগীয়া আছে।

অসমীয়া ভাষা সাহিত্যৰ ক্ষেত্ৰতো শৰৎ সিংহ উদাৰ আৰু সহানুভূতিশীল। গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ দিনতে তেওঁ ধুবুৰী প্ৰাথমিক স্কুল বৰ্ডৰ সভাপতি হৈছিল। ইয়াত সহায়ৰ হাত আগবঢ়াইছিল শক্তি আশ্ৰমৰ স্বামী কৃষ্ণানন্দ ব্ৰহ্মাচাৰী আৰু যোগানন্দ গিৰিয়ে। শৰৎ সিংহ অসম সাহিত্য সভাৰ বিলাসীপাৰা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। প্ৰগতিশীল শিল্প সাহিত্যানুষ্ঠানকো তেওঁ উৎসাহিত কৰাৰ উদাহৰণ আছে। তদুপৰি, অসমৰ বিভিন্ন জনজাতীয় সংস্কৃতিৰো উন্নতি তেওঁ মনে-প্ৰাণে বিচাৰে। তেওঁ নিজেও বিভিন্ন সমস্যা সম্বন্ধে বিভিন্ন কাকত, আলোচনীত প্ৰৱন্ধ-পাতি লিখি আছে। জাতিৰ দুৰ্যোগৰ সময়ত তেওঁ মাত মাতিছে। সকলোৰে মাজত গণতান্ত্ৰিক দৃষ্টিভঙ্গী এটা গঢ় লওক— এয়ে তেওৰ আন্তৰিক ইচ্ছা আৰু জীৱনৰ বাণী। প্ৰেম পৰকালৰ বস্তু নহয়, এই পৃথিৱীতে তাৰ বাবে ঠাই উলিয়াব লাগিব। এই পাৰ্থিব দৃষ্টিয়ে তেওঁৰ সত্তাক পোহৰাই তুলিছে।

অসমীয়া মানুহে এইজন পুৰুষক আগৰছোৱাত ভালকৈ বুজি পোৱা নাছিল যদিও এতিয়া তেওঁক আদৰ কৰিবলৈ লৈছে। ইতিমধ্যে অমূল্য কাকতি আৰু ৰঞ্জিত দাসে তেওঁৰ জীৱন সম্পৰ্কে "All alone if need be" নামৰ এখন তথ্যাচিত্ৰ নিৰ্মাণ কৰি উলিয়াছে। মই নিজে সেইখন দেখা নাই, কিন্তু তথ্য-চিত্ৰখনে ৰাষ্ট্ৰীয় পুৰস্কাৰ পাইছে বুলি জানো। হোমেন বৰগোহাঞি আৰু ডঃ নমিতা ডেকাই যুঁটীয়াভাবে তেওঁৰ জীৱন-কাহিনী লিখিছে। হৰেন্দ্ৰমোহন তালুকদাৰকে মুখ্য কৰি কেইজনমান

গুণমুগ্ধয়ো তেওঁৰ বিষয়ে লিখিছে বুলি জানোঁ। অসমৰ মানুহে তেওঁক অন্তৰেৰে গ্ৰহণ কৰিলেহে নতুন প্ৰজন্ময়ো তেওঁক আকোৱালি ল'ব। শৰৎ সিংহই ভবিষ্যতৰ কথা চিন্তা কৰে। নতুন প্ৰজন্মই দৰাচলতে আমাৰ ভৱিষ্যৎ। তেওঁলোকে শান্ত গুণী জনৰ গুণৰাশিক পাথেয় কৰি ল'ব পাৰিলে তেওঁলোকতো উপকৃত হ'বই, দেশো উপকৃত হ'ব। নানা কাৰণত আমাৰ মানুহৰ চৰিত্ৰ স্খলন হৈছে, শৰৎ সিংহৰ দৰে এজন চৰিত্ৰবান ৰাজনীতিজ্ঞ আৰু সমাজ সেৱকৰ মানৱীয় অদৰ্শই আমাক, আমাৰ নতুন প্ৰজন্মক উদ্বুদ্ধ কৰিলে দেশৰ জনসাধাৰণৰ মুক্তি ত্বৰান্বিত হ'ব পাৰে। শৰৎ চন্দ্ৰ শতেক শৰত জীয়াই থাকক— এইষাৰ কথাৰে তেওঁলৈ মোৰ আন্তৰিক শ্ৰদ্ধা জনাইছোঁ। ■

লেখকৰ পৰিচয় ঃ- মাননীয় শ্ৰীযুত নলিনীধৰ ভট্টাচাৰ্য্য অসম তথা ভাৰতবৰ্ষৰ সাহিত্য জগতত এটি পৰিচিত নাম। তেখেত একেধাৰে বিশিষ্ট কবি, সাহিত্যিক আৰু সমালোচক। সাহিত্য একাডেমী বঁটা বিজয়ী শ্ৰীযুত ভট্টাচাৰ্য্য আৰ্য্য বিদ্যাপীঠ মহাবিদ্যালয়ৰ অবসৰ প্ৰাপ্ত অধ্যাপক আৰু কেবাখনো চিন্তাগধুৰ কিতাপৰ লেখক আৰু সকলোৰে শ্ৰদ্ধা আৰু মৰমৰ ব্যক্তি। তেখেত গুৱাহাটী ৰূপনগৰৰ বাসিন্দা।

# জীৱন্ত চলমান অনুষ্ঠান শৰৎ চন্দ্ৰ সিংহ

■ গোলাপ বৰবৰা

শৰৎ চন্দ্ৰ সিংহ কেৱল এজন ব্যক্তিয়েই নহয়, তেখেত নিজেই যেন এটা জীৱন্ত সদা জাগ্ৰত, চলমান অনুষ্ঠান। জাৰ নাই, গৰম নাই, ৰ'দ নাই, বৰষুণ নাই— নিজে স্থিৰ কৰি লোৱা লক্ষ্যৰ প্ৰতি আগ বাঢ়িছে। জীৱনৰ নটা দশক অতিক্ৰম কৰাৰ মুহূৰ্ত্ততো যেন একমাত্ৰ চিন্তা সৰ্ব্বসাধাৰণ ৰাইজৰ কিহত উপকাৰ হয়, সাধাৰণ মানুহৰ ওপৰত বিভিন্ন মহলৰ পৰা চলি থকা জোৰ জুলুম, শোষণ উৎপীড়ন কেনেকৈ নোহোৱা হয়। যতেই তেনেবিলাক অসৎ প্ৰবৃত্তিৰ সামান্যতম উত্থান হোৱা দেখিছে, তাতেই সৱল প্ৰতিবাদ জনাইছে, আনৰ লগতেই হওক বা নিজাববীয়াকৈয়ে হওক তাৰ বিৰুদ্ধে থিয় দিছে। অবিৰাম ঘূৰিও ফুৰে, তাৰ মাজতে দেশৰ ভিতৰে বাহিৰে ক'ত কি ঘটিছে সকলো বিলাক খবৰো ৰাখে, লেখা মেলাও কৰে, সামাজিকতাও ৰক্ষা কৰি চলে।

সিংহ ডাঙৰীয়া মোতকৈ বয়সত ১০ বছৰ মানৰ ডাঙৰ, অথচ তেখেতৰ স্বাস্থ্য দেখাত মোতকৈ বহুত ভালহে আছে। মই ১৯৯২-৯৩ চনৰ পৰা কেবাটাও অসুখত ভুগি ফুৰা-চকা প্ৰায় কৰিবই নোৱাৰা হলো। তথাপি ৰাজহুৱা স্বাৰ্থৰ কিছুমান এৰাব নোৱাৰা মেল-মিটিঙত মাজে সময়ে তেখেতক লগ পোৱাৰ সুযোগ পাওঁ। মই নিজে স্বাস্থ্য জনিত কাৰণত আৰু কিছু আদৰ্শগত কাৰণত সক্ৰিয় দলগত ৰাজনীতি ত্যাগ কৰিলো, ৰাজহুৱা বিবৃতি দি, ৰাজনৈতিক চিন্তা চৰ্চ্চা অৱশ্যে বাদ দিয়া নাই। সিংহ ডাঙৰীয়া এতিয়াও বিৰোধী কংগ্ৰেছৰ এটা গোটৰ লগত জড়িত যদিও তাতো যোৱা লোকসভা নিৰ্ব্বাচনৰ আগে আগে পূৰ্ণ চাংমাই খেলি মেলি লগালে। গতিকে দলগত

স্থিতি যিয়েই নহওক এজন সৎ নিষ্ঠাবান, আৰু মূল্যবোধৰ ৰাজনীতিত বিশ্বাসী লোক হিচাপে শৰৎ সিংহৰ সন্মান আৰু প্ৰতিষ্ঠা সকলো অসমবাসীৰ কাৰণে শ্ৰদ্ধাৰ বিষয়। যোৱা কুৰি বছৰ মানৰ ভিতৰত অসম তথা ভাৰতৰ সকলোতে মূল্যবোধৰ ৰাজনীতি প্ৰায় নোহোৱা হৈছে, তাৰ ঠাই লৈছে টকাৰ জোৰ আৰু লাঠিৰ জোৰে, লগতে এপক্ষই আন পক্ষৰ বিৰুদ্ধে প্ৰয়োগ কৰা গালি-গালাজে। গতিকে শৰৎ সিংহ বা মোৰ নিচিনা মানুহক বহুতে এনেয়ে ভাল মানুহ বুলি ক'ব, কিছুমান ৰাজনৈতিক প্ৰশ্নত সংবাদ মাধ্যমে আমাৰ বক্তব্য খুজি নি প্ৰকাশো কৰিব, কিন্তু ভোটৰ বজাৰত আমিবোৰ মূল্যহীন।

শৰৎ সিংহ ডাঙৰীয়া ৰাজনীতিলৈ তেখেতৰ সমবয়সী আন বহুততকৈ বোধকৰো পলম কৈ আহিছিল। '৪২ৰ আন্দোলনৰ বছৰ কিটাত তেতিয়াৰ অবিভক্ত গোৱালপাৰা জিলাৰ যিকিজন বিশিষ্ট কংগ্ৰেছী নেতাৰ নাম আমি উজনিৰ ডিব্ৰুগড়, তিনিচুকীয়া লৈকে শুনিছিলো তাৰ মাজত তেখেতৰ নামটো পোৱা যেন মনত নপৰে। অনগ্ৰসৰ বিৰাট জিলা এখনৰ এজন উচ্চ শিক্ষিত ব্যক্তি হিচাবে মুকলি ৰাজনীতিৰ বাহিৰে আন সামাজিক কাম হয়তো কৰিছিল। সেই সূত্ৰে বিৰাট জিলা এখনৰ বহুতৰ সৈতে পৰিচিতিও গঢ়ি উঠাটো স্বাভাৱিক। সেইকাৰণেই দেশ স্বাধীন হোৱাৰ কিছু দিন আগেয়ে তেতিয়াৰ শাসক দল কংগ্ৰেছত যোগ দি জিলাখনত প্ৰতিষ্ঠিত হ'ব পাৰিছিল।

ইংৰাজ শাসনৰ দিনতে ভাৰতত ভাষা ভিত্তিক প্ৰদেশ গঠনৰ কথাটো নাগপুৰ কংগ্ৰেছ অধিবেশনত মহাত্মা গান্ধীয়ে নিজে উলিয়াইছিল। বিদেশী চৰকাৰৰ প্ৰশাসনীয় অঞ্চল হিচাবে মাদ্ৰাজ প্ৰেচিডেন্সী, বোম্বাই প্ৰেচিডেন্সী আদি বিলাক আছিল যদিও কংগ্ৰেছৰ দলীয় সংগঠনৰ ক্ষেত্ৰত তামিলনাদু প্ৰদেশ কংগ্ৰেছ কমিটি, অন্ধ্ৰপ্ৰদেশ কংগ্ৰেছ কমিটি, মহাৰাষ্ট্ৰ প্ৰদেশ কংগ্ৰেছ কমিটি, গুজৰাট প্ৰদেশ কংগ্ৰেছ কমিটি, বোম্বাই (বৰ্ত্তমানৰ মুম্বাই) চহৰখনক লৈ বোম্বাই চিটি কংগ্ৰেছ কমিটি, আদি গঠন কৰি লোৱা হৈছিল। অবিভক্ত অসমতো পূৰ্ব্বৰ ছিলেট জিলাৰ সৈতে সমগ্ৰ বৰাক উপত্যকা কংগ্ৰেছৰ সাংগঠনিক ক্ষেত্ৰত তেতিয়াৰ বেঙ্গল প্ৰদেশ কংগ্ৰেছ কমিটিৰ অন্তৰ্ভুক্ত আছিল।

গতিকে ১৯৪৭ চনৰ ১৪-১৫ আগষ্টত সাম্প্ৰদায়িক ভিত্তিত ভাৰত আৰু পাকিস্থান দুখন সাৰ্ব্বভৌম ৰাষ্ট্ৰ সৃষ্টিৰ মাজেদি ভাৰত স্বাধীন হ'ল। জৱাহৰলাল নেহৰুক প্ৰধানমন্ত্ৰী হিচাবে লৈ দিল্লীত কংগ্ৰেছে কেন্দ্ৰীয় চৰকাৰ গঠন কৰিলে। স্বাধীন ভাৰতৰ এখন নিজস্ব সংবিধান ৰচনা কৰিবৰ কাৰণে তেতিয়াৰ অস্থায়ী সংবিধান সভা (constituent assembly)ই ডাঃ আম্বেদকাৰৰ নেতৃত্বত কে. এম. মুন্সী,

অসমৰ ছাৰ চৈয়দ ছাদুল্লাকে ধৰি মুঠ ৫জন সদস্যৰ এখন কমিটি গঠন কৰি দিলে। কমিটিৰ প্ৰতিবেদন অস্থায়ী সংসদত দাখিল হোৱাৰ পিচত যথেষ্ট বিতৰ্কৰ মাজেদি ভোটৰ ভিত্তিত গৃহীত হ'ল। নতুন সংবিধানৰ ভিত্তিতে ১৯৫০ চনৰ ২৬ জানুৱাৰীত ভাৰত এখন সম্পূৰ্ণ স্বাধীন প্ৰজাতন্ত্ৰী দেশ বুলি ঘোষণা কৰা হ'ল। এই সংবিধানৰ ভিত্তিতে ১৯৫২ চনত দেশজুৰি একেলগে লোকসভা আৰু বিধান সভা সমূহৰ কাৰণে গণভোটৰ যোগেদি নিৰ্ব্বাচন কৰি কেন্দ্ৰ আৰু ৰাজ্য সমূহৰ নতুন চৰকাৰ পতা হ'ল।

স্বাধীন ভাৰতৰ সুস্থ প্ৰশাসনৰ কাৰণে এই সাংবিধানিক বাধ্যবাধকতাখিনি শেষ হোৱাৰ পিচত দেশৰ বিভিন্ন ঠাইত ভাষা-ভিত্তিক ৰাজ্য গঠনৰ দাবীটো মূৰ দাঙি উঠিল। কংগ্ৰেছী সকলেই আগভাগ ললে। পৃথক অন্ধ্ৰপ্ৰদেশৰ দাবীত পট্টি শ্ৰীমালুৱে দীৰ্ঘদিন অনশন কৰি মৃত্যু বৰণ কৰিলে। মহাৰাষ্ট্ৰ আৰু গুজৰাটতো বেলেগ বেলেগ শান্তিপূৰ্ণ সত্যাগ্ৰহ আদি আৰম্ভ হ'ল। কেন্দ্ৰৰ নেহৰু চৰকাৰে বিভিন্ন ৰাজ্যৰ নতুন সীমা নিদ্ধাৰণৰ বিষয়ে চৰজমিন তদন্ত আৰু বিভিন্ন লোক তথা সংগঠন আদিৰ মতামত লৈ কি ব্যৱস্থা ল'ব লাগে সেই বিষয়ে প্ৰতিবেদন দিবৰ বাবে পানিকৰ কমিছন গঠন কৰি দিলে। পানিকৰ কমিছন অসমলৈও আহিছিল। কাৰণ, অবিভক্ত গোৱালপাৰা জিলাৰ একাংশ শিক্ষিত বাংলাভাষী মানুহে গোৱালপাৰা জিলাখন পশ্চিম বঙ্গত চামিল কৰিব লাগে বুলি দাবী কৰি আছিল। সেই সময়ত মই জনা মতে শৰৎ সিংহই গোটেই জিলাখনত ঘূৰি পকি, সভা সমিতি পাতি আৰু বিভিন্ন ধৰ্ম্মাৱলম্বী আৰু বিভিন্ন ভাষাভাষীৰ শোভাযাত্ৰা আদি উলিয়াই গোৱালপাৰা পঃবঙ্গৰ লগত চামিল কৰাৰ তীব্ৰ বিৰোধিতা কৰিছিল। এইবিলাক দেখি শুনি পানিকৰ কমিছনেও নিজ প্ৰতিবেদনত তেনে পৰামৰ্শকে দিলে। গোৱালপাৰা অসমত থাকি গ'ল।

কেন্দ্ৰত জৱাহৰলাল নেহৰু আৰু লালবাহাদুৰ শাস্ত্ৰীৰ মৃত্যুৰ পিচত সমাজবাদৰ ধ্বনি দি পুৰণি কংগ্ৰেছৰ ভাঙণ আনি ১৯৬৯ চনত ইন্দিৰা গান্ধী প্ৰধানমন্ত্ৰী হয়। দেশীয় নৃপতিসকলে নিজ নিজ ৰাজ্য ভাৰতত চামিল কৰিছিল, ভাৰতৰ প্ৰথমজন গৃহমন্ত্ৰীৰ ছৰ্দ্দাৰ পেটেলৰ হেচাত আৰু তাৰ কাৰণে তেওঁবিলাকৰ প্ৰত্যেক জনৰ পৰিয়ালৰ কাৰণে একোটা আৰ্থিক ঘোষণা কৰি থৈ গৈছিল। ইন্দিৰা গান্ধীয়ে নিজকে সমাজবাদী বুলি দেখুৱাবৰ কাৰণে দেশীয় নৃপতি সকলৰ মাননীবন্ধ কৰিলে। ডাঙৰ বেঙ্কসমূহ ৰাষ্ট্ৰীয় কৰণ কৰিলে, তাৰ পিচত কয়লা উদ্যোগো। দলটো সম্পূৰ্ণ নিজৰ অনুগত মানুহ লৈ গঢ়ি তোলাৰ চেষ্টা কৰিলে। পুৰণি চামৰ বহুতকে জোৰকৈ আঁতৰাই দিলে। অসমত তেতিয়া মুখ্যমন্ত্ৰী আছিল মহেন্দ্ৰ মোহন চৌধুৰী। এবাৰ তেওঁ দিল্লীত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীক লগ ধৰিবলৈ বিমানেৰে কলকাটা হৈ দিল্লীলৈ

যাবলৈ লণ্ডতে কলিকতাতে ফখৰুদ্দিন চাহেবৰ যোগে কোৱাই দিয়া হ'ল যে— তেওঁ অসমৰ মুখ্যমন্ত্ৰীৰ পদৰ পৰা ইস্তফা দিব লাগে, কাৰণ 'মেডাম'এ শৰৎ সিংহক অসমৰ মুখ্যমন্ত্ৰী হোৱাটো বিচাৰে। দলীয় অনুশাসন মানি কলিকতাৰ পৰা ঘূৰি আহিয়েই চৌধুৰীয়ে মুখ্যমন্ত্ৰী পদৰ পৰা ইস্তফা দিলে। শৰৎ সিংহই মুখ্যমন্ত্ৰী হিচাবে শপত ললে।

এই ক্ষেত্ৰত মই মহেন্দ্ৰ চৌধুৰী বা শৰৎ সিংহ কাকো ব্যক্তিগতভাবে জগৰীয়া কৰিব নোখোজো। দুয়োজনেই দলৰ অনুশাসন মানি উচ্চতম নেতৃত্বৰ পৰামৰ্শ মানি লৈছিল। মহেন্দ্ৰ চৌধুৰীক প্ৰথমে ৰাজ্য সভাৰ সদস্য আৰু তাৰ কিছুদিন পিছতে পঞ্জাবৰ ৰাজ্যপাল কৰি নিয়া হয়। মই নিজেও ১৯৬৮ চনতে ৰাজ্যসভাৰ নিৰ্ব্বাচনত অসমৰ পৰা প্ৰথম বাৰ বিৰোধী দলৰ সদস্য হিচাবে জয়ী হৈ ১৯৭৪ চনলৈকে ৰাজ্যসভাৰ সদঁস্য হৈ আছিলো। গতিকে সেই সময়ছোৱাত দেশজুৰি হোৱা ৰাজনৈতিক উত্থান-পতন বহুবোৰ ঘটনাৰ সম্বন্ধে খবৰ ৰাখিছিলোঁ।

১৯৭০ আৰু ১৯৭১ ৰ প্ৰথম ছোৱাত বাংলাদেশৰ স্বাধীনতাৰ হকে তেতিয়াৰ পূব পাকিস্থানৰ জনসাধাৰণে পাকিস্থানী সৈন্যবাহিনীৰ বিৰুদ্ধে সংগ্ৰাম চলাব লগীয়া হৈছিল। বাংলাদেশী 'মুক্তি বাহিনীৰ বহুতো জোৱানে এইবাৰলৈ আহি ভাৰতীয় সৈন্যবাহিনীৰ পৰা প্ৰশিক্ষণ লৈছিলহি আৰু নিজ নিজ অঞ্চললৈ ঘূৰি গৈ দখলদাৰী পাক সৈন্যবাহিনীৰ বিৰুদ্ধে গৰিলা যুদ্ধ চলাইছিল। পাকিস্থানৰ প্ৰৰোচনাতে শেষলৈ ভাৰতীয় সেনাবাহিনীও পূব পাকিস্থানত প্ৰবেশ কৰি মুক্তি বাহিনীক সহায়ৰ হাত আগবঢ়াবলগীয়া হ'ল। যুদ্ধ চলি থকা সময়ছোৱাতে পাক সেনাবাহিনীৰ অত্যাচাৰত পূব পাকিস্থানৰ পৰা এককোটিৰ ওপৰ লোক (হিন্দু-মুছলমান দুয়ো সম্প্ৰদায়ৰ) পশ্চিম বঙ্গ, অসম আৰু ত্ৰিপুৰালৈ পলাই আহিবলৈ বাধ্য হৈছিল। কেন্দ্ৰীয় চৰকাৰৰ পৰামৰ্শ আৰু আৰ্থিক সহায্যৰে সংশ্লিষ্ট ৰাজ্য কেইখনৰ চৰকাৰে সেই নিৰ্য্যাতিত লোক সকলক কিছুমান অস্থায়ী শিবিৰ পাতি খুৱাই-বুৱাই ৰাখিবলগীয়া হৈছিল, লগতে "মুক্তি বাহিনীলৈও খাদ্য সামগ্ৰী আৰু অন্যান্য ৰছদ পাতি পঠাব লগীয়া হৈছিল। সেই সময়ত নতুনকৈ হোৱা অসমৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই বিধান সভাৰ বিৰোধী পক্ষকো বিশ্বাসত লৈ এই কামবোৰ নিয়াৰিকৈ চলাইছিল।

কিছু দিনৰ ভিতৰতে পূব পাকিস্থানত থকা দখলদাৰী পাকসৈন্য বাহিনীৰ পৰাজয় হ'ল। জেনেৰেল জিয়াই তেওঁৰ বাহিনীৰ হৈ সেই অঞ্চলৰ যুদ্ধত ভাৰতীয় সৈন্যবাহিনীৰ দায়িত্বত থকা লেঃ জেনেৰেল অৰোৰাৰ ওচৰত বিনাচৰ্তে আত্মসমৰ্পনৰ

শপতনামাত চহী কৰিলে। যুদ্ধ শেষ হ'ল, পূৰ্ব্ব বঙ্গৰ জনাসাধাৰণৰ অন্যতম নেতা শ্বেখ মুজিবুৰ ৰহমানক পাকিস্থানৰ কেন্দ্ৰীয় চৰকাৰে আগতেই ধৰি নি উঃ পূঃ সীমান্ত প্ৰদেশৰ কোনোবা এখন জেলত নি আটক বন্দী কৰি ৰাখিছিল। তেওঁ মুক্ত হৈ ঘূৰি আহি ঢাকা পালেহি। ১৯৭১ চনৰ ২৪ মাৰ্চত ঢাকাৰ পাৱনা ময়দানত লাখ লাখ জনতাৰ সন্মুখত থিয় হৈ শ্বেখ মুজিবুৰ ৰহমানে বাংলাদেশৰ স্বাধীনতা ঘোষণা কৰিলে।

স্বাধীন বাংলাদেশৰ সৃষ্টিত যোগোৱা বৰঙনিৰ কাৰণে দেশৰ জনসাধাৰণৰ মাজত ইন্দিৰা গান্ধীৰ জনপ্ৰিয়তা হঠাতে তুঙ্গত উঠিল। মনত আছে, সংসদৰ উভয় সদনৰ এখন যুটীয়া বৈঠক চেণ্ট্ৰেল হলত আহ্বান কৰা হৈছিল প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধী আৰু প্ৰতিৰক্ষা মন্ত্ৰী জগজীৱন ৰামক সম্বৰ্দ্ধনা জনাবৰ কাৰণে। বিশিষ্ট লোকসকলৰো বহুতেই তেতিয়া আবেগিক হৈ পৰিছিল। আনকি আমাৰ ছচিয়েলিষ্ট গোটৰে এজন নেতা সমৰ গুহই সেই সভাতে ইন্দিৰা গান্ধীক দেৱী দুৰ্গাৰ লগত তুলনা কৰি এটা আবেগিক বক্তৃতা দিয়েই ক্ষান্ত নাথাকি মঞ্চলৈ উঠি গৈ ইন্দিৰাক এখন তৰোৱালো উপহাৰ দিছিল। ইন্দিৰা গান্ধী কিন্তু জনসাধাৰণৰ এনেবিলাক আবেগক কামত খটুৱাই এটা ৰাজনৈতিক চমক দিবৰ কাৰণে ভিতৰে ভিতৰে প্ৰস্তুত হৈছিল। ১৯৭১ চনৰ ডিচেম্বৰ মাহৰ শেষ সপ্তাহৰ কথা। আমি ছচিয়েলিষ্টসকল আমাৰ দলৰ বছৰেকীয়া অধিবেশনৰ কাৰণে পুণেত সমবেত হৈছিলো। হঠাতে ৰেডিঅ' যোগে প্ৰচাৰ শুনিলো— ইন্দিৰা গান্ধীয়ে লোকসভা ভঙ্গ কৰি দিছে, '৭২ৰ ফেব্ৰুৱাৰীত নিৰ্ব্বাচন হ'ব। চলিত লোকসভাৰ কাৰ্য্যকাল তেতিয়াও এবছৰ বাকী আছিল। আমাৰ দলৰ লোকসভা সদস্য কিজন বিপদত পৰিল। কাৰণ ৰেলৰ পাছ আদিৰ সকলো সুবিধা লগে লগে বন্ধ হৈছিল, লগৰ সহযোগী কাৰোবাৰ পৰা টকা ধাৰ কৰি ৰেলৰ টিকট কাটিব লগা হৈছিল। ৰাজ্য সভাৰ সদস্যসকলৰ তেনে বিপদ হোৱা নাছিল, কাৰণ ৰাজ্যসভা কেতিয়াও ভঙ্গ নহয়।

১৯৭২ৰ ফ্ৰেব্ৰুৱাৰী মাহত হোৱা নিৰ্ব্বাচনত ইন্দিৰা কংগ্ৰেছৰ বিৰাট জয় হ'ল। পুৰণি কংগ্ৰেছ (সংগঠন)এ আসন পালে মাত্ৰ ১৫খন। ছচিয়েলিষ্ট, কমিউনিষ্ট সকলেও পালে কেইখনমানকৈ। ইন্দিৰা গান্ধীয়ে নিৰ্বিঘ্নে নিজে জিকি অন্য বহুতো নতুন মানুহৰ সহযোগত কেন্দ্ৰত চৰকাৰ গঠন কৰিলে। অসমত বিধান সভাৰ নিৰ্ব্বাচন একেলগে হৈছিল। '৯৫খন আসনত জয়লাভ কৰি ইন্দিৰা নেতৃত্বাধীন কংগ্ৰেছে শৰৎ সিংহক মুখ্যমন্ত্ৰী পাতি চৰকাৰ গঠন কৰিলে। নোহোৱা নোপজা ঘটনা এইটোৱেই

যে তাৰ আগতে বা পিছতো কেতিয়াও অসমত বিধান সভাৰ নিৰ্ব্বাচনত ৭২/৭৪ খনতকৈ বেছি আসন কংগ্ৰেছে পোৱা নাই। লোকসভাৰ নিৰ্ব্বাচনৰ দৰেই ইন্দিৰাৰ সপক্ষে বোৱা স্বাধীন বাংলাদেশৰ ঢৌৱে কাম কৰিছিল। শৰৎ সিংহ আছিল নিমিত্ত মাত্ৰ।

সি যি কি নহওক '৭২ৰ নিৰ্ব্বাচনত দ্বিতীয়বাৰৰ কাৰণে মুখ্যমন্ত্ৰী হৈ শৰৎ সিংহই কেইটামান লেখত ল'বলগীয়া কাম কৰিছিল। প্ৰথমটো হ'ল অবিভক্ত গোৱালপাৰা জিলাৰ ঔদ্যোগীকৰণৰ ব্যৱস্থা। উজনি অসমৰ ডিব্ৰুগড়-তিনিচুকীয়া আদি জিলাত উনবিংশ শতিকাৰ শেষৰ ফালেই চাহ, তেল, কয়লা আদি উদ্যোগ গঢ়ি উঠিছিল। দেশ স্বাধীন হোৱাৰ পিচত চলিহা চৰকাৰৰ উদ্যোগ মন্ত্ৰী কামাখ্যা প্ৰসাদ ত্ৰিপাঠীৰ প্ৰচেষ্টাতে উক্ত উদ্যোগ বিলাকৰ আৱশ্যকীয় সা-সৰঞ্জাম তৈয়াৰ কৰাৰ কাৰণে মজলীয়া ধৰণৰ কিছুমান উদ্যোগ সেই কিখন জিলাতে গঢ়ি উঠিছিল। অবিভক্ত গোৱালপাৰা জিলাত ইংৰাজ শাসনৰ দিনতে এটা চুইডিচ কোম্পানীয়ে তৈয়াৰ কৰা জুইশলা কাৰখানা এটাৰ বাহিৰে আন কোনো কল-কাৰখানা নাছিল। শৰৎ সিংহ চৰকাৰৰ দিনতে চালাকাটিত কয়লাৰ পৰা বিদ্যুৎ উৎপাদনৰ কাৰখানা, অশোক কাগজ কল, উজনি অসমত উৎপাদিত অতিৰিক্ত খাৰুৱা তেলৰ ওপৰত চলা বি আৰ পি এলৰ আদি প্ৰতিষ্ঠা কৰা হৈছিল। তদুপৰি গুৱাহাটীৰ ওচৰৰে চন্দ্ৰপুৰত কেইবাটাও কাৰখানা তৈয়াৰ হৈছিল অসম কাৰ্বনকে আদি কৰি।

শৰৎ সিংহ চৰকাৰৰ আন এটা সৱল সিদ্ধান্ত আছিল অসমৰ ৰাজধানী শ্বিলঙৰ পৰা ১৯৭৪ চনৰ প্ৰথম ছোৱাতে দিশপুৰলৈ নমাই অনা। অসমৰ ৰাজধানী যে শ্বিলঙৰ পৰা ভৈয়ামলৈ নমাই আনিব লাগে সেই দাবী ভৈয়ামবাসী অসমীয়া, অনা-অসমীয়া সকলোৱেই বহুদিন ধৰি কৰি আহিছিল। পূৰ্ব্বৰ শাসক দলৰ চৰকাৰ সমূহে তেতিয়াৰ খাচিয়া-জয়ন্তীয়া আৰু গাড়োপাহাৰ জিলাৰ বাইজে পৃথক মেঘালয় ৰাজ্যৰ দাবী জোৰদাৰ কৰি তোলাৰ পিচতো মেঘালয় আৰু অসম দুয়োখন ৰাজ্যৰে শ্বিলং যুটীয়া ৰাজধানী কৰি ৰাখিব পৰা যাব বুলি আশা কৰিছিল। কিন্তু মেঘালয় গঠন হোৱাৰ পিচত পূৰ্ব্বৰ অসম চৰকাৰে পতা মতিনগৰ, বিষ্ণুপুৰ, চলিহানগৰ আদিত অসমীয়া বিষয়া কৰ্ম্মচাৰী সকলে নিজে সজাই লোৱা ঘৰবাৰীতো যেতিয়া শান্তিৰে থাকিব নোৱাৰা হ'ল, আনকি কোনো স্থাৱৰ সম্পত্তি বেচা-কিনাও কৰিব নোৱাৰা হ'ল, তেতিয়াহে অসমীয়া মানুহৰ গা লৰিল। ৰাজধানী ভৈয়ামলৈ নমাই আনিব লাগে বুলি চিঞৰ-বাখৰ লগালে।

অলপতে কোনোবা এখন অসমীয়া দৈনিক কাকতত সিংহ ডাঙৰীয়াই দুঃখ কৰি এটা বিবৃতিত কৈছে— "লাগিলে আমি তম্বু পাতি থাকিম, তথাপি শ্বিলঙৰ পৰা

ৰাজধানী, সোনকালে নমাই আনক” বুলি যিসকলে দাবী কৰিছিল তাৰে কোনো কোনোৰ মনত মই এতিয়া ভিলেইন।” গতিকে মই ক'ব খোজো যে ৰাজধানী দিশপুৰলৈ নমাই অনাটোত দোষ ধৰিব লগীয়া একো নাই। কিন্তু পূৰ্ব্বৰ চৰকাৰে পাতি দিয়া এখন বিশেষজ্ঞ কমিটিয়ে যিহেতু ৰাজধানী শিলঘাটত পাতিবলৈ পৰামৰ্শ দি থৈছিল, গতিকে শাসক, বিৰোধী দুয়োপক্ষৰ মাজতে দ্বিমত হ'ল। কিছুমান বিধায়কে দাবী কৰিলে শিলঘাটৰ কাৰণে, আন কিছুমানে দিশপুৰৰ কাৰণে। গতিকে বাধ্যত পৰি সিংহ ডাঙৰীয়াই ঘোষণা কৰিলে— দিশপুৰত অস্থায়ী ৰাজধানীহে পতা হৈছে। মই ভাবো— “অস্থায়ী ৰাজধানীৰ” কাৰণে টকা-পইচা দিয়াত কেন্দ্ৰই হাত ধৰিলে। অঞ্চলটোৰ কাৰণে পতা কেন্দ্ৰীয় চৰকাৰৰ সকলো কাৰ্য্যালয়ে শ্বিলং এৰি নাহিল। স্থায়ী ৰাজধানীৰ কথাটো এতিয়ালৈ ওলমি ৰ'ল।

আমাৰ জনতা পাৰ্টিৰ চৰকাৰৰ দিনতো স্থায়ী ৰাজধানীৰ প্ৰশ্নটো উঠিছিল। ৰাজ্যপাল এল পি সিঙৰ লগতো আলোচনা কৰি মই মন্ত্ৰী পৰিষদৰ এখন জৰুৰী বৈঠক পাতি বিষয়টো আলোচনা কৰিছিলো। তাতো এজনে শিলঘাটৰ কথা উলিয়াইছিল। কৃষকবন্ধু সোনেশ্বৰ বৰাই বোকাখাটৰ ওচৰৰ বগৰিজেং নামৰ ওখ চাপৰি এটাৰ কথা কৈছিল। কিন্তু সিদ্ধান্ত হৈছিল যে কেইবাবছৰ ধৰি দিশপুৰৰ পৰাই কামকাজ চলিল যেতিয়া ৰাজধানী দিশপুৰেই হওঁক, কিন্তু তাৰ সম্প্ৰসাৰণৰ কাৰণে কাহিলিপাৰাৰ বিস্তীৰ্ণ অঞ্চলৰ খালি পৰি থকা মাটিবিলাক ব্যক্তিগত মালিকানাত কিনা-বেচা বন্ধ কৰা হওক। সেই বিষয়ে ভূমি ৰাজস্ব বিভাগে নিৰ্দ্দেশো জাৰি কৰিছিল। আমাৰ চৰকাৰ কিছুদিনৰ পিছতে ভাগিল। ১৭ জন বিসম্বাদী বিধায়ক লৈ পতা যোগেন হাজৰিকাৰ তিনিমহীয়া চৰকাৰৰ দিনত মাটিৰ দালাল আৰু পৈতৃক মাটি বেচি মদ-ভাত খোৱা সকলৰ স্বাৰ্থত আমি আগতে জাৰি কৰা নিৰ্দ্দেশ হাজৰিকা চৰকাৰে প্ৰত্যাহাৰ কৰিলে।

দিল্লীত ইন্দিৰা গান্ধীৰ আৰু অসমত শৰৎ সিংহৰ চৰকাৰৰ দিনত কংগ্ৰেছী মহলত “সমাজবাদ” শব্দটো বৰকৈ আলোচিত হৈছিল। কিন্তু সেই সমাজবাদ দেশৰ স্বাধীনতা সংগ্ৰামৰ মাজেদি ওলাই অহা আচাৰ্য্য নৰেন্দ্ৰ দেৱ, জয়প্ৰকাশ নাৰায়ণ, ডাঃ ৰামমনোহৰ লোহিয়া আদিৰ প্ৰেৰণাত আমি বিশ্বাস কৰা ৰাষ্ট্ৰীয়তাবাদী সমাজবাদ নহয়। তেওঁবিলাকৰ সৈতে গা-ঘঁহাই থকা তেতিয়াৰ ছোভিয়েট ৰুছ পন্থী কমিউনিষ্ট সকলৰ সমাজবাদ। এই লৈ আনকি কংগ্ৰেছী সকলৰ মাজতে ঠাট্টা, মস্কৰাও চলিছিল। এদিনৰ কথা। মই তেতিয়া ৰাজ্যসভাৰ সদস্য হিচাবে দিল্লীত। সেই দিনা ৰাতিলৈ কেন্দ্ৰীয় চৰকাৰৰ মন্ত্ৰী মইনুল হক চৌধুৰীয়ে আমাৰ এম পি সকলক তেওঁৰ

বঙলাত ৰাতিৰ সাজ খাবলৈ মাতিছিল। মই ৰাতি ৮-৩০ মান বজাত তেখেতৰ বঙলাৰ দুৱাৰ মুখত উপস্থিত হলোগৈ। মইনুল হক চাহেবে মোক দুৱাৰ মুখতে প্ৰথমে সুধিলে— আপুনি আচল সমাজবাদী হয়নে নহয়? মই ক'লো— কিয় সুধিলে? তেওঁ ভিতৰতে বহি থকা ধৰণীধৰ দাসলৈ দেখুৱাই ক'লে— আপুনি যদি আচল সমাজবাদী, তেন্তে সৌ তেখেতৰ লগত বহকগৈ। মই পিছে ভিতৰলৈ সোমাই গৈ আন সকলৰ লগতহে বহিলোগৈ। সেই সময়ত মুখ্যমন্ত্ৰী শৰৎ সিংহ দিল্লীলৈ গলেই দেখো ধৰণীধৰ দাসে তেওঁৰ লগ নেৰা হয়। অসমতো চি পি আইৰ ৪জন সদস্যৰ ভিতৰত ফনী বৰা, প্ৰমোদ গগৈ, দুলাল খাউণ্ড আদি বিধায়কসকল তেখেতৰ অন্যতম পৰামৰ্শদাতা হৈ উঠিছিল। তাৰ ফলতেই বোধকৰো তেখেতৰ চৰকাৰে ভূমিহীন আৰু আৱশ্যকতকৈ কম খেতিৰ মাটি থকা কৃষকসকলৰ কাৰণে কেইখন মান কৃষি পাম নিগম গঠন কৰি দিছিল, যিবোৰ বাস্তৱ ক্ষেত্ৰত কাৰ্য্যকৰী নহ'ল।

তাৰ পিচত আহিল গুজৰাট আৰু বিহাৰৰ ছাত্ৰ আন্দোলন, সৰ্ব্ব ভাৰতীয় ৰেল ধৰ্ম্মঘট আৰু দেশৰ বিভিন্ন ঠাইত গণতান্ত্ৰিক আন্দোলনকাৰীৰ ওপৰত বাঢ়ি অহা পুলিচ নিৰ্য্যাতন। সদৌ শেষত ১৯৭৫ চনৰ ২৫ জুনৰ মাজনিশা প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ দ্বাৰা দেশ জুৰি আভ্যন্তৰীণ জৰুৰী অৱস্থা ঘোষণা আৰু লগে লগে আমাৰ নিচিনা বহুতকে 'মিছা' আইনত বিনা বিচাৰে জেলত সুমুওৱা। এই বহু চৰ্চিত বিষয় বিলাকৰ বিষয়ে এই প্ৰবন্ধত এতিয়া বহলাই লিখাৰ আৱশ্যকতা বোধ কৰা নাই। ইন্দিৰা গান্ধীয়ে আগতেই লোকসভা আৰু ৰাজ্য বিধান সভা সমূহৰ আয়ুস ৫ বছৰীয়াৰ ঠাইত ৬ বছৰীয়া কৰি লৈছিল। আন্তৰ্জাতিক মহলৰ হেঁচাত তেওঁ জৰুৰী অৱস্থা প্ৰত্যাহাৰ নকৰাকৈয়ে ১৯৭৭ চনৰ মাৰ্চৰ ভিতৰৰ লোকসভা নিৰ্ব্বাচন পতা হ'ব বুলি ঘোষণা কৰিলে। ইতিমধ্যে জেলৰ পৰা মুক্ত হৈ অহা প্ৰধান বিৰোধী দলীয় নেতাসকলে একেলগে বহি স্থিৰ কৰিলে যে জনতা পাৰ্টিৰ নামত লোকসভাৰ প্ৰতিখন আসনত ইন্দিৰা কংগ্ৰেছৰ প্ৰাৰ্থীৰ বিৰুদ্ধে মিলিত ভাবে এজনকৈহে প্ৰাৰ্থী দিব। নিৰ্ব্বাচনত ইন্দিৰা গান্ধী নিজেও হাৰিল আৰু সমগ্ৰ উত্তৰ ভাৰত আৰু পশ্চিম ভাৰতত তেওঁৰ দল নিশ্চিহ্ন হ'ল। কেন্দ্ৰত মোৰাৰাজী দেশাইৰ প্ৰধানমন্ত্ৰীত্বত জনতাপাৰ্টিৰ চৰকাৰ গঠন হ'ল। ১৯৭৮ চনত ফেব্ৰুৱাৰীৰ শেষত হ'ল অসম বিধান সভাৰ নিৰ্ব্বাচন। মই ১৯ মাহ আটকবন্দী হিচাবে কাৰাগাৰত কটাই ১৯৭৭ চনৰ জানুৱাৰীৰ দিনা মুক্তহৈ ওলাই অহাৰ পিছত ২৯ জানুৱাৰীৰ দিনা গুৱাহাটীত সমভাবাপন্নলোক সকলে আহ্বান কৰা এখন সভাত মোক অসমৰ জনতা পাৰ্টিৰ সভাপতি আৰু প্ৰয়াত বিশ্ব গোস্বামীক সাধাৰণ সম্পাদক পতা হয়। বিধান সভা

নিৰ্ব্বাচন সম্বন্ধে পাৰ্টিৰ অসম শাখাৰ সভাপতি হিচাবে দিল্লীত নেতাসকলক লগ পাবলৈ যাওঁতে মোক কোৱা হৈছিল। সাৱধানঃ শৰৎ সিংহৰ গ্ৰাচৰুট অৰ্গেনাইজেশন আছে, আপোনালোকে ২০ জন মান বিধায়ক জিকাই আনি এটা শক্তিশালী বিৰোধী দল গঠন কৰিব পাৰিলে আমি সুখী হ'ম। মই দৃঢ়তাৰে কৈছিলো— আপোনালোক নিঃচিন্ত থাকক, অসমত আমি জয়লাভ কৰি চৰকাৰ গঠন কৰিম। সেইটো সত্য প্ৰমাণিত হৈছিল। জনতা পাৰ্টিৰ নামত আমি ৫৩জন বিধায়ক জিকি আহিছিলো। নিৰ্ব্বাচনৰ আগতে আমাৰ লগত মিত্ৰতাৰ চুক্তি কৰা ভৈয়াম জনজাতি পৰিষদে ৪খন আসন পাইছিল আৰু মোৰ নেতৃত্বত তেওঁবিলাকৰ সম্পূৰ্ণ আস্থা আছিল।। নিৰ্ব্বাচনৰ পিচতে ৬জন নিৰ্দ্দলীয়ই বিনাচৰ্ত্তে জনতা বিধায়নী দলত যোগ দিছিল। ৬৩জনীয়া এটা গোট হিচাবে আমি অকলে চৰকাৰ গঠন কৰিব পৰা হৈছিলো। চি পি আই তেতিয়া আছিল কংগ্ৰেছৰ লগত। চি পি এম, আৰ চি পি আই আৰু এছ ইউ চিৰে মুঠ ১৭জন সদস্যই স্বেচ্ছাই চৰকাৰৰ বাহিৰত থাকি সমৰ্থন জনাইছিল।

শৰৎ সিংহ ৰাজনৈতিক ক্ষেত্ৰত এজন একাচেকা ব্যক্তি। যেতিয়া যিটোত লাগিব, দেহে-গহে লাগি যাব। আমি যেহেতু তেখেতৰ দলক পৰাজিত কৰিয়েই চৰকাৰ গঠন কৰিছিলো, তেখেতে যে আমাৰ চৰকাৰ ভাঙিবলৈ উঠি পৰি লাগিব তাত আচৰিত হব লগীয়া একো নাছিল। আমাৰ চৰকাৰখন আকাৰত বহুত সৰু আছিল। মুখ্যমন্ত্ৰীক লৈ ৯জন কেবিনেট মন্ত্ৰী আৰু কেইটামান দপ্তৰৰ সম্পূৰ্ণ দায়িত্ব লৈ ৪জন ৰাজ্য মন্ত্ৰী। প্ৰথম বছৰটো নিয়াৰিকৈ কাম-কাজ চলাৰ পিচত আমাৰ বিধায়িনী দলতো এটা বিসম্বাদী গোটৰ সৃষ্টি হ'ল কেইজনমানে মন্ত্ৰীত্ব পোৱাৰ আশাত। ১৭জন বিসম্বাদী সদস্যক শৰৎ সিংহই বাৰে বাৰে আশা দিলে আপোনালোকে দলত্যাগ কৰি ওলাই আহিলেহে চৰকাৰ গঠনত আমাৰ দলৰ ২২জনে বাহিৰত থাকি সমৰ্থন দিব। আশ্বাস মতেই জনতা দল গঠন কৰি চৰকাৰ পাতিবলৈ ওলাল। শৰৎ সিংহৰ নেতৃত্বত ২২জন কংগ্ৰেছ (স.মাজবাদী), ৬জন চি-পি আই এ বাহিৰত থাকি সমৰ্থন ঘোষণা কৰিলে। কংগ্ৰেছ (আই)ৰ ৮জন নিৰপেক্ষ আছিল। চি পি এমৰ ১১, আৰ চি পি আইৰ ৪ আৰু এছ ইউ চিৰ ২জন প্ৰথম অৱস্থাত দোধোৰ মোধোৰ অৱস্থাত আছিল যদিও কেন্দ্ৰীয় নেতা আহি মেনেজ কৰিলে।

১৯৭৯ চনৰ ৩ ছেপ্টেম্বৰত বিধান সভাত জনতা পাৰ্টিৰ চৰকাৰৰ বিৰুদ্ধে অনাস্থা প্ৰস্তাৱ আছিল। প্ৰস্তাৱক আৰু কেইজনমানৰ বক্তব্যৰ পিচত মুখ্য মন্ত্ৰী হিচাবে সকলো সমালোচনাৰ যোগ্য প্ৰত্যুত্তৰ দিয়াৰ পিচত আবেলি ৪ বজাত প্ৰস্তাৱৰ ওপৰত ভোট গ্ৰহণৰ সিদ্ধান্ত লৈ দুপৰীয়াৰ আহাৰৰ কাৰণে সভাস্থগিত হ'ল। সেই

সময়তে মই আন কেবাজনো সহযোগীক লগত লৈ গুৱাহাটী চাৰ্কিট হাউছ পালোগৈ। তাত শ্বিলঙৰ পৰা কিছুসময়ৰ আগতে আহি অপেক্ষা কৰা ৰাজ্যপাল এল পি সিঙৰ হাতত মই মোৰ চৰকাৰৰ হৈ ইস্তফা পত্ৰ দাখিল কৰিলো।

যোগেন হাজৰিকাৰ চৰকাৰ মাত্ৰ তিনিমাহ চলিল। তাৰ পিচত শৰৎ সিংহৰ কংগ্ৰেছ (সমাজবাদী)ৰ ২২জনীয়া গোটটোৰ সমৰ্থন প্ৰত্যাহাৰৰ কাৰণেই হাজৰিকাৰ চৰকাৰ ভঙ্গ কৰি দিয়া হ'ল। শৰৎ সিংহ ডাঙৰীয়াই নিজে বেলেগ প্ৰচেষ্টা আৰম্ভ কৰে মানে তেখেতৰ দলৰ ২২জনৰ ভিতৰত হিতেশ্বৰ শইকীয়া প্ৰমুক্ষে ১৯জন বিধায়কে তেখেতৰ লগ এৰি ইন্দিৰা কংগ্ৰেছত যোগ দিলে। কেন্দ্ৰৰ নিৰ্দ্দেশ মতেই ৰাজ্যপাল এল পি সিঙে আনোৱাৰা তাইমুৰক মুখ্যমন্ত্ৰী হিচাবে লৈ ইন্দিৰা কংগ্ৰেছৰ সংখ্যালঘু চৰকাৰ এটা অসমৰ ৰাইজৰ মূৰৰ ওপৰত জাপি দিলে। অন্যান্য সকলো দলৰ বিধায়কসকল আৰু সৰ্ব্বসাধাৰণ ৰাইজ অসন্তুষ্ট হ'ল। আনোৱাৰা তাইমুৰ চৰকাৰো ভঙ্গ কৰি দিয়া হ'ল।

শৰৎ সিংহ ডাঙৰীয়া যে আকোৰগোজ মনোভাৱৰ ৰাজনীতিকৰ লগতে এজন দক্ষ কূটনীবিদো তাৰো প্ৰমান এই সময়তে পোৱা গ'ল। নিজৰে সৈতে মাত্ৰ ৩জন বিধায়ক লৈ আন সকলোৰে সমৰ্থন লৈ মুখ্যমন্ত্ৰী হৈ চৰকাৰ গঠনৰ প্ৰচেষ্টা চলালে। পুৰণি বিধায়ক হোষ্টেলত প্ৰমোদ গগৈৰ নামত থকা ঘৰটোত তথাকথিত বাও গণতন্ত্ৰৰ নামত কেতিয়াবা আগবেলা আৰু কেতিয়াবা পিছবেলা বৈঠক বহে কেতিয়াবা আলোচনালৈ মাতিলে যাওঁ। এনেয়ে নাযাও। বিধান সভা চৌহদত থকা আমাৰ দলৰ বিধায়ক কেইজনমানে যোগ দিয়ে বাও গণতান্ত্ৰিক মৰ্চ্চাৰ চৰকাৰ হলে মন্ত্ৰীত্ব পোৱাৰ আশাত। ঁ নগেন বৰুৱাই আগতে এদিন শৰৎ সিংহক সুধিছিল ঃ মৰ্চ্চা চৰকাৰৰ নেতা কোন হ'ব আগতে ঠিক নকৰে নেকি? সিংহই কলে যথা সময়ত পিচত ঠিক কৰা হ'ব। শেষত আনবোৰ কথা-বাৰ্তা শেষ কৰি এদিন সন্ধিয়া নেতা বচাৰ কাৰণে প্ৰমোদ গগৈৰ ঘৰত মিটিং হ'ল। মই ভালকৈয়ে জানিছিলো যে কমিউনিষ্টসকলে মই নেতা হোৱাটো পছন্দ নকৰে। এইটোও জানিছিলো যে ইন্দিৰা গান্ধীয়ে আগতে ক্ষমতাত থকাৰ দিনত তেওঁৰ লগত থাকি জনতা পাৰ্টিয়ে চৰকাৰ গঠন কৰাৰ পিচত লগ এৰি অহা সিদ্ধাৰ্থ শঙ্কৰ ৰায়, দেৱকান্ত বৰুৱা আদিক তেওঁৰ জীৱিত অৱস্থাত কেতিয়াও ক্ষমা নকৰিলে। গতিকে শৰৎ সিংহকো কেতিয়াও মুখ্যমন্ত্ৰী হবলৈ নিদিয়ে। গতিকে কূটনীতিৰ হুল কূটনীতিৰে কাটিবৰ কাৰণেই মই প্ৰস্তাৱিত মৰ্চ্চা চৰকাৰ গঠনৰ দায়িত্ব শৰৎ সিংহকে দিয়া হওক বুলি সন্মতি দিলো। সভাৰ পৰা ওলাই অহাৰ পিচতে প্ৰমোদ গগৈৰ ঘৰৰ আগৰ ৰাস্তাটোতে চহৰীয়াক লগ পালো। তেওঁ

সুধিলে ঃ কি সিদ্ধান্ত হ'ল? মই কলো শৰৎ সিংহক মৰ্চ্চাৰ নেতা পতা হ'ল। তেওঁ "এহ আপুনি কি কৰিলে?" বুলি আঁতৰি গ'ল। মোৰ দলৰ কেইবাজনো বিধায়কে এই খবৰটো পাই মোৰ ঘৰলৈ আহি গিজগিজাই উঠিল। ক'লে— আমাৰ ৩১জন বিধায়কৰ দলপতিকে নেতা নাপাতি ৩জন বিধায়কৰ নেতাক চৰকাৰ গঠনৰ সুবিধা দিয়াটো কেনে কথা হ'ল? মই তেওঁবিলাকক বহুতো বুজাই শান্ত কৰাৰ পিচত ক'লো— চাই থাকক কি হয়। তেওঁবিলাক ওলাই যোৱাৰ পিচত মই টাইপ মেচিনটো উলিয়াই লৈ নিজে টাইপ কৰি ৰাজ্যপাল এল পি সিঙলৈ এখন চিঠি লিখিলোঁ— আমি বিধান সভাৰ কেবাটাও অ-কংগ্ৰেছী দলে মিলি এখন মৰ্চ্চা চৰকাৰ গঠন কৰিব খুজিছোঁ। আমাৰ লগত ৬৩ জন বিধায়ক আছে। আমাৰ দলত তেতিয়াও ৩১ বিধায়ক। আমাৰ সকলোৰে নেতা শৰৎ সিংহ। আপুনি তেখেতক চৰকাৰ গঠনৰ কাৰণে আমন্ত্ৰন জনাওক। আমাৰ জনতা পাৰ্টিৰ বিধায়কসকলে বাহিৰত থাকি সেই চৰকাৰক সমৰ্থন জনাব। পিচদিনা পুৱাই বিধায়ক নিবাস এলাকাৰ পৰা দুজন বিশ্বস্ত বিধায়ক মাতি আনি শ্বিলঙলৈ পঠিয়াই দিলো চিঠিখন ৰাজ্যপালক দিবলৈ। পিচত সেই চিঠিৰ বিষয়ে কেনেবাকৈ গম পাই বহুতে গিজ গিজাই উঠিল। মই ক'লো— অকল কমিউনিষ্ট সকলেহে আন পাৰ্টিৰ চৰকাৰক বাহিৰত থাকি সমৰ্থন দিয়াৰ নামত নচুৱাই থাকিব নেকি? আমি গণতান্ত্ৰিক দল সমূহে কমিউনিষ্ট সকলকো সমানে নচুৱাব নোৱাৰো কিয়?

কেইদিন মানৰ ভিতৰতে কেশব গগৈক মুখ্যমন্ত্ৰী পাতি আকৌ এখন সংখ্যালঘু চৰকাৰ গঠন হ'ল। সেই চৰকাৰো দুমাহ মান চলাৰ পিচত ১৯৮৪ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ আগে আগে অসম চৰকাৰ আৰু বিধান সভা একেলগে ভঙ্গ কৰা হ'ল।

সেই নিৰ্ব্বাচন আৰু তাৰ পিচৰ দুটামান নিৰ্ব্বাচনৰ আগে আগেও অসমত বাও গণতান্ত্ৰিক মৰ্চ্চা গঠনৰ প্ৰয়াস চলিছে। কিন্তু প্ৰতিটো পাৰ্টিয়ে যুজিব খোজা সমষ্টিৰ তালিকা ইমান দীঘল হয় যে শেষত একো নহয়গৈ। দেখিলো যোৱাটো সাধাৰণ নিৰ্ব্বাচনৰ আগতে সিংহ ডাঙৰীয়াই তেনে প্ৰচেষ্টা নচলালে। ভাল কথা এতিয়া আহিল কোনোবা প্ৰধান দলক কেন্দ্ৰ কৰি নিৰ্ব্বাচনৰ বহু আগতে গঠন কৰি যুজত নমা alliance (মিত্ৰতা)ৰ ৰাজনীতি। ■

**গোলাপ বৰবৰা, অসমৰ এজন প্ৰখ্যাত সমাজবাদী নেতা আৰু কেন্দ্ৰত স্থাপিত হোৱা জনতা চৰকাৰৰ দিনত অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী। অসমৰ বিভিন্ন ৰাজনৈতিক সমস্যাৰ ওপৰত বিভিন্ন বাতৰি-কাকত, আলোচনী আদিত তথ্যগধুৰ প্ৰবন্ধ পাতি লেখি থাকে। তেখেত বৰ্ত্তমান গুৱাহাটীৰ দিশপুৰৰ হেঙেৰাবাৰীৰ বাসিন্দা।**

# সত্যনিষ্ঠ শৰৎ চন্দ্ৰ সিংহৰ সান্নিধ্য

■ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

০.০ ভাৰতীয় গণৰাজ্যৰ পূৰ্বোত্তৰীয় অংগৰাজ্য সমস্যাবহুল অসম যুগে যুগে বিচিত্ৰ প্ৰাকৃতিক পৰিবেশ, সামাজিক অৱস্থিতি, অৰ্থনৈতিক গাঠনি, ৰাজনৈতিক প্ৰবাহ তথা মানসিক ধ্যান-ধাৰণাৰে ভৌগোলিক, ঐতিহাসিক ক্ষেত্ৰত সমুজ্বল। বৃটিছ শাসনৰ প্ৰায় ছকুৰি বছৰ কালত ঔপনিবেশিক তথা সাম্ৰাজ্যবাদী শোষণ-শাসনে জুৰুলা কৰাৰ পিছত খণ্ডিত ভাৰতবৰ্ষৰ ভাৰত ৰাষ্ট্ৰৰ ভিতৰুৱা অংগৰাজ্য অসমৰ চৌপাশে বিদেশী ৰাষ্ট্ৰৰ অৱস্থিতি, সন্ত্ৰাসবাদ, উগ্ৰবাদ, বহিৰাগত লোকৰ অবাৰিত সোঁত, ৰাজনৈতিক উখলমাখল, বানপানী আৰু খাদ্যসংকট, অৰ্থনৈতিক অনগ্ৰসৰতা আঞ্চলিক ভাৰসাম্যহীনতা আদি এশ এটা সমস্যাৰ পটভূমিত ভাৰতৰত্ন লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ পৰা বৰ্ত্তমানৰ গতিশীল তৰুণচন্দ্ৰ গগৈলৈ মুখ্যমন্ত্ৰী সকলৰ কাৰ্য্যনিৰ্ব্বাহ স্বচক্ষে দেখাৰ সৌভাগ্য-দুৰ্ভাগ্য যিসকলৰ ঘটিছে সেইসকলৰ নিঃকিন এজনৰূপে অগ্ৰজ শৰৎচন্দ্ৰ সিংহৰ সান্নিধ্যৰ জিলিঙনি দাঙি ধৰিলোঁ। এয়া আধুনিক বিজ্ঞান তথা যন্ত্ৰযুগৰ দৃষ্টিৰে কেইটামান ডুখৰীয়া আলোকচিত্ৰ বা ফটোগ্ৰাফ বুলিব পাৰি।

১.০ গুৱাহাটী নগৰীৰ বি. বৰুৱা মহাবিদ্যালয়ত ১৯৫১ চনৰ পৰা ১৯৮৬ চনলৈকে মই শিক্ষকতা তথা প্ৰশাসনীয় কাৰ্য্যনিৰ্বাহ কৰাৰ পটভূমিত সিংহ ডাঙৰীয়াক উলুবাৰীৰ ভুবনেশ্বৰ বৰুৱা পথৰ পূবফালৰ পদ-পথেৰে হেদায়ৎপুৰৰ কংগ্ৰেছ ভৱনলৈ পদব্ৰজে অহা-যোৱা কৰা দেখিছিলোঁ— প্ৰায় ১৯৬২-৬৩ চনৰ পৰাই, সিংহ ডাঙৰীয়াৰ

লগত তেতিয়া মোৰ চা-চিনাকি নাছিল যদিও তেওঁৰ ব্যক্তিত্ব তথা সমাজ জীৱনৰ বিষয়ে মোৰ যথেষ্ট জ্ঞান আছিল। অবিভক্ত অসমৰ গোৱালপাৰা জিলাৰ চাপৰ নামে ঠাইত (চমাধৰ নদীৰ পাৰত) তেওঁৰ জন্মস্থান আৰু বিজ্ঞান বিষয়ৰ স্নাতক তথা আইনৰ স্নাতক এইজনা লোকে শিক্ষকতাৰে জীৱন আৰম্ভ কৰি কম বয়সতে অসম বিধান সভাৰ বিধায়ক নিৰ্বাচিত হোৱা বা-বাতৰি মোৰ জনা আছিল। গোলোকগঞ্জৰ ওচৰৰ পেটলা প্ৰাথমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক তথা আলোকমাৰি মহামায়া থানৰ পূজাৰী ৰূপে মোৰ শহুৰ প্ৰয়াত গোপালচন্দ্ৰ দেৱ শৰ্মাই— শৰৎ চন্দ্ৰ সিংহ, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, ৰামপদ দাস, হৰিপ্ৰসন্ন তামুলী ফুকন আদিৰ বহুমুখী সমাজ সেৱাৰ বিষয়ে প্ৰায় পঞ্চাশ বছৰ আগতে আমাৰ আগত ব্যক্তকৰা অভিমতৰ পটভূমিত আৰু ১৯৫৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ অধিবেশনত আমাৰ যোগদানৰ ফলস্বৰূপে গোৱালপাৰাৰ সমাজ জীৱন তথা জননেতা শৰৎ চন্দ্ৰ সিংহৰ প্ৰতিচ্ছবিখন সমূজ্বল হৈ পৰে। ১৯৫৪ চনত মোৰ বন্ধু অধ্যাপক পূৰ্ণ মজুমদাৰৰ (শ্বিলঙৰ লেডীকীন কলেজৰ) শুভ বিবাহৰ উপলক্ষত চাপৰলৈ আমি দৰাযাত্ৰী ৰূপে গৈছিলোঁ। সিংহ ডাঙৰীয়াৰ দ্বিতীয় কন্যা মিনতি আমাৰ বি. বৰুৱা মহাবিদ্যালয়ৰ ছাত্ৰী তথা ছাত্ৰ-সভাৰ বিষয়ববীয়া আছিল। এনেদৰে সিংহ ডাঙৰীয়াৰ সৈতে ৰাজনীতি নিৰপেক্ষ সামাজিক সান্নিধ্য প্ৰায় অৰ্ধশতিকা কাল ধৰি নিছিগা ধাৰেৰে বৈ আছে।.........

সমস্যাবহুল অসম ৰাজ্যৰ মুখ্যমন্ত্ৰী স্বৰূপে শৰৎ চন্দ্ৰ সিংহৰ কাৰ্য্যকালত সফলতা তথা বিফলতা ৰাজনৈতিক ইতিহাসৰ বিষয়, যদিও আমি সৰ্বসাধাৰণ নাগৰিকৰ দৃষ্টিৰে শ্বিলঙৰ পৰা গুৱাহাটীলৈ ৰাজধানী স্থানান্তৰকৰণ মৰ্মে তেওঁ গ্ৰহণ কৰা পদক্ষেপ অসমৰ জাতীয় জীৱনৰ বাবে দূৰদৃষ্টিসম্পন্ন মহৎ কাম হৈছে বুলি বিবেচনা কৰিছোঁ। মুখ্যমন্ত্ৰীৰ পদত থাকিও তেওঁৰ সৰলতা, দৃঢ়তা, মানসিক আড়ম্বৰহীনতা, সত্যনিষ্ঠা, সাহসী সিদ্ধান্ত গ্ৰহণ আদিৰ বাবে আমি শৰৎ চন্দ্ৰ সিংহক ব্যতিক্ৰমী মুখ্যমন্ত্ৰী বুলিয়ে বিবেচনা কৰিছিলোঁ। তেওঁৰ দৈনন্দিন জীৱনৰ দুই চাৰিটা ঘটনা মানুহৰ মুখে মুখে ৰগৰৰ দৰে চৰ্চিত হৈছিল আৰু সেয়ে তেওঁৰ জনপ্ৰিয়তাৰ চানেকী দাঙি ধৰিছিল। উদাহৰণ স্বৰূপে মুখ্যমন্ত্ৰীৰ কাৰ্য্যকাল শেষ হোৱাৰ পিছত তেওঁ মুখ্যমন্ত্ৰীৰ চৰকাৰী বাসভৱনৰ পৰা খোজ কাঢ়ি গুৱাহাটীৰ ৰাধাগোবিন্দ বৰুৱা পথৰ বাসভৱনলৈ প্ৰত্যাৱৰ্ত্তন কৰিছিল। ১৯৭২ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ

আলোচনা চক্ৰত, মাধ্যম আন্দোলনৰ পটভূমিত মহাবিদ্যালয়ৰ নিৰ্বাচিত অধ্যক্ষ সকলৰ সৈতে মুখ্যমন্ত্ৰীৰ আলোচনা প্ৰসংগৰ উপৰিও অসম হিতৈষী খনীন্দ্ৰ চন্দ্ৰ বৰুৱা জন্ম শতবাৰ্ষিকী উৎসৱৰ সভাপতিৰূপে শৰৎ চন্দ্ৰ সিংহক ঘনিষ্ঠ ভাবে আৰু বহু উপলক্ষত মই লগ পাইছোঁ— সেই স্মৃতিবোৰ বিচিত্ৰ তথা সজীৱ।

দুখ-বেদনা-নিৰ্য্যাতন, শোক-তাপৰ মাজতো শৰৎচন্দ্ৰ সিংহই স্থিতপ্ৰজ্ঞৰ দৰে নিজস্ব চিন্তাধাৰাৰে সাহসী জীৱন নিৰ্বাহ কৰি বিৰানব্বৈ বছৰৰ দেওনালৈ আগবাঢ়িছে। তেওঁৰ বিচিত্ৰ জীৱন ধাৰা, বিবিধ বৰণীয়-স্মৃতিৰ সবিশেষ নেজানিলেও তেওঁৰ আচৰণত মই মুগ্ধ আৰু বিস্ময় হৈ পৰোঁ। অগ্ৰজ প্ৰয়াত গৌৰীশংকৰ ভট্টাচাৰ্য্য, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা আদিৰ প্ৰতি শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াই তেজস্বী ভাষাৰে জনোৱা অভিনন্দনৰ দুশাৰীমান উদ্ধৃত কৰি তেওঁৰ পোনপটীয়া সত্যনিষ্ঠ মনোভাৱৰ নিদৰ্শন দাঙি ধৰিলোঁ ঃ-

"প্ৰশাসনত দক্ষ, কৰ্ত্তব্যপালনত নিষ্ঠাবান, জনসেৱাত অগ্ৰনী, জনসংযোগত অমায়িক, বিনয়ী আৰু শিষ্টাচাৰী, দৈনন্দিন জীৱনত সৎ, সাহসী আৰু ন্যায়পৰায়ন খনীন্দ্ৰ চন্দ্ৰ বৰুৱা আছিল এগৰাকী ডেপুটী কমিচনাৰ!" (মৃত্যু ১৯৮৯চন)

"গোৱালপাৰা জিলাত বহুত শালগছ আছিল। শালগছৰ সংৰক্ষিত বনাঞ্চলবোৰ আছিল। আজিকালি সেইবোৰ নাইকিয়া হ'ল। খান্তাং হ'ল। বনসম্পদ শাল এতিয়া নিঃশেষ হোৱাৰ পথত। প্ৰসঙ্গক্ৰমে ভট্টাচাৰ্য্যই আমাক শালগছৰ লগত তুলনা কৰিছিল। তাৰ দ্বাৰা তেওঁ তেওঁৰ নিজৰ গুনগ্ৰাহিতা আৰু মহত্বৰ পৰিচয় দিলে। কিন্তু ভট্টাচাৰ্য্যৰ ব্যক্তিত্ব যে তাৰ তুলনাত বিশাল, হিমালয়ৰ গৌৰীশঙ্কৰ শৃঙ্গৰ সম ওখ সেই কথা তেওঁৰ স্বভাৱসুলভ বিনাভূষণেৰে ঢাকি ৰাখিলে। বিৰোধী দলপতি গৌৰীশঙ্কৰ ভট্টাচাৰ্য্য বিধান সভাত কঠোৰ সমালোচক আছিল, কিন্তু নিন্দুক নাছিল।" (১৯৯৪ চন)

অফুৰন্ত কৰ্মশক্তিৰে শৰৎ চন্দ্ৰ সিংহই ভাৰতীয় গণৰাজ্যৰ পূবোত্তৰীয় অসম ৰাজ্যতে নহয়, সৰ্বভাৰতীয় ৰাজনৈতিক প্ৰেক্ষাপটত যিবোৰ ভূমিকা গ্ৰহণ কৰি আছে সেয়া আমাৰ দৃষ্টিত লুইতৰ বোৱতী ধাৰাৰ দৰে সমুজ্বল আশা-ব্যঞ্জক বুলিব পাৰি। সিংহ ডাঙৰীয়াৰ সান্নিধ্যই কৰ্মমুখৰ গতিচঞ্চল জীৱন যাত্ৰাৰ অনুশীলন কৰিবলৈ প্ৰেৰণা যোগায়।

## জীৱন আৰু কৃতি

অসম ৰাজ্যখনক 'লাহে লাহেৰ দেশ' বুলি বুৰঞ্জী বিশাৰদ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই আখ্যা দিছিল— সেইখন দেশৰ উঠি অহা চামে সিংহ ডাঙৰীয়াৰ কৰ্মব্যস্ত জীৱন প্ৰবাহৰ পৰা জীৱন্ত নিদৰ্শন গ্ৰহণ কৰিব বুলি আশাৰে বাট চাই থাকিলোঁ। 'কীৰ্ত্তিযস্য স জীৱতি' বানীৰে সত্যনিষ্ঠ শৰৎচন্দ্ৰ সিংহৰ কীৰ্ত্তিমান সুদীৰ্ঘ জীৱন যাত্ৰালৈ শুভকামনা নিবেদন কৰিলো। ■

এই প্ৰবন্ধৰ লেখক ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অসমৰ এজন প্ৰসিদ্ধ লেখক, কবি, গৱেষক, শিক্ষাবিদ, প্ৰাক্তন অধ্যক্ষ, ভোলানাথ বৰুৱা কলেজ, গুৱাহাটী, সভাপতি, অসম জনকৃষ্টি সমাজ, প্ৰাক্তন সভাপতি, কামৰূপ জিলা সাহিত্য সমিতি আৰু ৰাজ্য চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰ। তেখেত গুৱাহাটী চানমাৰীৰ নৱগিৰি পথৰ বাসিন্দা। অসমৰ একমাত্ৰ জনজাতিয় সংস্কৃতিৰ গৱেষক আৰু চিন্তাশীল ব্যক্তি।

# সুগম সঙ্গম

■ শিৱ প্ৰসাদ বৰুৱা

## গোৱালপাৰাৰ নতুন সূৰ্য্য

আমি যোৰহাট চৰকাৰী হাইস্কুলত (১৯২৬-৩৩) পঢ়া সময়তে গোৱালপাৰা জিলাৰ ধুবুৰী মহকুমাৰ এজন ডেকাৰ সমাজসেৱা, সাহিত্য-সেৱাৰ কথা প্ৰায় কাগজে পত্ৰই প্ৰকাশ হৈ আছিল। সেই ডেকাজনৰ দেখা পোৱাৰ আৱশ্যকতা নাছিল বা সুযোগো নাছিল। যোৰহাট এৰি গুৱাহাটীলৈ আহিলো। কটনত নাম লগালো যদিও এজন কটনিয়ানৰ শাৰীত স্থান লাভ কৰা নহ'ল অৰ্থাৎ কটনৰ অধ্যয়নত নিজৰ অহমিকাৰ বাবেই আউল লাগিল। কটনত পঢ়োতেওঁ ডেকাজনৰ কথা প্ৰায় শুনি আছিলো। কটন এৰি কলিকতীয়া হ'লো। তেতিয়াও সেই ডেকাজনৰ বিষয়ে শুনিছিলো। কোনো কোনোৰ মতে গোৱালপাৰাৰত নতুন সূৰ্য্য উদয় হৈছে। সেই সূৰ্য্য স্বৰূপ ডেকাজনক ছয়বছৰীয়া কলিকতীয়া কালছোৱাত দেখা পোৱাৰ সুযোগ নঘটিল। সময়ত কলিকতা এৰিলো। সাপেখাতী পালোহি। নতুন জীৱনযাত্ৰা আৰম্ভ হ'ল। সাপেখাতীয়ে মোক আদৰিলে। মই আদৰ ললো। আকৌ সাপেখাতীও এৰিব লগা হ'ল। বিধিৰ লিখন। আকৌ দ্বিতীয় বাৰৰ বাবে গুৱাহাটীৰ বাসিন্দা হ'লোহি।

দেশ স্বাধীন হ'ল। স্বাধীনতাৰ বাবে গা সাতখন আঠখন হ'ল। কেউফালে স্বৰাজোত্তৰ কালৰ জয়জয় ময়ময় উন্নয়নৰ কথা। কত দপদপনি, হুংকাৰ, স্বাধীন দেশৰ নাগৰিকৰ স্বাধীনভাৱে মন পুলকিত হৈ থাকে। উজানবজাৰৰ পুৰণা কংগ্ৰেছ ভৱনৰ কৰ্ণধাৰ ত্যাগবীৰ হেমবৰুৱা, লোকনায়ক অমিয়কুমাৰ দাসৰ সান্নিধ্যৰ সুযোগ

মিলিল। বন্ধুবৰ মুনীন বৰকটকী আৰু এই অভাজন হ'ল 'বাহী'ৰ আলোচনীৰ প্ৰুফ চাওতা। উজানবজাৰৰ সিদ্ধিনাথ শৰ্মাৰ ঘৰৰ এটা আচুতীয়া কোঠাত আমি দুজনে "বাহী"ৰ আৰ্হি কাকত চাও। প্ৰবন্ধবোৰ ৰজিতাখুৱাই প্ৰেছৰ বাবে যুগুতাও। এই সময়ছোৱা আমি দুজনৰ বাবে আছিল অমৃত যুগ।

সময়ত পুৰণি কংগ্ৰেছ কাৰ্য্যালয়ত দেশ স্বাধীন হোৱাৰ পিছত হেদায়েৎপুৰৰ বিল, দলনি পুতি দুমহলীয়া কংগ্ৰেছ ভৱন নিৰ্মাণ হ'ল। শদিয়াৰ পৰা ধুবীৰীলৈকে, দক্ষিণৰ শিলচৰ, হাইলাকান্দি, আইজল, লুংলে, তুৰা, খিলঙৰ পৰা উত্তৰৰ ভালুকপুং, চাৰিদুৱাৰ পৰ্য্যন্ত অৰ্থ সাহায্যত কংগ্ৰেছ ভৱন নিৰ্মাণ হৈছিল। গুৱাহাটীৰ প্ৰতিখন ট্ৰাকৰ মালিকে এক্ৰোগাড়ী মাটি দান হিচাবে আগবঢ়াইছিল। ওচৰৰ হৰিজন বস্তীৰ হৰিজন সকলেও নিজৰ সাধ্যানুসৰি দান বৰঙণি আগবঢ়াইছিল। এইকামৰ প্ৰধান উদ্যোক্তা দুজন আছিল প্ৰাক্তন প্ৰয়াত মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰী আৰু যুৱনেতা নবীন চন্দ্ৰ গোস্বামী। এই অভাজনেও মাটি পেলোৱাৰ সময়ত হেদায়েৎপুৰৰ বোকাগচকি, ৰ'দ বৰষুণত প্ৰথমাৱস্থাৰ কামবন নিৰীক্ষণ কৰিব লগা হৈছিল। প্ৰকৃততে ক'বলৈ গ'লে এই কংগ্ৰেছৰ আচল মানুহজন আছিল নবীন চন্দ্ৰ গোস্বামী। এই বৰেণ্য যুৱনেতাজনৰ আজি কোনেও নাম নলয়। সময়ৰ লগে লগে অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি সকল আছিল প্ৰয়াত বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্ম্মা, বিজয় চন্দ্ৰ ভাগৱতী, বিমলা প্ৰসাদ চলিহা, মহেন্দ্ৰ মোহন চৌধুৰী আদি কেবাজনো। সেই আগতে চৰ্চিত হোৱা গোৱালপৰীয়া তজবজীয়া ডেকাজনো ক্ৰমান্বয়ে অসম প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদক, পিছত সভাপতিৰ আসনত বহিব পৰাৰ সুযোগ পালে। মোৰ কল্পনাৰ মাজতে আবদ্ধ থকা ডেকাজনক স্বচক্ষে এনে সন্মানীয় পদত দেখি বৰ ভাল লাগিল। সেই জনেই গোৱালপাৰা নতুন সূৰ্য্য আৰু অসমতো সূৰ্য্যসম প্ৰতিভাৰ গৰাকী শ্ৰী শৰৎ চন্দ্ৰ সিংহ। এওঁৰ কৰ্মদক্ষতা, দেশ সেৱা, সমাজসেৱাৰ কাৰ্য্যক্ৰম দেখি লোকপ্ৰিয় গোপীনাথ বৰদলৈ আৰু মহেন্দ্ৰ মোহন চৌধুৰীয়ে কংগ্ৰেছলৈ আনি তেওঁক দক্ষতা আৰু প্ৰতিভাৰ স্বীকৃতি স্বৰূপ অসম প্ৰদেশ কংগ্ৰেছৰ এজন সম্পাদক পদত নিযুক্তি দিছিল আৰু বিধায়কো হোৱাৰ সুযোগ দিছিল।

## হেদায়েৎপুৰৰ পৰা এশ টকা অনুদান

মই এদিন নগৰখনত অকাই পকাই হেদায়েৎপুৰৰ কংগ্ৰেছ ভৱনত সোমালো। তেতিয়া সেই শুধ বগা খদ্দৰ ধুতী, পাঞ্জাবী পিন্ধা ডেকা মানুহজনৰ সান্নিধ্য লাভ কৰিছিলো। কোনো কোনো মোৰ শুভাকাংক্ষীয়ে যেনে প্ৰয়াত গিৰীন্দ্ৰ নাথ গগৈ,

পূৰ্ণানন্দ চেতীয়া, মহেন্দ্ৰমোহন চৌধুৰী আদিয়ে সম্ভৱ মোৰ হৈ কংগ্ৰেছ ভৱনত আলোচনা বিলোচনা হৈছিল আৰু মই যে আৰ্থিকভাবে জুৰুলা হৈ আছো, এনে কথাও কংগ্ৰেছ ভৱনত গুণাগথা হোৱা বুলি শুনিবলৈ পাইছিলো। এই কথা সম্ভৱ ডেকাজনৰ মনত বৰকৈ সোমাইছিল। মই সেইদিনা দিনৰ ন কি দহ্ বজাত ভৱনত সোমাইছিলো। পৰস্পৰে চাহ, গৰম চিংৰা আদি খোৱাত ময়ো ভাগ লব লগা হৈছিল। হঠাতে কংগ্ৰেছৰ স্থায়ী সম্পাদক ৰাম প্ৰসাদ শইকীয়া ককাইদেৱে কাগজ এখন দি ক'লে, "চহী কৰক"। মই কোনো সভাৰ কাগজ বুলি নোচোৱাকৈ চহী কৰিলো। ৰেভিনিউ ষ্টাম্পত চহী কৰিলো। লগে লগে এশ টকা মোক দিলে। মই প্ৰশ্ন কৰিলো, "কি বাবদনো এই টকা মোক দিয়া হৈছে।" আটায়ে হাঁহিলে ঃ "আপোনাৰ পৰা আৰু বহুত কাম লম। এই ধন আগধন হিচাপেহে আগবঢ়াইছোঁ।" সম্ভৱ এই বদান্যতা কংগ্ৰেছৰ নৱনিযুক্ত সভাপতিৰ মোৰ বাবে থকা দৰদৰ অন্যতম দিশ আছিল। মানুহ বা সহকৰ্মীক সহায় কৰাটো বা দুখীয়া দৰিদ্ৰক সহায় কৰাটো শ্ৰী শৰৎচন্দ্ৰ সিংহৰ এক অনন্য চাৰিত্ৰিক গুণ আছিল। সিংহৰ লগত সান্নিধ্য লাভ কৰাৰ পিছৰ পৰা এই দিশটো মই লক্ষ্য কৰিছিলো।

## "নৱধাৰা"ৰ জনক সিংহ

শৰৎ চন্দ্ৰ সিংহ অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হ'ল। মই কংগ্ৰেছ ভৱনলৈ গৈ অভিনন্দন জনালো। সিংহই চকু দুটা মুদি ক'লে, "মই গড়ালৰ সিংহ"। সিংহ পশুসকলৰ ৰজা। গহীন, গম্ভীৰ, উদাৰ। সকলো পশুৰ প্ৰতি সিংহৰ দৰদ। কাৰো অপকাৰ নকৰে। সিংহ সিংহই। কিন্তু বাঘ হিংস্ৰ, হিংসুক, নৰখাদক। বাঘলৈ বাকী জন্তুবোৰে ভয় কৰে। গৰু, ছাগলি, পহু বাঘৰ চিকাৰত পৰে। কিন্তু সিংহ ৰজা। মূৰৰ আৰু গালৰ পকা চুলিবোৰৰে, সৰু চকু দুটাৰে পশুৰ ৰাজ্য চলাই যায়। সেই বাবে সিংহক 'কেশৰী'ও বোলা হয়। শৰৎ সিংহও মানৱ সমাজৰ সিংহ। দয়াৰ সাগৰ। দৰদী, মৰমী আৰু হাস্যবদন। অসম প্ৰদেশ কংগ্ৰেছৰ কৰ্ণধাৰ, দক্ষ, কৰ্ম্মক্ষম, এলাহ-ভাগৰক প্ৰশ্ৰয় নিদিয়া। একান্ত সেৱক, সংগঠক, সৰবৰহী ব্যক্তি। সময়ত মোক "নৱধাৰা" কাগজৰ বিশেষ প্ৰতিনিধি পদত নিয়োগ কৰিলে।। ময়ো আনন্দেৰে এই পদ কংগ্ৰেছৰ এজন সেৱক হিচাবেই গ্ৰহণ কৰিলো। উদ্দেশ্য "নৱধাৰা"ৰ জৰিয়তে কংগ্ৰেছৰ শুদ্ধবাতাবৰণ ৰাইজৰ আগত প্ৰকাশ আৰু প্ৰচাৰ কৰা। কংগ্ৰেছৰ কৰ্ম্মাৱলীৰ প্ৰতি জনগণৰ আগ্ৰহ আৰু নিষ্ঠাৰ পৰিবেশ সৃষ্টি কৰা। "নৱধাৰা"ই নতুন ৰূপ ল'লে। প্ৰকৃততে ক'বলৈ গ'লে "নৱধাৰা"ৰ মূল মানুহজনেই আছিল শৰৎ সিংহ। "নৱধাৰা" আছিল তেওঁৰ প্ৰাণ। দেহেকেহে খাটিছিল। এই অভাজনে সহযোগহে

কৰিছিল। মই সংবাদসেৱা, সাহিত্য-সেৱা কৰিছো সঁচা, কিন্তু মোৰ দৃষ্টিত সিংহ এজন সুদক্ষ সাংবাদিক, সু-সাহিত্যিক, মোতকৈ বহুত উৰ্দ্ধত। তেওঁৰ ভাষাৰ ওপৰত প্ৰভুত্ব, ৰচনা শৈলীৰ সৌন্দৰ্য্য বিশেষ লক্ষণীয় আৰু মহান। তেওঁৰ লেখনি তুলাচালনিত জুখিব নোৱাৰি। উপমা দি শেষ কৰিব নোৱাৰি। "নৱধাৰা"ত তেওঁৰ লিখনি, ভাষাৰ ওপৰত থকা দখল বৰ্ণনাতীত। তেওঁৰ চিন্তা শক্তি আছিল পাৰহীন আৰু অপূৰ্ব্ব। "নৱধাৰা"ৰ স্মৰণীয় আৰু বৰণীয়" শিতান আছিল সিংহৰ নিজৰ। ক'বলৈ গ'লে সিংহ আছিল একেলেথাৰিয়ে প্ৰবন্ধকাৰ, চিন্তাবিদ, অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি গভীৰ শ্ৰদ্ধা থকা প্ৰতিভাবান অনন্য ব্যক্তি, চিন্তামণি। "নৱধাৰা"ৰ বাবে সিংহ আৰু এই নিবন্ধকাৰে ৰাতি ১২ বজাৰ পৰা ১ বজালৈ খাটিছিলো। কংগ্ৰেছ প্ৰেছতে দুখনমান ৰুটি চোবাইছিলো। হ'লেও এই কামত আমি দুজন সন্তুষ্ট। বিৰাম নাই, কাম কৰাৰ অভিলাস।

## কংগ্ৰেছৰ টেক্স কলেক্টৰ

মোক এটা বিশেষ কাম দিয়া হ'ল। মাহেকৰ প্ৰথম সপ্তাহৰ এক কি দুই তাৰিখত কংগ্ৰেছ সভাপতিৰ স্বাক্ষৰিত ধন লোৱাৰ চাৰি হাজাৰ টকাৰ ৰচিদ লৈ ফাচী বজাৰৰ গঙ্গাধৰ চিকাৰিয়াৰ পৰা কংগ্ৰেছ পুঁজিলৈ ধন আনি কংগ্ৰেছ ভৱনৰ সম্পাদক ৰাম প্ৰসাদ শইকীয়াক জমা দিব লাগিছিল। কংগ্ৰেছৰ এম্বেচাদৰ গাড়ীচালক বাবুৰাই গাড়ী চলায় আৰু মই সেই গাড়ীত গৈ ঘঁপহকৈ গঙ্গাবাবুৰ দোকানৰ আগত গাড়ী ৰাখি গাদীত বহি যাও। এই ধন আছিল কংগ্ৰেছ ভৱনৰ সম্পাদক স্বৰ্গীয় ৰাম প্ৰসাদ শইকীয়া, অন্যতম সম্পাদক শ্ৰী শৰৎ চন্দ্ৰ গোস্বামী (নগাওঁ) যুৱ শাখাৰ সভাপতি হৰেন্দ্ৰ নাথ তালুকদাৰ, মহিলা শাখাৰ মুৰব্বী শ্ৰীমতী আনোৱাৰ টাইমুৰ, "নৱধাৰা" ৰ সম্পাদক শ্ৰীমান প্ৰফুল্ল গোস্বামী আৰু ধন ভৰালী স্বৰ্গীয় ধ্ৰুৱনাৰায়ণ বৰুৱাৰ দৰমহা। স্মৰ্ত্তব্য, প্ৰতিজনৰ মাহিলি দৰমহা তিনিশ টকা। ইয়াৰ উপৰিও কংগ্ৰেছ ভৱনৰ চুপাৰিনটেণ্ডেণ্ট স্বৰ্গীয় নৰনাথ আৰু অন্যতম কেৰাণী শ্ৰীহিৰণ্য বৰা আদিকে ধৰি মালি, চকিদাৰ, কংগ্ৰেছ প্ৰেছৰ কৰ্মচাৰী আদিৰ দা-দৰমহা। কংগ্ৰেছ সভাপতি শ্ৰী শৰৎ চন্দ্ৰ সিংহ আৰু এই নিবন্ধকাৰৰ ভাগত দৰমহা নপৰেগৈ। আমি দুজনে পেটত গামোচা বান্ধি থাকিব লগা পৰে। গঙ্গা বাবুৰ ধনৰ গৰাকী হৈ পৰে কংগ্ৰেছৰ স্থায়ী সম্পাদক ৰাম প্ৰসাদ শইকীয়া আৰু হিচাপ ৰক্ষক ধ্ৰুৱ নাৰায়ণ বৰুৱা। এইদৰে মাহ, বাৰ, ক্ষণ বাগৰি যায়। কামহে কৰিছো, মুনাফা নাই। তথাপি মনত অসন্তোষো নাই। 'কৰ্ম্মাহি কেৱলম'।

## টেক্স কলেক্টৰ পদৰ পৰা অব্যাহতি

দানৰ হয়তো এটা সীমা থাকে। মই প্ৰতিমাহে গঙ্গ বাবুৰ ওচৰলৈ গাড়ী লৈ যাও। প্ৰথম কেইমাহমান গঙ্গাবাবুৱে ভালদৰে শোধপোচ কৰিছিল। গাদীত চাহ এগিলাচেৰেও আপ্যায়িত কৰিছিল। এদিন হঠাতে গঙ্গা বাবুয়ে ক'লে, "বৰুৱা বাবু, আপুনি আহিলেই মোৰ বুকু ধপধপাই যায়।" ময়ো ভাবিলো সঁচাকৈয়ে মই কি কামটো কৰিবলৈ ল'লো। মিউনিচিপালিটিৰ টেক্স কলেক্টৰৰ দৰেই মোৰো কাম। মই গঙ্গাবাবুক ক'লো, "গঙ্গাবাবু, মই আজ্ঞাবাহীহে। অহা মাহৰ পৰা মই নাহিম।" মই সিংহক আহি ক'লো— "সিংহ, অহা মাহৰ পৰা টকা আনিবলৈ নাযাও। আনক পঠাব।" সিংহই বৰকৈ ভাবিলে আৰু একো মন্তব্য নকৰিলে। পিছৰ মাহৰ পৰা মই গঙ্গা বাবুৰ দোকানলৈ যোৱা নাছিলো।

কংগ্ৰেছ ভৱনৰ দুজন প্ৰয়াত শইকীয়া আৰু ধ্ৰুৱনাৰায়ণ বৰুৱাই কংগ্ৰেছৰ পুঁজিৰ ওপৰত প্ৰভুত্ব চলাই আছিল। সময়ত এওঁলোক দুজনৰ অপকৃতি ফাদিল হ'ল। দুয়োজনে কংগ্ৰেছ ভৱন এৰিব লগা হ'ল। কোনো জনে মাহেকৰ মূৰত দৰমহা তিনিশ লবলৈহে আহে। মাহেকৰ ত্ৰিশ দিনৰ ভিতৰতে সম্ভৱ ২/১ দিনহে কংগ্ৰেছ ভৱনত পদাৰ্পণ কৰিছিল। কংগ্ৰেছ ভৱন এনেকৈ চলিছিল। জোৰ যাৰ মুলুক তাৰ। সিংহই, নীৰৱে আলেখলেখ চাই থাকিব লগা হৈছিল। বলিষ্ঠ পদক্ষেপ লব পৰা নাছিল। সহকৰ্ম্মীৰ বাবেই হবলা। দুৰ্বলতম কুটনীতি ভাবিব পৰা নাছিল।

## গুৱাহাটীত সৰ্বভাৰতীয় বাতৰিকাকত সম্পাদক সন্মিলন (১৯৬৪ চন)

গুৱাহাটীত ১৯৬৪ চনত সৰ্ব্বভাৰতীয় বাতৰি কাকতৰ সম্পাদক সকলৰ দ্বিবাৰ্ষিক অধিবেশন গুৱাহাটীত অনুষ্ঠিত হৈছিল। অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি শ্ৰীশৰৎচন্দ্ৰ সিংহ আছিল প্ৰধান উদ্যোক্তা আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি। এই সভাত মই এখন "A History of Journalism of Assam" নামৰ তথ্যমূলক সচিত্ৰ পুথি প্ৰকাশ কৰিছিলো। "নৱধাৰা" কাকততো এই প্ৰৱন্ধ প্ৰকাশ হৈছিল। ভাৰতৰ প্ৰতিজন সম্পাদকক একোখন উপহাৰ স্বৰূপে দিয়া হৈছিল। এই প্ৰতিনিধি সকলক ভাৰত চৰকাৰৰ তৰফৰপৰা 'নেফা' (এতিয়া অৰুণাচল প্ৰদেশ) ভ্ৰমণ কৰোৱাৰ বাবে সিদ্ধান্ত লোৱা হৈছিল। প্ৰতিনিধি দলত অসমৰ পৰা কোন কোন যাব চিন্তা চৰ্চা হৈছিল। কোনেও সাহ কৰি নোলাল। এই নিবন্ধকাৰৰ নামটো আগতে আছিল। মই কোনোপধ্যেই প্ৰতিনিধি দলত যাতে যাব নোৱাৰো তাৰ বাবে শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে অযথা চেষ্টা কৰিছিল। "বৰুৱাৰ কোনো বাতৰি কাকত, আলোচনী বৰ্ত্তমান প্ৰকাশ

হৈ থকা নাই" আছিল শ্ৰীমানৰ যুক্তি। এতিয়া কোনো নাযায়। অসমৰ প্ৰতিনিধি শূন্য হৈ ৰয়। সৰ্বভাৰতীয় বাতৰিকাকত সন্মিলনৰ সম্পাদক লালে খবৰটো শুনি আশ্চৰ্য্য প্ৰকাশ কৰিলে আৰু ক'লে, "বৰুৱা কেবাবছৰো ধৰি সদৌ ভাৰত বাতৰিকাকত সম্পাদকৰ সন্মিলনৰ সদস্য তেওঁ কিয় নাযাব? তেওঁক আমি প্ৰতিনিধিৰ তালিকাত ১ নম্বৰত ৰাখিছো।" শ্ৰীমানৰ যুক্তি উফৰি গল যদিও নিজে এজন প্ৰতিনিধি হিচাপে কেৱল এই নিবন্ধকাৰক হেয় জ্ঞান কৰিবলৈ ওলাল। লগতে আন এজনৰো নাম সলনি হব। এতিয়া অসমৰ প্ৰতিনিধি লেখত তিনিজন হ'লগৈ। ময়ো অগত্যাই লালৰ অনুৰোধত যাবলৈ ওলালো। হাতত ধনবিত এটকাও নাই। ডিচেম্বৰ মাহ। জাৰৰ প্ৰকোপ। তাতে নেফাত জাৰৰ মাত্ৰা অধিক। পৰ্বতৰ ওপৰত চেচা বতাহৰ পয়োভৰ। সিংহক ক'লো, "যাবলৈ ওলাইছো। ধনবিত হাতত নাই। ঘৰতো তলি উদং। গৰম কাপোৰো নাই।" সিংহই নিজৰ গাত থকা গৰম চাদৰখন মোক দি ক'লে, "এই খনকে লৈ যাওক আৰু জেপত থকা পাঁচটকীয়া নোট এখন দিলে। যাওক যাত্ৰা সিদ্ধি হ'ব।" এইজনেই শ্ৰীশৰৎ চন্দ্ৰ সিংহ। দৃঢ়মনা, দুখবুজা, কোমল অন্তঃকৰণৰ অনন্য ব্যক্তি। এইখিনিতে এটা কথা মনত পৰিল। ভাৰত চৰকাৰৰ মন্ত্ৰী স্বৰ্গীয় লাল বাহাদুৰ শাস্ত্ৰী বিদেশ ভ্ৰমণ কৰিবলৈ ওলাল। ভৰিত মাত্ৰ চেণ্ডেলযোৰ। গাত বগা পাঞ্জাৱীটো। মূৰত গান্ধী টুপি। নেহৰুৱে শাস্ত্ৰীজীক তেওঁৰ গৰম কোটটো দিলে। সেই গৰমকোটেৰে শাস্ত্ৰীজীয়ে বিদেশ ভ্ৰমণ কৰি আহিলগৈ। বন্ধুত্বৰ কি নিৰ্মল কাহিনী!

## নেফাৰ বমডিলাত এটা ৰাতি

নেফাৰ বমডিলা বহু ওপৰত। বৰ ঠাণ্ডা। প্ৰতিনিধি সকলক ডাঙৰ জুই ধৰি জুই পুৱাবলৈ দিছিল। জোৱান ভাই হ'তে প্ৰতিনিধি সকলক সোধ পোচ কৰিছিল। মাছ-মাংসৰ ভোজেৰে আপ্যায়িত কৰিছিল। শ্ৰীমান গোস্বামী আৰু মই জোৱান সকলৰ ওচৰত একেলগে বহি কফি, নাস্তা খাইছিলো। আমি দুজনলৈ সৰুপিয়লাত মাগুৰবৰণীয়া পানীয় আগবঢ়ালে। শ্ৰীমান জ্বলি পকি উঠিল। তেওঁ ব্ৰাহ্মণ। সুৰাৰ পিয়লা হাতত তুলি নল'লে। মই কিন্তু পিয়লা লৈ চুপি চুপি সুৰা জিভাত লগালো। শ্ৰীমানে খং কৰি ক'লে, "আপুনি ব্ৰাহ্মণ হৈ এই কাম কৰিছে। সুৰা খোৱাৰ 'এটিকেট' আপুনি জানে জানো! সুৰা খোৱাৰো বিধিবিধান আছে।" মই জোৱানজনক ক'লো, "আজি মই আলোনালোকৰ লগত সুৰা পান কৰিছো। মোক কেনেকৈ খাব লাগে শিকাই দিয়ক।" জোৱানজনে লাহে লাহে মূল বটলৰ পৰা সৰু পিয়লাত সুৰা ঢালি দিয়ে আৰু মই চুপি চুপি খাও। আমি ৰাতি মাটিৰ তলত নিৰ্মাণ কৰা গুহাত

শুইছিলো। গৰম ৰগ, কম্বল, বটলত গৰম পানী, এটা জ্বলি থকা লেম্প দিয়া হৈছিল। মোৰ ভাল টোপনি আহিছিল। গুৰুপাক আহাৰ, সুৰাৰ ৰমৰমীয়া পানীয়ই মোৰ বমডিলাৰ ঠাণ্ডাকো ওফৰাই পেলাইছিল। পিছদিনা শ্ৰীমানৰ লগত দেখা হ'ল। "বৰুৱা ৰাতি টোপনি নাহিল। ঠেৰেঙা লাগি আছিলো।" মই মনতে ভাবিলো। 'সুৰাৰ প্ৰতি কৰা অৱমাননাৰ ফল হাতে হাতে পালে।' স্মৰ্ত্তব্য যে প্ৰত্যেকজন প্ৰতিনিধিৰ বাবে একোখন জীপ দিছিল। জীপৰ ড্ৰাইভাৰৰ উপৰিও আন এজন জোৱান এসকোৰ্টাৰ। ভালকপুঙৰ পৰা বমডিলালৈ প্ৰায় ১১-১২ ঘণ্টা লাগে। মোৰ 'এসকোৰ্টা'ৰজনে মোক গৰম ৰ'গ, কম্বল আৰু ভৰিত গৰম মোজা পিন্ধাই দিছিল। তদুপৰি গৰম গাখীৰ, কফি, বিস্কুট খুৱাই নিছিল। ঘূৰি আহোতে ভালুকপুঙত ৰগ কম্বল আদি ঘূৰাই দিব লাগে। মোৰ অৱস্থা দেখি জোৱান ভাইজনে তেওঁৰ এটা মিলিটেৰী গৰম কোট, দুযোৰ মোজা, আৰু এখন ৰগ উপহাৰ দিছিল। মই ক'লো "ভাই জোৱান, তোমাৰ মৰমত মই কৃতজ্ঞ। এইবোৰ ভাৰত চৰকাৰৰ প্ৰতিৰক্ষা বিভাগৰ সম্পত্তি মই কেনেকৈ গ্ৰহণ কৰিম?" জোৱানজনে ক'লে, "চৰকাৰে আমাক কেবাচেটো দিছে। এইবোৰ আমাৰ নিজা। গতিকে মই আপোনাক এজন পিতাজী বুলি দিছো। গ্ৰহণ কৰক।" মই ক'লো, "জোৱান ভাই, তুমি মোৰ নিজা পুত্ৰ স্বৰূপ। তোমাৰ বদান্যতাৰ বাবে মই কৃতজ্ঞ। কিন্তু নীতিগতভাবে তোমাৰ উপহাৰ মই গ্ৰহণ কৰিব নোৱাৰো।" তথাপি জোৱানজনে ক'লে, "অন্ততঃ ভৰিত থকা মোজা যোৰকে লৈ যাওঁক। খুলিব নালাগে।" জোৱানজনে মোক ভৰিত ধৰি সেৱা জনালে। ময়ো মূৰত ধৰি জোৱানজনক চুমা এটা যাচিলো। নেফা ভ্ৰমণৰ সামৰণি পৰিল।

## ভৰলুমুখলৈ বুলি গৈ বিজনী পালোগৈ

মই সচৰাচৰ অহাদি আহি মোৰ নিজা কামত ভৰলু মুখৰ প্ৰবীণ উকিল কামাখ্যাৰাম বৰুৱাদেৱৰ ঘৰৰ আগত থিয় হৈ আছিলো। কংগ্ৰেছৰ এম্বেছাদৰ গাড়ীত শ্ৰী শৰৎ চন্দ্ৰ সিংহ অকলে আহিছিল। মোক বাটতে ৰৈ থকা দেখি ক'লে, "উঠক, এফালে যাব লাগে। গাড়ীত উঠিলো। ভাবিলো কোনো এজনৰ ঘৰলৈ যাব আৰু সোনকালে ঘূৰিব। পিছে কথা বিষম। গাড়ী গৈ গৈ প্ৰায় তিনিমান বজাত বিজনী পালেগৈ। বিজনী পূজা মণ্ডপত সভা। সিংহই বক্তৃতা প্ৰদান কৰিব। সিংহই বক্তৃতা জুৰিলে। সভাঘৰ আৰু মন্দিৰৰ চৌহদ হঠাতে জনাকীৰ্ণ হৈ পৰিল। মোকো দুআষাৰ ক'বলৈ ক'লে। মই ক'লো, "মই গুৱাহাটীৰ ভৰলুমুখলৈহে আহিছিলো, সিংহই বাটতে পাই গাড়ীত তুলি লৈ আহিল। মই অৱশ্যে ভাগ্যবান। সিংহৰ লগত আহি

বিজনী চহৰখন দেখিলো। বিজনীৰ নৰনাৰায়ণৰ মুখ দৰ্শন কৰিলো। বিজনীবাসীৰ উন্নতিৰ কামনা কৰিছো। ধনে ধানে সমৃদ্ধিশালী হওঁক, দেশৰ প্ৰতি আনুগত্য ৰাখক।"

## ৰজনীকান্ত চৌধুৰী ৰায় চাহাবৰ ঘৰত সান্ধ্য ভোজন

বিজনী এৰিলো, পাঠশালাৰ স্বৰ্গীয় ৰায়চাহাব চৌধুৰীৰ ঘৰত সোমালো। ৰায় চাহাব অঞ্চলটোৰ এজন প্ৰসিদ্ধ লোক। বিৰাট বাৰী-ঘৰ, পুখুৰীত বৌ মাছৰ খলকনি, আম, কঠাল, লেটেকু, পনিয়ল, নাৰিকল, ৰঙালাউ, জাতিলাউ আদিৰে বাৰী নদন বদন। কেবাজনী গাইৰ গাখীৰ। আমি যোৱাত তৎক্ষণাত পুখুৰীৰ বৌ মাছ জালত তুলি আমাক সান্ধ্যভোজন কৰালে। আহিবৰ সময়ত গাড়ীৰ পিছফালৰ মালভৰোৱা ঠাইত নাৰিকল, তামোল-পাণ, ৰঙালাউ, বেঙেনা আদি ভৰাই দিলে। ৰায় চাহাবৰ ঘৰত ভোজ খায়ে গুৱাহাটীমুৱা হ'লো। ৰাতি ১১ টা মান বজাত গুৱাহাটী পালোহি। সিংহৰ বাসভৱন আছিল ৰিহাবাৰীত। মোৰ ঘৰ ভঙাগড়ত, প্ৰায় এমাইল দূৰত। মই সিংহক ক'লো, "আপুনি যাওঁক। মই এইকন বাট খোজ কাঢ়ি যাম।" সিংহই একো নামাতিলে। ড্ৰাইভাৰ বাবুৱাক ক'লে, "ভঙাগড়"। গাড়ী আহি জি. এচ. ৰোডৰ ভঙাগড়ৰ মোৰ ঘৰৰ পদূলিত ৰ'লহি। সিংহই নামি মটৰৰ পিছফালে মাল ভৰোৱা ঠাইৰ পৰা ৰঙালাউ, নাৰিকল, তামোলৰ ঠোক, বেঙেনা, ড্ৰাইভাৰৰ হতুৱাই মোৰ ঘৰৰ বাৰান্দাত থোৱাই দিলে। মই ভাবিছিলো এইবোৰ ভাৰ ভেটি ৰায় চাহাবে কংগ্ৰেছ সভাপতি সিংহক সন্মানজনকভাৱে দিয়া উপহাৰ। মোৰ ইয়াৰ ওপৰত স্বত্ত্ব নাই। কিন্তু সিংহই এই উপহাৰ অকলে ন'ললে। মোকো দি গ'ল। এয়ে আছিল সিংহৰ ধ্যান ধাৰণা, মহত্বৰ চিন আৰু সহকৰ্ম্মীৰ প্ৰতি থকা সদভাৱ।

## হৰেন্দ্ৰ নাথ তালুকদাৰৰ বিয়াখন

দেশ স্বাধীন হোৱাৰ পিছত নতুনকৈ হোৱা অসমৰ নবীন কংগ্ৰেছ মন্ত্ৰী স্বৰ্গীয় হৰেন্দ্ৰ নাথ তালুকদাৰৰ বিয়াখন এখন লেখতলবলগীয়া বিয়া আছিল। প্ৰায় আধাফালং জুৰি বিৰাট সভা মণ্ডপ। নগৰে চহৰে নিমন্ত্ৰণী ক্ষেত্ৰত কোনো বাদ পৰা নাই। গুৱাহাটীৰ ব্যৱসায় কেন্দ্ৰ ফাঁচী বজাৰ, মিৰ্জাৰ পলাশবাৰী আদিৰ ৰাজস্থানী, দেছোৱালী, বঙালী, ঠিকাদাৰ এজনো বাদ পৰা নাই। সদলবলে ভাৰভেটি, শকত উপহাৰ লৈ তেওঁলোকে মন্ত্ৰীৰ বিয়াঘৰ জয় জয় ময় ময় কৰি তুলিছিল। দিল্লীৰ পৰা ডাঙৰ চেলেউ ছপি "দেভ", (দেৱকান্ত) বৰুৱা আহিছে। অসমৰ প্ৰতি অঞ্চলৰ আৰু বহুজন বিয়াগোম নেতা নেত্ৰীৰ সমাগম। অসম কংগ্ৰেছৰ বুৰঞ্জীত এইখনেই এখন বিয়া। প্ৰত্যেকৰে মুখে মুখে ঃ আগৰ সকলো উৎসৱ-পাৰ্বন, বিবাহ, ওফৰাই পেলাইছে

স্বৰ্গীয় হৰেন্দ্ৰ নাথ তালুকদাৰৰ বিয়াই।

অসম কংগ্ৰেছ ভৱনৰ সকলো বিষয়ববীয়া— সভাপতি, সম্পাদককে ধৰি বহু জনক নিমন্ত্ৰণ কৰা হ'ল। মাত্ৰ নিমন্ত্ৰণৰ শাৰীত নপৰিল কংগ্ৰেছ ভৱনৰ মুখপাত্ৰ "নৱধাৰা" কাকতৰ সঞ্চালক শিৱ প্ৰসাদ বৰুৱা আৰু কংগ্ৰেছ ভৱনৰ অতি পুৰণা নিষ্ঠাবান চকিদাৰ সোমনাথ। বিয়াৰ দিনা কংগ্ৰেছ ভৱনৰ প্ৰায় আটাইকেইজন কৰ্ম্মী, বিষয়া তালুকদাৰৰ বিয়ালৈ বহু আগতেই গ'ল। কংগ্ৰেছ সভাপতি শ্ৰী শৰৎ চন্দ্ৰ সিংহ সৈতেও অলপ পলমকৈ বিয়ালৈ যাব। সিংহই মোক লগ ললে। মই কলো "মই নিমন্ত্ৰণ পোৱা নাই কেনেকৈ যাম।" শৰৎ সিংহৰ মাত নোহোৱা হ'ল। হাতৰে মূৰ খজুৱালে। সোমনাথেও আক্ষেপেৰে ক'লে, মই সদায় চাহ জলপান, তামোল চালি আনি খুৱাও, মোকো নামাতিলে।" সিংহ পেপুৱা লাগিল। তালুকদাৰৰ বিয়ালৈ যোৱাৰ আশা ত্যাগ কৰিলে। সিংহৰ হাতত পইচাও নাই। কংগ্ৰেছৰ এম্বেচাদৰ গাড়ীখনো আজি সপ্তাহ জুৰি মন্ত্ৰী তালুকদাৰৰ ঘৰত। বজাৰ সমাৰ কৰাৰ বাবে ব্যস্ত। মই সিংহক ক'লো, "সোমনাথ আৰু মোক নিমন্ত্ৰণ নকৰা বাবে আপুনি বিয়ালৈ নোযোৱা কৰিব নালাগে।" সিংহ দৃঢ়। যি সিদ্ধান্ত লয় লৰচৰ নহয়। সিংহই তালুকদাৰৰ বিয়ালৈ যোৱাৰ কথা বাদ দিলে। মই সিংহক ক'লো, "মোক যদিও নিমন্ত্ৰণ কৰা নাই, মই দৰা-কইনাৰ শুভকামনা কৰো। আপুনিও এনে ভাৱ পোষণ কৰক।" মই পুনৰ ক'লো- "হৰেন্দ্ৰ নাথ তালুকদাৰে যিজনী ছোৱালী বিয়া কৰিবলৈ ওলাইছে, সেই ছোৱালীজনীয়ে আমাৰ পৰিয়ালৰ লগত কেৰম খেলে। এটি নীলাফ্ৰক পিন্ধি বাইচাইকেলত উঠি আমাৰ ঘৰৰ আগেদি অহাযোৱা কৰে। তাইক আশীৰ্ব্বাদ দিয়া মোৰ কৰ্ত্তব্য। যদিও মোক বিয়ালৈ নিমন্ত্ৰণ কৰা নাই, ইও মোৰ নৈতিক আৰু সামাজিক কৰ্ত্তব্য।" সিংহক ক'লো, "আপুনিও মোৰ লগত ওলাওক। হৰেন্দ্ৰ নাথ তালুকদাৰৰ ভাবী পত্নীক আশীৰ্ব্বাদ এজোলোকা দি আহো।" সিংহ মান্তি হ'ল। আমি দুয়ো ৰিক্সাত উঠিলো। কাৰ জেপত কিমান পইচা আছে নেজানো। যি হওঁক, মোৰ হাতত থকা ছয় অনা পইচাদি আমি দুয়ো কুমাৰ পাৰাৰ কন্যাঘৰ পালোহি। আমাক দুজনক দেখি কন্যাৰ দেউতাক স্বৰ্গীয় ভৱানী বৰকাকতি (খানাপাৰা পশুচিকিৎসা সঞ্চালকালয়ৰ বিষয়া) উধাতু খাই আহি আমাক সোধপোচ কৰিলে। মই কাকতিক ক'লো, "আমি দুজন অনিমন্ত্ৰিত। কন্যাক আশীৰ্ব্বাদ দিবলৈহে আহিছো।" কাকতিয়ে আমি দুজনক দেৱতা জ্ঞান কৰি বিয়াৰ, জলপান খুৱালে। আমি কন্যাক আশীৰ্ব্বাদ দি যাবলৈ ওলালো। কাকতিয়ে ক'লে, "দৰা আহিবৰ সময় হৈছে। খন্তেক ৰৈ যাওক।" কাকতিৰ অনুৰোধ অৱজ্ঞা কৰিব নোৱাৰিলো। ইতিমধ্যে বেণ্ডপাৰ্টি,

ফটকাৰ মাজত দলদোপ হেণ্ডোলদোপ কৈ বৰযাত্ৰী বিয়া ঘৰৰ পালেহি। দেৱকান্তই চেলেউহুপি আমি দুজনক দেখি কৃত্ৰিম মিচিকিয়া হাঁহিৰে ৰভা ঘৰত প্ৰৱেশ কৰিলে।

দৰা অহাৰ হৈ চৈৰ মাজতে আমি দুয়োজনে ৰিক্সাত উঠিলো। মোৰ হাতত পইচা নাই, আহোতে ৰিক্সাত দিলো। সিংহৰ হাতত পয়ত্ৰিশ পইচা আছে। ৰিক্সাত উঠাৰ আগতে সিংহই ৰিক্সাৱালাক ক'লে, "মোৰ হাতত পয়ত্ৰিশ পইচা আছে, যতে পয়ত্ৰিশ পইচা শেষ হ'ব তাতে আমাক নমাই দিবা।" যেনে হুকুম তেনে কাম। ৰিক্সা আহি পানবজাৰৰ তাহানিৰ স্বৰ্গীয় উপেন নবিশ, ৰবীন নবিশৰ ঘৰৰ সমুখ পালোহি। ৰিক্সাৱালাই ক'লে— "বাবু ,ভাৰা খতম হোগিয়া।" সিংহই তৎমুহূৰ্ত্তে ৰিক্সাৰ পৰা জাপ মাৰি ৰিক্সাৱালাক পয়ত্ৰিশ পইচা দি প্ৰচণ্ড বেগে খোজ ল'লে। মই ভাবিছিলো কৈ মেলি আৰু অলপ ৰিক্সাতে যাও। কিন্তু সিংহ বহুত আগুৱাই গলেই। ময়ো সিংহৰ পিছ ল'লো, অন্যথা উপায় নাই। মোৰ ভাৱনা গেঠেলা মাৰিলে। পানবজাৰ পল্টন বজাৰ হৈ ৰিহাবাৰীৰ সিংহৰ ঘৰ পাওঁতে প্ৰায় বাৰ বাজিল। সিংহই হাতত সাৰে ভৰিত সাৰে ঘৰত সোমাল। ঘৰত ঢেৰেকনী গাজনিৰ প্ৰয়োভৰ আৰম্ভ হ'লেই। মই ভাবিলো "সিংহৰ ঘৰত ঢেৰেকণী শুনিলোৱেই, মই বা মোৰ ঘৰত কি ধুমুহা বা-মাৰলিৰ সন্মুখীন হ'ব লাগিব? প্ৰায় চাৰে বাৰ বজাত ভঙাগড়ৰ ঘৰ পালোহি। ভাগ্য ভাল, দুৱাৰত হুক মৰা নাছিল। ভয়ে ভয়ে ঘৰত সোমালো। টেবুলত ভাতৰ কাঁহি ঢাকি থোৱা আছে। ভাত কিটা গিলা হ'ল। কাঁহি বাটিও ধুই পখালি "শয়নে পদ্মনাম" বুলি বিচনাত বাগৰি দিলো। ভাগ্য ভাল, ধুমুহাই বলে নোৱাৰিলে। সম্ভৱ নিদ্ৰাত মগ্ন অভিমানী গৃহিনী।

## দিশপুৰৰ এটি ৰাতিপুৱা

কিবা এটা জৰুৰীকামত দিশপুৰলৈ যাব লাগিল। মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহক লগ পাব লাগে। নিচেই পুৱাতে গলে সম্ভৱ লগ পোৱাৰ অসুবিধা নহয়। অলপ পলম হলেই মুখ্যমন্ত্ৰীৰ বাসভৱনত দৰ্শনাথীৰ ভিৰ হয়। ইয়াকে ভাবি কোনোবা এটা দিনত পুৱা চাৰে ছয় মান বজাত চিটিবাছৰে দিশপুৰৰ মুখ্যমন্ত্ৰী বাসভৱন পালোগৈ। পোনচাটেই কাকো নোসোধাকৈ (কাৰণ মই শ্ৰী সিংহৰ বন্ধু বুলি প্ৰায় ব্যক্তিগত সচিব সকলে আৰু নিৰাপত্তাৰক্ষীয়ে জানে) সিংহৰ ভিতৰ পালোগৈ। সিংহই বহা টেবুলৰ আগত এখন প্লেটত দুখন ৰুটি, অলপ তৰকাৰি আৰু এটা জাহাজী কল থৈ গ'লহি ঘৰত থকা লগুৱাজনে। সেই সময়তে ময়ো ওলালোগৈ। কথাবাৰ্ত্তা হ'বলৈ নৌ পাওতেই আনএখন প্লেটত তেওঁৰ ভাগৰ এখন ৰুটি, তৰকাৰি আৰু জাহাজি কলৰ এফাল

মোলৈ আগবঢ়াই দিলে। দুয়ো ভাগ কৰি খালো। মই মোৰ অহাৰ কথা ক'লো। সিংহই মোক ক'লে, "হ'ব যাওক'। মই ততাতৈয়াকৈ মুখ্য মন্ত্ৰীৰ বাসভৱন এৰিলো। সিংহ কৰ্ত্তব্যত বহি গ'ল। এই মধুৰ পুৱাটো আছিল সততে পাহাৰিব নোৱাৰা আৰু [illegible] পৰা আতৰি নোযোৱা এক শুভ মুহূৰ্ত্ত।

## ৰিহাবাৰীৰ সিংহৰ বাসভৱনত দুপৰীয়া এসাজ

কংগ্ৰেছ অফিচত ঠিক হ'ল— আমি দুয়ো (সিংহ আৰু এই প্ৰবন্ধক) কিবা কাৰণত এফালে যাব লগা হ'ল। ক'লৈ গৈছিলো মনত নপৰে। দিনৰ দহমান বজাত ভাতখাই যাব লাগে। সিংহই ক'লে, 'আপুনি ঘৰলৈ যাব নালাগে।' সিংহই ঘৰলৈ ফোন কৰিলে দহবজাত ভাত লাগিব। আঞ্জা-তৰকাৰি একো কৰিব নালাগে। কেৱল ভাত, নিমখ আৰু তেল। আমি দুজন বৰুৱা আৰু মই যাম। আমি দুয়ো কংগ্ৰেছৰ গাড়ীত উঠি ৰিহাবাৰীৰ সিংহৰ ঘৰ পালোগৈ। গৰমে গৰমে ভাত হ'ল। আঞ্জা তৰকাৰি হোৱা নাই। সিংহক পইতাভাত, লোণ, কেঁচা জলকীয়া, পিয়াজ আৰু বৰা চাউলৰ ভাত দিয়া হ'ল। সিংহই ক'লে, "বৰুৱাক কেৱল গৰম ভাত, গৰু ঘিউ আৰু লোণ দিব।" এইসাজ অমৃতময় অন্ন আছিল। এয়ে আছিল কৰ্ত্তব্য পৰায়ণ সিংহ। সময়ৰ মূল্য বুজা অনন্য ব্যক্তি।

ভোজনৰ পিছত আমি দুয়ো এম্বেচাডৰ গাড়ীৰে গন্তব্য স্থানলৈ গতি কৰিলো। বোধকৰো সিংহৰ ভোজন অলপ দ হ'ল। গাড়ীত উঠিয়ে তেওঁ চকুমুদি টোপনিয়াই যাবলৈ ধৰিলে। বাবুৱাই গাড়ী চলালে। মই পাৰ্থ সাৰথি হিচাবে বাবুৱাক নিয়মৰ মাজেদি গাড়ী চলাবলৈ কৈ গৈছিলো।

সিংহৰ সুগম সঙ্গম মোৰ যিমান প্ৰিয়, দুষ্ট ৰাজনীতি আদি সিমান প্ৰিয় নহয়। মৰমৰ কথাবোৰৰ পৰাহে যি কোনোৰে প্ৰকৃত পৰিচয় পোৱা যায়।

## কংগ্ৰেছ ভৱন "মহেন্দ্ৰ মোহন চৌধুৰী ভৱন" নামকৰণ প্ৰসঙ্গ

একপক্ষীয়ভাৱে সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ অসম ৰাজ্যিক সভাপতি শ্ৰীশৰৎ সিংহই ঐতিহ্যমণ্ডিত অসমৰ জনগণৰ অতি মৰমৰ হেদায়েৎপুৰৰ অসম প্ৰদেশ কংগ্ৰেছ ভৱন অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, পঞ্জাবৰ ভূতপূৰ্ব্ব ৰাজ্যপাল মহেন্দ্ৰ মোহন চৌধুৰীৰ নামত নামকৰণ কৰাত মই সিংহক আপত্তি জনাইছিলো আৰু এই কংগ্ৰেছৰ ইতিবৃত্ত জনাই আক্ষেপ প্ৰকাশ কৰিছিলো। মই সিংহক ক'লো, "মহেন্দ্ৰমোহন চৌধুৰী এগৰাকী বৰেণ্য কংগ্ৰেছ নেতা। তেওঁৰ অসমৰ বাবে কৰা অৱদান কোনো অসমীয়াই

অস্বীকাৰ কৰিব নোৱাৰে। তেৱেঁই প্ৰকৃত পক্ষে অসম কংগ্ৰেছ ভৱন নিৰ্মাণৰ অন্যতম মূল মানুহ। হ'লেও সদৌ অসম ৰাইজৰ সহযোগত, দান-দক্ষিণাৰে নিৰ্মাণ কৰা অসম প্ৰদেশ কংগ্ৰেছ ভৱন "মহেন্দ্ৰ মোহন চৌধুৰী"ৰ নামত হ'ব নালাগে। মহেন্দ্ৰ মোহন চৌধুৰী মোৰ এজন পৰম হিতাকাংক্ষী। তেওঁৰ গুণৰাশি, দক্ষতা, মানুহৰ প্ৰতি অকপট ভালপোৱা কোনোপধ্যেই পাহৰিব নোৱাৰো। তেওঁক কোনোপধ্যেই হেয় কৰা মোৰ মানসিকতা নাই। দ্বিতীয়তে গুৱাহাটী সদৰ হাস্পাতালখন "মহেন্দ্ৰ মোহন চৌধুৰী হাস্পাতাল" নামে নামকৰণ কৰা হ'ল। ইয়াৰ বাবে মহেন্দ্ৰ মোহন চৌধুৰীৰ বিয়ৈ আৰু মোৰ শ্ৰদ্ধাভাজন বিশিষ্ট সাংবাদিক অগ্ৰজ শ্ৰীসতীশ চন্দ্ৰ কাকতিৰ তৎপৰতা বিশেষ লক্ষণীয়। ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি গিয়ানি জাইল সিঙে এই সদৰ হাস্পাতালখন মহেন্দ্ৰ মোহন চৌধুৰীৰ নামত নামকৰণ কৰি গ'ল। এচাম লোকৰ প্ৰতিবাদ সত্বেও সদৰ হাস্পাতালখন মহেন্দ্ৰমোহন চৌধুৰীৰ নামত নামকৰণ কৰা হ'ল। পঞ্জাবৰ তদানীন্তন মুখ্যমন্ত্ৰী প্ৰকাশ সিং বাদলৰো ভূমিকাও কম নাছিল। এখন সম্পূৰ্ণ নৱনিৰ্মিত হাস্পাতাল বৰপেটা, নগাওঁ, চেঙা বা বহৰীত হোৱা হ'লে ৰাইজৰ বিশেষ সুবিধা হ'লহেঁতেন। আমাৰ মুখ্যমন্ত্ৰীসকলে পুৰণা অনুষ্ঠান সমূহৰ ঐতিহ্য ধ্বংস কৰি তেওঁলোকৰ পছন্দৰ একোজনৰ নামত নামকৰণৰ কৰা প্ৰয়াস কৰা দেখা গৈছে। এনে তোষামোদী ব্যৱস্থা ওৰ পৰিব লাগে।" সিংহই মোৰ যুক্তি নীৰৱে শুনিছিল আৰু ক'লে, "কংগ্ৰেছ ভৱন হিচাবেই থাকিব।" মোৰ মাত হৰিল। এই জনেই আছিল প্ৰকৃত সিংহ পুৰুষ শৰৎ চন্দ্ৰ সিংহ। ধৈৰ্য্য সহকাৰে যুক্তি শুনে, কাকো শত্ৰুজ্ঞান নকৰে। ■

লেখক শিব প্ৰসাদ বৰুৱা ৯৪ বছৰীয়া মুক্তি যুজাঁৰু পেঞ্চনভোগী, প্ৰখ্যাত সাংবাদিক, শিক্ষাবিদ, গান্ধীবাদী আৰু ১৯৩১ চনত স্থাপিত 'বৰদৈচিলা' আলোচনীৰ সম্পাদকৰ উপৰিও বহুকেইখন গ্ৰন্থৰ প্ৰণেতা আৰু বিশিষ্ট সমাজকৰ্মী। গুবাহাটীৰ ভঙাগড়ৰ "বৰদলৈ চিলা ভৱন"ৰ বাসিন্দা।



# সত্য-নিষ্ঠাৰ প্ৰতিভূ শৰৎ চন্দ্ৰ সিংহ

■ গিৰিশ চৌধুৰী

এজন বিশাল ব্যক্তিত্বৰ অধিকাৰী, নিষ্ঠা আৰু সততাৰ প্ৰতীক— এনে ব্যক্তিত্বৰ বিষয়ে কিবা এটা লিখিবলৈ লোৱাৰ আগতে মনৰ দ্বিধাগ্ৰস্ত অৱস্থা কেনেকুৱা হৈ পৰে তাক হয়তো মোতকৈ ডাঙৰ লেখক আৰু গভীৰ জ্ঞানৰ আধিকাৰীসকলে সিমান বোধ নকৰিব। কিন্তু মোৰ মনৰ অৱস্থা দ্বিধাগ্ৰস্ত হৈছে— বিশেষকৈ শৰৎ সিংহ ডাঙৰীয়াৰ বিষয়ে লিখিবলৈ লৈ মনটো যেন এক অস্থিৰতা আৰু শংকাই আৱৰি ধৰিছে। সিংহ ডাঙৰীয়াক মই খুব ওচৰৰ পৰা বহুদিনৰ আগতে পোৱা নাছিলো— দূৰৈৰ পৰাই দেখিছিলো. তেওঁৰ বিষয়ে বহুত কথা শুনিছিলো। তেওঁৰ ব্যক্তিত্বক অনুভৱ কৰিবলৈ প্ৰয়াস কৰিছিলো। তেওঁৰ বিষয়ে যিমানেই শুনিছিলো, যিমানেই জানিছিলো সিমানেই বিমুগ্ধ হৈছিলো — দূৰৈৰ পৰাই প্ৰণতি জনাইছিলো। কিন্তু নতুন সহস্ৰাব্দৰ আৰম্ভণিৰে পৰা অৰ্থাৎ সহস্ৰাব্দৰ প্ৰাকমুহূৰ্ত্তত ১৯৯৯ চনত মোৰ অঙ্গ স্বৰূপ ভাগিন মাখন দেৱানৰ মৃত্যুৰ সময়ত তেওঁক মই ওচৰৰ পৰা পাইছিলো- মাখনৰ দেহাৱসানৰ বাতৰিপাই তেওঁ মাখনক চাবলৈ তেওঁৰ শেষ শ্ৰদ্ধা জনাবলৈ মাখনৰ মৃতদেহৰ ওচৰলৈ আহিছিল, পুষ্পাৰ্ঘ্য দি আমাক সান্ত্বনা বাণী শুনাইছিল। তেওঁৰ সেই সান্ত্বনা বাণীও যেন আন দহজনৰ দৰে নাছিল— "শোক নকৰিব, সকলোৱেই এদিন যাব লাগিব।" ধৰণৰ সান্ত্বনা বাণী নাছিল— তেওঁৰ সান্ত্বনা বাণী আছিল— নীৰৱ-বেদনাৰ এক অমৃত প্ৰকাশ, আমাৰ প্ৰতি এক অপূৰ্ব সহানুভূতি আৰু আমাৰ শোকৰ স'তে একাত্ম হোৱাৰ এক অবৰ্ণনীয় প্ৰকাশ। সেয়েই তেওঁক সিদিনাৰ পৰাই যেন— দূৰৈৰ পৰা হলেও মই পৰমাত্মীয় জ্ঞান কৰিছিলো।

তাৰ পিছত তেওঁক ওচৰত পাবলৈ আৰু এটা সুযোগ মই পালো— ২০০১ চনৰ শেষত আৰু ২০০২ চনৰ প্ৰাৰম্ভতে। তেওঁৰ উৎসাহ আৰু আশীৰ্বাদ লৈয়েই অসমৰ কৃতী সন্তান, কিংম্বদন্তী শিল্পী অভিনেতা প্ৰমথেশ বৰুৱাৰ জন্মশতবাৰ্ষিকী উদ্‌যাপন কৰাৰ ব্যৱস্থা হৈছিল। সেই সময়ৰ এদিন এখন সভালৈ মই যাব নোৱাৰা অৱস্থাতেই মোক সেই উদযাপন সমিতিৰ সভাপতি কৰা হৈছিল। তাৰ পিছত এদিন সিংহ ডাঙৰীয়াই মোক এখন চিঠি দিবলৈ মোৰ ঘৰ পালেহি। তেওঁ নিজে চিঠিখন দিবলৈ অহাত মই বিব্ৰত বোধ কৰাৰ উপৰিও সঙ্কুচিত হৈ পৰিছিলো। মই বিব্ৰত ভাবে তেওঁক কৈছিলো— "ইচ্ আপুনি মোক চিঠি দিবলৈ আহিব লাগেনে?" তেওঁ হাঁহি মাৰি কৈছিল— "আপুনি সভাপতি, মই চিঠিখন দিবলৈ অহাত বাধা কিহৰ?" এৰা বাধা কিহৰ সেই কথা মই কেনেকৈ তেওঁক বুজাও? এই পূজ্য ব্যক্তিজন মোৰ মনত এক জীৱন্ত কিংম্বদন্তী পুৰুষ এজন (Myth) বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। তেওঁৰ সৰলতাই তেওঁৰ এই নিৰহঙ্কাৰী শিশুৰ দৰে আচৰণেই যে তেওঁক মহৎ কৰিছে সেই কথা তেওঁ হয়তো নিজেই নাজানে।

তেওঁৰ বিষয়ে বহুত কথাই দূৰৰে পৰা শুনিছিলো। আগতেই উল্লেখ কৰিছো যে— ওচৰৰ পৰা লগ পোৱাৰ অথবা ওচৰতে থাকি কাম কৰাৰ সৌভাগ্য হোৱা নাছিল। মোৰ ভাগিন মাখনে বোধকৰো কিবা ৰাজহুৱা কামত তেওঁৰ সতে কাম কৰাৰ সুযোগ পাইছিল। সি আহি প্ৰায়েই মোক কৈছিল—"তই যদি এই মানুহজনৰ সতে কেতিয়াবা ওচৰতে থাকি কাম কৰ বুজিপাবি তেওঁ কি অদ্ভুত ব্যক্তি, কিমান মহান, তেওঁৰ নিয়মানুবৰ্তিতা, তেওঁৰ কামৰ ধৰণ কিমান পৰিপাটি। তই যে কাম কৰিছ এই যে এক কঠিন কাম কৰি আছ সেই কথা অনুভবেই কৰিব নোৱাৰিবি— তেওঁৰ কামৰ পদ্ধতি, তেওঁৰ কামৰ প্ৰেৰণাই তোক মুগ্ধ কৰাৰ উপৰিও তইও নিজে সেই কামত, যিমান কঠোৰেই নহওঁক কিয় সৰ্ব্বান্তকৰণে ব্ৰতী হ'বলৈ বাধ্য হবি আৰু কামৰ মাজতো, পৰিশ্ৰমৰ মাজতো যে বিশ্ৰাম আছে, আনন্দ আছে সেই কথা মনে প্ৰাণে উপলব্ধি কৰিবি।"

(এই সত্য মই উপলব্ধি কৰিলো যেতিয়া মই কেইদিনমান এই শতবাৰ্ষিকী অনুষ্ঠানত জড়িত আছিলো। বৰঙণি তোলাৰ পৰা আৰম্ভ কৰি বহু কামেই তেওঁৰ স'তে হয়তো কৰিলো কিন্তু সেইবোৰ যে দুখ কষ্টৰ কথা অনুভৱেই নকৰিলো। প্ৰতিটো কাৰ্য্যৰ ক্ৰমণিকা তেওঁ নিজে প্ৰস্তুত কৰি দিছিল— তেওঁৰ সেই অপূৰ্ব সুন্দৰ হাতৰ আখৰ, নিজম ভাষাৰে যেনেকৈ নিজেই আমাক প্ৰস্তুত কৰিছিল সেই কৰ্মৰাজিৰ

কথা মনত পৰিলে আজিও মই শিহৰিত হওঁ। তেওঁৰ সেই আৰ নথকা অপূৰ্ব ভাষাৰ লালিত্য থকা প্ৰতিখন আৰ্হিকাকত একোখন জীৱন্ত দলিল যেন অনুভৱ কৰিছিলো। তেওঁক মই জানিছিলো। বহুত কথাই শুনিছিলো— কিন্তু তেওঁৰ নিকট সান্নিধ্য লাভ কৰি মই যেন উপলব্ধি কৰিছিলো— এই ব্যক্তিজনৰ লগত আৰু মই জীৱনৰ আৰু কেইটিমান বছৰ দীঘলীয়াভাৱে কটাব পাৰিলে শিক্ষা .. হিচাবে শিকিব পাৰিলোহেঁতেন। আমাৰ সেই শতবাৰ্ষিকী অনুষ্ঠান নিয়াৰিকৈ হৈ গ'ল। তেওঁৰ বাহ্যিক ৰূপ দেখি মই কাহানিও ভবা নাছিলো যে তেওঁৰ ভিতৰখন ইমান কোমল আৰু শিল্পীৰ প্ৰতি, সুকুমাৰ ক'লাৰ প্ৰতি ইমানখিনি ভাল পোৱা, ইমান গভীৰ আস্থা তেওঁৰ ভিতৰতো জমা হৈ আছে— জমা হৈ আছিল। প্ৰমথেশ বৰুৱা বুলিয়েই নহয় তেওঁৰ এই মহানুভৱতাত, তেওঁৰ এই নিৰৱ শিল্পী প্ৰীতিত আমি সকলোৱেই যেন মুগ্ধ হৈ পৰিছিলো। সমগ্ৰ শিল্পী কুলেই ধন্য হৈছিল।)

এই অসাধাৰণ ব্যক্তিজনে বহু উচ্চস্থানলৈ গৈও সদায়েই "সাধাৰণ" হৈয়েই থাকিল। তেওঁ নিজেও হয়তো নাজানে যে এই "সাধাৰণেই" তেওঁক অসাধাৰণ কৰিছে।

তেওঁৰ জন্ম হৈছিল ১৯১৪ চনৰ ১ জানুৱাৰী তাৰিখে অবিভক্ত গোৱালপাৰাৰ ভকতপাৰা গাঁও নামে এখন ভিতৰুৱা গাৱঁত। এই গাওঁখন বিলাসীপাৰা থানাৰ অন্তৰ্গত। চম্পানদীৰ পাৰৰ এই অখ্যাত গাৱঁতেই অসমৰ পুৰোধা ব্যক্তি, কিংম্বদন্তী সমাজকৰ্মী, নিষ্কলুষ ৰাজনীতিবিদ শৰৎ চন্দ্ৰ সিংহৰ জন্ম হৈছিল।

তেওঁৰ শিক্ষাৰম্ভ হৈছিল, সেই ভকতপাৰাতেই। তেওঁৰ পিতৃয়ে নিজে হালৰ মুঠিত ধৰি হাল বাই খেতি কৰিছিল। সেইবুলি তেওঁ নিৰক্ষৰ বা অশিক্ষিত নাছিল। শিক্ষাৰ প্ৰতি আছিল প্ৰৱল আগ্ৰহ। সেয়ে তেওঁৰ পুত্ৰক 'শিক্ষিত' কৰি গঢ়ি তুলিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। নিতৌ ৰাতিপুৱা হাললৈ ওলাই যাওঁতেই তেওঁৰ পুত্ৰকো তেওঁ লগতে লৈ গৈছিল। তেওঁৰ হাতত নাঙল আৰু পুত্ৰৰ হাতত ফলি পুথি। পুত্ৰ সিংহ ডাঙৰীয়াক ধানৰ সীৰলুৰ আগত পীৰা এখন পাৰি লৈ হাতৰ আখৰ লিখিবলৈ নিৰ্দেশ দি তেওঁ হালখন লৈ মাটি চহ কৰি এপাক মাৰি আহি খন্তেক ৰৈ পুত্ৰই লিখা হাতৰ লেখা চাই "খুব সুন্দৰ হৈছে" বুলি কৈ আকৌ লিখিবলৈ কৈ মাটি চহাই চহাই প্ৰতি পাকতে সেই হাতৰ লেখা চাই চাই পুত্ৰ সিংহক উৎসাহিত কৰি গৈছিল। এনেদৰেই এদিন এই পুত্ৰই কৰিলে তেওঁৰ আশা পূৰ্ণ আৰু সেই প্ৰস্তুতিৰেই ফল স্বৰূপ আমি পাইছো সেই সোণগুটীয়া হাতৰ আখৰ— অপূৰ্ব বাক্য ৰচনা, লেখাৰ শৈলী।

এইবোৰ কথা সিংহ ডাঙৰীয়াই কোনো লুকঢাক নকৰাকৈ স্পষ্টভাবে লিখি গৈছে— তেওঁৰ ল'ৰালিক স্মৰণ কৰাৰ ক্ষেত্ৰত গল্প যেন লাগিলেও এয়া এক সত্য ঘটনা।

ইয়াৰ পিচত সিংহ ডাঙৰীয়া দোপত দোপে আগবাঢ়ি গ'ল তেওঁৰ লিখা-পঢ়াত। তেতিয়াৰ দিনত গোৱালপাৰাৰ সেই অখ্যাত গাওঁ, যি গাওঁ আমাৰ কাৰণে আজি পূণ্যভূমি তাৰ পৰা পৰীক্ষা দিবলগীয়া হৈছিল। ধুবুৰী চহৰলৈ গ'লে নাৱত যাব লাগিছিল আৰু ধুবুৰী পাওঁতে এটাদিন এটা নিশা পাৰ হৈ গৈছিল। বহু কেইজন ছাত্ৰই এই নাৱতে যাত্ৰা কৰিছিল পৰীক্ষা দিবলৈ আৰু যাওঁতে সেই "জলপথছোৱাত" তেখেতে সময় নষ্ট নকৰি পঢ়াশালিৰ ৰূপ দি ল'ৰাহতক পঢ়ুৱাই গৈছিল— নেওতা মুখস্থ কৰাইছিল। এয়া ইতিহাস বা গল্প নহয়, এয়া এক সত্য ঘটনা। আমাৰ এয়া সকলোৰে জনা জনতাৰ বুকুৰ আহঁ শৰৎ চন্দ্ৰ সিংহৰ সত্য জীৱন আলেখ্য।

এনেদৰে পৰীক্ষা দি জীৱনৰ প্ৰথম বৃত্তি পৰীক্ষাত বৃত্তি পায়। ইয়াৰ পিচত আৰু ঘূৰি চোৱা নাই। সেই দৰেই তেওঁ কলিকতা (আজিৰ কলকাতা) বিশ্ববিদ্যালয়ৰ পৰা ১৯৩৫ চনত বিজ্ঞানৰ স্নাতক ডিগ্ৰী লাভ কৰে। নানা কাৰণত, নানা বাধা বিঘিনিৰ বাবে প্ৰস্তুতি পৰ্ব শেষ কৰিও গণিতৰ এম. এ. পৰীক্ষা দিব নোৱাৰিলে— কিন্তু কাশী হিন্দু বিশ্ববিদ্যালয়ৰ পৰা ১৯৪২ চনত আইন পৰীক্ষাত প্ৰথম শ্ৰেণী পাই উত্তীৰ্ণ হয়। নানা গুণেৰে বিভূষিত এই ব্যক্তিজনৰ মেধাৰ কোনো তুলনা নাই। কিন্তু পঢ়া-শুনা সামৰি তেওঁ ১৯৪৬ চনৰ পৰাই সক্ৰিয় ৰাজনীতিত যোগদান কৰে। ভাৰত মাতাৰ স্বাধীনতাৰ বাবে জীৱন পণ কৰি আগুৱাই যায়, জপিয়াই পৰে মুক্তি আন্দোলনত।

তেওঁৰ দিনত গোৱালপাৰা ৰক্ষা আন্দোলন, পাকিস্তান অন্তৰ্ভুক্তি বিৰোধী আন্দোলন, পশ্চিমবঙ্গ অন্তৰ্ভুক্তি আন্দোলন আদি অলেখ আন্দোলনৰ সতে জড়িত হৈ মৰণ পণ যুঁজ কৰি অসমক নানা বিপদৰ পৰা ৰক্ষা কৰিছিল।

১৯৭২ চনৰ পৰা ১৯৭৮ চনৰ ১২ মাৰ্চলৈ তেওঁ অসমৰ মুখ্য মন্ত্ৰী পদত অধিষ্ঠিত আছিল। তেওঁৰ মুখ্যমন্ত্ৰিত্বৰ কালৰ নিকা প্ৰশাসন আৰু সত্য-নিষ্ঠা এক জ্বলন্ত নিদৰ্শন হৈ আছে— আজিও সেই কথা অসমৰ মানুহৰ মুখে মুখে উচ্চাৰিত হৈ আছে। যিদিনা তেওঁ মুখ্যমন্ত্ৰিত্বৰ পদ এৰি আহিব লগা হয়, সেইদিনা তেওঁ দিশপুৰ ৰাজধানীৰ জনতা ভৱনৰ পৰা তেওঁৰ জু-নাৰেঙ্গী পথৰ গৃহলৈ পদব্ৰজে আহিছিল আৰু বহুজনে অনুৰোধ কৰা সত্বেও— তেওঁ মাথো মৃদু হাঁহিৰে কৈছিল, "আজিতো আৰু চৰকাৰী গাড়ীত উঠাৰ মোৰ অধিকাৰ নাই ; তদুপৰি মই খোজকাঢ়ি

ফুৰা সাধাৰণ মানুহ, সাধাৰণ নাগৰিক, আগেও খোজ কাঢ়ি ফুৰিছিলো, এতিয়াও খোজ কাঢ়িয়ে ফুৰিব লাগিব। ইয়াৰ পিচৰ ঘটনাৱলী অসমৰ ৰাইজে জানে। এইজনেই বোধকৰো এজন প্ৰাক্তন মুখ্যমন্ত্ৰী যিজনে সেইদিনৰে পৰা পদব্ৰজে, চিটিবাছত যায়, সেই সাধাৰণ মানুহৰ লগতেই একেলগে আছে, একেলগে খোজ কাঢ়িছে। আজি ৯১ বছৰতো সেই গতিৰ, সেই মনোভাবৰ পৰিবৰ্ত্তন ঘটনা নাই। এতিয়াও প্ৰায় শুনা যায় ৰবীন্দ্ৰনাথ ঠাকুৰৰ এফাঁকি কবিতাৰ ধ্বনি "একলা চলৰে।"

শামৰাৰ আগতে আৰু দুটি কথা উল্লেখ কৰাটো নিশ্চয় উচিত হ'ব। তেওঁ বিদেশ ভ্ৰমণো বহুত কৰিছে। বহু ঠাইলৈ গৈছে। বহু ঠাইৰ সভা-সমিতিত তেওঁৰ বুদ্ধিমত্তাৰ স্বাক্ষৰ থৈ আহিছে। তেওঁ ভ্ৰমণ কৰা ঠাইবোৰ হ'ল— বুলগেৰিয়া, ছফিয়া, ডেনমাৰ্কৰ ৰাজধানী কেপেন হেগেন, মস্কো, দুবাৰ ইউৰোপলৈ। তদুপৰি ইটালি, ফ্ৰান্স, জাৰ্মানী, ইংলণ্ড, আমেৰিকা, কানাডা, জাপান হংকং, ছিংগাপুৰ, থাইলেণ্ড, ছিৰিয়া, লেবানন, জৰ্ডান, ইৰাণ, আফ্ৰিকা, চুইজাৰলেণ্ড, নেদাৰলেণ্ড আদি।

তেওঁৰ দিনতেই অসমৰ ৰাজধানী গুৱাহাটীলৈ অনা হয়। যেতিয়া শ্বিলং অৰ্থাৎ খাচী, জয়ন্তীয়া পাৰ্ব্বত্য জিলাবোৰ অসমৰ পৰা ফালি গ'ল। তেতিয়াই আন ৰাজ্য এখনত আমাৰ ৰাজধানী ৰখাটো উচিত নহয় বুলি অনুভৱ কৰিলে। ইতিমধ্যে অসম কেইবা টুকুৰাও হৈ গৈছে। কবিত্ব কৰি কেৱে নাম ললে "মেঘালয়" কেৱে নাম থলে "অৰুণাচল" আমিও অসমৰ অঙ্গছেদৰ বেদনা আজিও অনুভৱ কৰো আৰু এইবোৰ কাৰণতেই হয়তো সিংহ ডাঙৰীয়াই অত্যন্ত সাহসী পদক্ষেপেৰে অসমৰ ৰাজধানী গুৱাহাটীলৈ লৈ আহিল। তাৰ বাবে অসমৰ ৰাইজো আনন্দিত হৈছে, পাহাৰীয়া ৰাইজো আনন্দিত হৈছে। (কিন্তু আমি সকলোৱে অনুভৱ কৰো কিছুমান অন্যায়ৰ কথাই আজিও আমাৰ মনৰ ভিতৰত খুন্দিয়ায়। আমি যদি কেতবোৰ অন্যায় নকৰিলোহেঁতেন হয়তো আজি এনেদৰে অসম খণ্ড খণ্ড নহ'লহেঁতেন। আমি শ্বিলঙৰ বহু ঠাই বিশেষ নামকৰণ কৰিলো। আমাৰ নিজৰ নেতৃবৃন্দৰ নামতে 'মতিনগৰ', 'বিষ্ণুপুৰ' ইত্যাদি ইত্যাদি। কিন্তু আমাৰ মনতে নপৰিল থংসিং ইংতিৰ কথা, মনত নপৰিল মানিক ৰাইতঙৰ কথা আৰু বহুজনৰ কথা। সেয়েই হয়তো বিচ্ছিন্নতাই আমাক মেৰপাক দিধাৰ খণ্ডিত কৰিলে।) সেয়ে শৰৎ সিংহ ডাঙৰীয়াই যেতিয়া অত্যন্ত সাহসী প্ৰচেষ্টাৰে দিছপুৰলৈ ৰাজধানী আনিলে, সাধাৰণ কেইটামান গৃহ সাজি মন্ত্ৰীবৰ্গ, পৰিষদ, অফিচৰ বিষয়ববীয়াসকলক সাধাৰণ গৃহত বহুৱালে, তেতিয়া এচাম সৰৰ হৈ উঠিছিল : "শৰৎ সিংহই ৰাজধানী গৃহ নিৰ্মাণ নোহোৱাকৈ ৰাজধানীখন

উঠাই আনিব লাগেনে? এই কথাবোৰ অহকাণে-পহকামে আমাৰ সাধাৰণ ৰাইজৰ কাণলৈও আহিছিল আৰু আমাৰ এটি সংখ্যক দুৰ্বল চিতীয়া মানুহে দুয়ো নক্ষতে "হা-না" কোৱা মনত পৰে।

কিন্তু আজি ভাবিছো শৰৎচন্দ্ৰ সিংহই যদি সেই অনমনীয় সাহসেৰে ভগা প্ৰঁজা হ'লেও নিজৰ ঘৰতে থাকিম বুলি বদ্ধপৰিকৰ নহ'লহেঁতেন হয়তো ৰাজধানী আহোতে আহোতে এদিন চূড়ান্ত অপমাণিত হ'ব লাগিলহেঁতেন। সি যি কি নহওঁক, সেয়া এক অন্য ইতিহাস।

সত্য আৰু নিষ্ঠাৰ প্ৰতীক শৰৎচন্দ্ৰ সিংহ ডাঙৰীয়া সম্বন্ধে নিবন্ধ লিখিবলৈ গৈ মনৰ অৱস্থা কেনেকুৱা হ'ব পাৰে সেই কথা এই নিবন্ধৰ প্ৰাৰম্ভণিতেই উল্লেখ কৰিছিলো। এতিয়াও সেই বিব্ৰত অৱস্থাৰেই সামৰণি মাৰিব খুজিছো আৰু ক'ত আৰু কেনেদৰে সামৰণি কৰিম, কৰা উচিত সেই কথাও যেন ঠিৰাং কৰিব পৰা নাই। সেয়েই সামৰিব গৈ এজন নিষ্ঠাবান ব্যক্তিৰ বৰ্ণাঢ্য জীৱনলৈ মোৰ শ্ৰদ্ধা জনাই ভগবানৰ ওচৰত প্ৰাৰ্থনা তেওঁ যেন আমাক আৰু বহুদিনলৈ দিগদৰ্শন দি যাব পাৰে আৰু তেওঁৰ কৰ্মৰাজিয়ে যেন আমাৰ সকলোৰে উৎসাহ উদ্দীপনাৰ সততাৰ আধাৰ হৈ থাকে। ■

---

লেখক প্ৰয়াত গিৰিশ চৌধুৰী এজন বিশিষ্ট নাট্যকাৰ, প্ৰখ্যাত চলচ্চিত্ৰ, অভিনেতা, সু-সাহিত্যিক আৰু এজন নিয়মানুৱৰ্ত্তী ব্যক্তি। তেখেতৰ মহাপ্ৰয়াণৰ মাত্ৰ ৪ দিন আগেয়ে এই লেখনিটো পঠিয়াই দিছিল।

# ব্যতিক্রমী মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ

■ দেবেন্দ্ৰ নাথ বৰা

ইং ১৯৭২ চন, অসম বিধান সভাৰ দিন সমাগত। ইতিপূৰ্ব্বে ইন্দিৰা গান্ধীয়ে পূব পাকিস্তান জয় কৰি, ১৯৭১ চনত লোকসভাৰ মধ্যকালীন নিৰ্ব্বাচনৰ দিন ঘোষণা কৰিলেই। নিৰ্ব্বাচন হ'ল আৰু কংগ্ৰেছে বিপুল ভোট লাভ কৰি ইন্দিৰা গান্ধীৰ নেতৃত্বত কেন্দ্ৰত চৰকাৰ গঠনো কৰিলে। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী আছিল প্ৰয়াত মহেন্দ্ৰ মোহন চৌধুৰী আৰু প্ৰদেশ কংগ্ৰেছৰ সভাপতি আছিল শ্ৰীশৰৎ চন্দ্ৰ সিংহ। কংগ্ৰেছৰ মাজত উপদলৰ সৃষ্টি হোৱাত, প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে চৌধুৰীক মুখ্যমন্ত্ৰীৰ পদ ত্যাগ কৰিবলৈ কয় আৰু সেই মতেই চৌধুৰীয়ে পদত্যাগ কৰে। তেওঁৰ ঠাইত শ্ৰীশৰৎ চন্দ্ৰ সিংহক অসমৰ মুখ্যমন্ত্ৰী পতা হয়। ১৯৭২ চনৰ ৩০ জানুৱাৰী দিনা সিংহই কাৰ্যভাৰ গ্ৰহণ কৰে। মুখ্যমন্ত্ৰী সিংহ তথা প্ৰদেশ কংগ্ৰেছৰ সভাপতি সিংহৰ নেতৃত্বতে অসম বিধান সভাৰ নিৰ্ব্বাচনৰ কাম আৰম্ভ হ'ল। এই নিৰ্ব্বাচনত ময়ো, নগাঁৱৰ যমুনামুখ সমষ্টি আৰু ৰহা সমষ্টিত কংগ্ৰেছৰ মনোনয়ন বিচাৰি আবেদন পত্ৰ দাখিল কৰো। নিৰ্ব্বাচনৰ প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ লগে লগেই বাতৰি কাকতত, বাতৰি প্ৰকাশ হ'ল, ৰহা সমষ্টিতহে মোৰ কংগ্ৰেছৰ মনোনয়ন হ'ব পাৰে। এই বাতৰি পায়েই মই লগত দুজনমান সহকৰ্ম্মী লৈ ৰাতি ৮ আঠমান বজাত গুৱাহাটীলৈ ৰাওনা হলো, কাৰণ সেই দিনাই মুখ্যমন্ত্ৰী সিংহই মুখ্যমন্ত্ৰীৰ শপত গ্ৰহণ কৰি গুৱাহাটীলৈ অহাৰ কথা। আমি গুৱাহাটী পাওঁতে ৰাতি ১০-৩০ মান বাজিছে। জানুৱাৰী মাহ, তাতে ভীষণ শীত আৰু ৰাতি ১০-৩০ বজাত। ইতিপূৰ্ব্বেই মুখ্যমন্ত্ৰীয়ে তেওঁৰ নিজা বাসভৱনত আহি জিৰণি লৈছেহি। তেতিয়া তেখেতৰ বাসভৱন আছিল জু-নাৰেঙ্গী পথৰ এটি সৰু ঘৰ। এতিয়া এই পথক অপূৰ্ব সিংহ পথ বুলি নামকৰণ

কৰা হ'ল। মুখ্যমন্ত্ৰীৰ ঘৰ, তাতে ৰাতি, জানুৱাৰী মাহৰ শীত। বাৰান্দাতে থিয় দি শংকা কৰি আছো, মুখ্যমন্ত্ৰীৰ লগত সাক্ষাৎ কৰো কেনেকৈ?

ঘৰৰ মানুহে মোক চিনি পায়েই খবৰ দিলে আৰু অলপো বিলম্ব নকৰি, গাত এখন কম্বল লৈ তেখেতে ওলাই আহি আমাক বহিবলৈ দি সুধিলে, "ইমান ৰাতি কিয় আহিলে? মই উত্তৰ দিলো, "মোক ৰহাত মনোনয়ন দিব বুলি আজিৰ কাগজত প্ৰকাশ পাইছে, ৰহাতকৈ মোৰ জিকাৰ সম্ভাৱনা যমুনামুখত বেছি।" তেখেতে ত পৰাই উত্তৰ দিলে, "আপুনি অফিচৰ পৰা কাগজ পাইছে নে কি?" নাইপোৱা বুলি ক'লো, "ৰাতি বহুত হ'ল, এতিয়া যাওকগৈ।" কথাষাৰ কৈয়েই তেখেত থিয় হ'ল আৰু আমিও নমস্কাৰ দি ৰাতিয়েই পুনৰ নগাঁৱলৈ ৰাওনা হঁলো। তেতিয়া চিন্তা কৰিলোঁ আৰু আজিও মোৰ মনত, সেইকথাই ৰেখাপাত কৰি থাকে— অসমৰ এগৰাকী মুখ্যমন্ত্ৰী, জানুৱাৰী মাহৰ শীত, শোৱাৰ পৰা উঠি গাত এখন কম্বল লৈ বিনা সঙ্কোচে আমাৰ লগত কথা পাতিলে। এয়ে হৈছে শৰৎ চন্দ্ৰ সিংহৰ বিশেষত্ব। সঁচাকৈয়ে এগৰাকী ব্যতিক্ৰমী মুখ্যমন্ত্ৰী। কেইদিনমানৰ পাচতেই প্ৰদেশ কংগ্ৰেছৰ পৰা কাগজ পালো, মোৰ মনোয়ন যমুনামুখতহে দিছে।

১৯৭২ চনৰ অসম বিধান সভাৰ নিৰ্ব্বাচন সম্পন্ন হ'ল। ১২৬ খন আসনৰ ভিতৰত কংগ্ৰেছেই ত্ৰি-চতুৰ্থাংশ পালে। কংগ্ৰেছ বিধায়নী দলৰ নেতা তথা অসমৰ মুখ্যমন্ত্ৰী পুনৰ তেখেতেই হ'ল। কিছুদিন কাৰ্য নিৰ্ব্বাহ কৰাৰ পিচত, মুখ্যমন্ত্ৰীৰ কাছাৰ জিলালৈ যোৱাৰ ভ্ৰমণ সূচী প্ৰস্তুত হ'ল। লগত যাব ৰাজ্যিক মন্ত্ৰী হিতেশ্বৰ শইকীয়া। কাছাৰ জিলাৰ উপায়ুক্তলৈ মেছেজ গল, মুখ্যমন্ত্ৰী শিলচৰৰ আৱৰ্ত্তভৱনত নাথাকে। গাৱঁৰ কোনোবা এখন প্ৰাথমিক স্কুলতহে থাকিব। উপায়ুক্ত বিমোৰত পৰিল। মুখ্যমন্ত্ৰীৰ ইচ্ছা তাৰ বিৰোধিতা কৰাৰ কোনো উপায় নাই। প্ৰাথমিক স্কুল নিৰ্ব্বাচন কৰা হ'ল আৰু তাতেই থাকি, পুৱাৰ আহাৰ গ্ৰহণ কৰিয়েই খোজ কাঢ়ি গাৱঁৰ ৰাইজৰ সমস্যাৰ বুজ লৈছিল। ইয়াৰ পিচতো, অসমৰ অন্যান্য জিলালৈ ভ্ৰমণ কৰিবলৈ যাওঁতে আৱৰ্ত্ত ভৱনৰ পৰিবৰ্ত্তে, কোনো স্কুলঘৰ অথবা ৰাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠান আদিত থাকি গাঁৱঁৰ ৰাইজৰ সমস্যা বিলাকৰ কথা জানিবলৈ প্ৰয়াস কৰিছিল। অৱশ্যে কোনো বিশেষ চৰকাৰী কাম-কাজত বিষয়া, সকলৰ লগত আলোচনা কৰিব লগা থাকিলে আৱৰ্ত্ত ভৱনতো আলোচনা কৰে। এবাৰ তেখেত নগাঁৱৰ কালিয়বৰ সমষ্টিৰ বৰভগীয়া অঞ্চললৈ আহি বৰভগীয়া প্ৰাথমিক স্কুললৈ আহোতে লগত প্ৰাতঃ কৰ্ম্ম কৰাৰ সঁজুলিও লগত লৈ আনিছিল। কলিয়াবৰ সমষ্টিৰ বিধায়ক শ্ৰীগোলাপ বৰুৱা আৰু মই তেখেতৰ লগত গোটেই দিনটো গাৱেঁ গাৱেঁ ঘুৰি ফুৰিছিলো। এগৰাকী মুখ্যমন্ত্ৰী, ভ্ৰমণলৈ আহিলে থাকে প্ৰাথমিক স্কুলত অথবা ৰাজহুৱা স্থানত।

মুখ্যমন্ত্ৰীৰ এনে ব্যতিক্ৰমী কাৰ্যত নিৰাপত্তা বিষয়া সকল, আৰু অনান্য বিষয়াবৰ্গ সকলো বিস্মিয় হয়।

আমি অসমৰ কেইবাগৰাকী মুখ্যমন্ত্ৰীৰ সান্নিধ্যলৈ অহাৰ সুযোগ হৈছিল। তেওঁলোকৰ থকা মেলা, কামৰ পদ্ধতি, কাৰ্যালয়লৈ যোৱাৰ কিছুমান নিৰ্দ্দিষ্ট নীতি-নিয়ম আছিল। বিষ্ণুৰাম মেধি, বিমলা প্ৰসাদ চলিহা, মহেন্দ্ৰ মোহন চৌধুৰী, এই সকলে প্ৰাতঃ কৰ্ম্মাদি কৰাৰ পাচত, এক নিৰ্দ্দিষ্ট সময়ত বাসভৱনৰ কাৰ্যালয়ত বহে; কোনোবা বিষয়াই যদি ফাইল আদি লৈ আহে সেইবোৰ চায়। আলোচনা থাকিলে আলোচনা কৰে। এওঁলোকৰ কাম শেষ হলেই, কোনো যদি ৰাইজৰ প্ৰতিনিধি থাকে বা ৰাইজৰ মুখীয়াল থাকে, তেওঁলোকৰ কথা শুনে। ঠিক ১০ বজাত কাৰ্যালয়লৈ ৰাওনা হ'বই। দুপৰীয়া লাঙ্গখাবলৈ আহে, এঘণ্টামান জিৰণিৰ পিচত পুনৰ কাৰ্যালয়লৈ যাত্ৰা। কিন্তু এইজন মুখ্যমন্ত্ৰী শৰৎ সিংহই প্ৰাতঃ কৰ্ম্মাদি শেষ কৰাৰ পিচতেই পুৱাই ৭ কি ৮ বজাতেই মুখ্যমন্ত্ৰীৰ কাৰ্যালয়ত উপস্থিত হয়হি। অফিচৰ পিয়নে, শুকান ৰুটি, অলপভাজি, পকা জলকীয়া আনি মুখ্যমন্ত্ৰীৰ ব্ৰেকফাষ্ট যোগাৰ কৰি দিয়ে। ফাইলো চাব, জলকীয়াৰ জলা পাই সেহাঁই সেহাই ৰুটিও চোবাব। প্ৰায়েই আমিও গৈ এনে ব্ৰেকফাষ্টত যোগ দিওগৈ। মুখ্যমন্ত্ৰী যোৱাৰ লগে লগেই হিতেশ্বৰ শইকীয়াও যায়। তেওঁ ছাটোৰ দৰে লাগিয়েই থাকে। দুপৰীয়া আহাৰৰ কাৰণে প্ৰায়েই ঘৰলৈ যায়। ঘৰলৈ আহাৰৰ কাৰণে যাওঁতে আগে পিচে চাইৰেণ বজাই বহুত গাড়ী যাতে নেয়ায়, তাৰ প্ৰতি তেওঁ সতৰ্ক আছিল।

ৰাতি ৯/১০ বজালৈকে কাৰ্যালয়ত; যি কোনো সময়ত, যি কোনো মানুহে লগ ধৰি কথা কব পাৰিছিল। এনে বিলাক কাৰণে শৰৎ সিংহক মানুহে "ৰাইজৰ মুখ্যমন্ত্ৰী" বুলি কৈছিল। শৰৎ চন্দ্ৰ সিংহৰ পৰৱৰ্ত্তী মুখ্যমন্ত্ৰী সকল, মুখ্যমন্ত্ৰী হোৱাৰ পিচতেই বিষয়া সকলৰ, আৰু পুলিচৰ মুখ্যমন্ত্ৰীত পৰিণত হয়। ওচৰলৈ গৈ একাষাৰ কথা ক'বলৈ ইচ্ছা কৰিলেও পুলিচে ঠেলা মাৰি আঁতৰ কৰি দিয়ে। এনে বিলাক পাৰ্থক্যৰ পৰা বুজা যায়, শৰৎ চন্দ্ৰ সিংহ এক ব্যতিক্ৰমী মুখ্যমন্ত্ৰী।

মুখ্যমন্ত্ৰী শৰৎ সিংহৰ এক বৈপ্লৱিক মন আছিল। শৰীৰৰ শক্তি আৰু মনৰ শক্তি দুয়োটা শক্তি লগ লগাই তেওঁ বহুতো বৈপ্লৱিক আঁচনি লৈ কাম কৰিছিল। অসমৰ জোটদাৰ, মাটিৰ মালিক সকলৰ বিৰুদ্ধে গৈ চিলিং আইন প্ৰণয়ন কৰি ১৫০ বিঘাৰ পৰা মাটি কমাই ৫০ বিঘাৰহে মালিকী স্বত্ব দিলে। মাটিগিৰি সকলৰ খেতিৰ মাটিত যি সকল মাটিহীন কৃষকে আধি কৰি জীৱন নিৰ্ব্বাহ কৰে, তেনে আধিয়াৰসকলৰ কাৰণে "আধিয়াৰ আইন" প্ৰণয়ন কৰি প্ৰকৃতাৰ্থত "নাঙল যাৰ মাটি তাৰ" প্ৰথা প্ৰয়োগ কৰিছিল। এই আইনখন প্ৰয়োগ হোৱাৰ সময়ত অসমৰ কেইবাঠাইতো

মাটিগিৰি আৰু আধিয়াৰ সকলৰ মাজত সংঘৰ্ষও হৈছিল। মাটিহীন দুখীয়া অৰ্থাৎ যি সকল খেতিয়কৰ মাটি ৩ বিঘাৰ পৰা ৫ বিঘা আছে, তেনে উপান্ত কৃষক সকলক সংস্থাপন দিবৰ কাৰণে "অসম কৃষি পাম নিগম" নামে এখন আইন প্ৰণয়ন কৰা হয়। এই আইন মতে, অসমত ৯ খন কৃষি পাম নিগম গঠন কৰা হয়। প্ৰত্যেকখন কৃষি পাম নিগমত মাটিৰ পৰিমান আছিল ৯০০ বিঘাৰ পৰা ১০০০বিঘা। যি যি ঠাইত এই নিগম গঠন হৈছিল, সেই অঞ্চলৰ বিধায়ক সকলে মাটিহীন লোক সকলক চিনাক্ত কৰি দিয়াৰ ব্যৱস্থা আছিল।

নিৰ্দ্দিষ্ট কৰি দিয়া এই ভূমিহীন সকলে ঘৰ সাজিবৰ কাৰণে ১বিঘা, খেতিৰ কাৰণে ৮ বিঘা মাটি পাব। ঘৰ সাজিবৰ কাৰণে কিছু অৰ্থ সাহায্যও পাব. আৰু ৮ বিঘা মাটিত উন্নত ধৰণৰ শস্য, উৎপাদনৰ কাৰণে ট্ৰেক্টৰ দি হালবোৱা, জলসিঞ্চনৰ ব্যৱস্থা কৰা, কঠিয়াৰ যোগান ধৰা, আদি কাম কৃষি বিভাগে কৰিব। পহিলা শস্যটো উৎপাদন নোহোৱা পৰ্য্যন্ত সেই কৃষকক মাহে ৫০০ টকাৰ সাহায্য কৰাৰ ব্যৱস্থা ৰখা হৈছে। সেই নিগমত যিজন কৃষি বিষয়াই কাম কৰিব, তেওঁৰ কাৰ্যালয়ৰ খৰচ, কৰ্মচাৰী সকলৰ আনুসঙ্গিক খা-খৰচৰ কাৰণে, ৪০ বিঘা মাটি কৰি তাত উন্নত ধৰণৰ খেতি কৰি তাৰ পৰা হোৱা উপাৰ্জনেৰে কাৰ্যালয়ৰ খৰচ বহন কৰিব। সৌভাগ্যৰ বিষয় এই কৃষি পাম নিগম সমূহ চোৱা মেলা কৰাৰ দায়িত্বখিনি আমাকে দিছিল। ৰাজনৈতিক পট পৰিবৰ্ত্তন হোৱাৰ বাবে আমাৰ দায়িত্বও নাইকিয়া হ'ল আৰু শৰৎ চন্দ্ৰ সিংহও মুখ্যমন্ত্ৰী নহল; ইয়াৰ ফল স্বৰূপে পৰবৰ্ত্তী দায়িত্ব বহন কৰা লোকসকলে এনে এখন আচঁনিৰ কথা হয় নুবুজাৰ কাৰণে, নহয় এই কাৰ্যক অবহেলা কৰাৰ কাৰণে ইয়াৰ অপমৃত্যু হৈছে।

মুখ্যমন্ত্ৰী শৰৎ সিংহৰ আন এক বৈপ্লৱিক আচঁনি আছিল, অসমৰ সমবায় সমিতি সমূহ সক্ৰিয় কৰি ৰাজহুৱা বিতৰণ ব্যৱস্থাক শক্তিশালী কৰা। প্ৰায় চৈধ্য হাজাৰখন সমবায় দোকানৰ দ্বাৰা ন বিধ অত্যাৱশ্যকীয় সামগ্ৰী বিতৰণৰ ব্যৱস্থা গ্ৰহণ কৰিছিল। প্ৰত্যেক ঘৰ গৃহস্থী যাতে সমবায় সমিতিৰ সদস্য হ'ব পাৰে, তাৰ কাৰণে সদস্য ভৰ্ত্তিৰ কাৰণে যত্ন লৈছিল। ১৯৭৬ চনৰ শেষলৈকে সমগ্ৰ অসমতে ওঠৰ লাখ, পৌষষ্ঠি হাজাৰ, আঠশ সাতাশীটা পৰিয়াল সদস্য ভৰ্ত্তি হয়। আনহাতে, মুখ্যমন্ত্ৰী সিংহই পঞ্চায়ত ব্যৱস্থাকো শক্তিশালী কৰিবলৈ যত্ন কৰিছিল। গাওঁসভা সমূহক মাটিহীন লোকক চিনাক্তকৰণ কৰি তেওঁলোকৰ নাম পঞ্জীয়নভূক্ত কৰিবলৈ কৰ্তৃত্ব দিছিল।

শ্ৰী শৰৎ সিংহ এজন স্থিতপ্ৰজ্ঞলোক। সুখতো আনন্দ নাই, দুখতো দুখ নাই। শ্বিলঙত বিধান সভাৰ বাজেটৰ ওপৰত বিৰ্তক চলি থকাৰ সময়তে, খবৰ আহিল,

তেখেতৰ ডাঙৰ জোঁৱাই আৰু বিধান সভাৰ সদস্য জোৱাদ্দাৰৰ মটৰ দুৰ্ঘটনাত মৃত্যু ঘটিছে। খবৰ পায়ো তেওঁ অলপো বিচলিত নহৈ, বাজেট বিতৰ্কৰ বিষয় সমূহ নোট কৰি গল। কাৰণ পিচদিনা, তেওঁ বিতৰ্কৰ উত্তৰ দিব লাগিব।

শ্বিলঙৰ পৰা ৰাজধানী স্থানান্তৰ কৰি দিশপুৰত অসমৰ ৰাজধানী স্থাপন কৰা, মুখ্যমন্ত্ৰী শৰৎ সিংহৰ উল্লেখযোগ্য অৱদান। আমি ভালেমান বিধায়কে পৰামৰ্শ দিছিলো, ৰাজধানী স্থানান্তৰৰ সিদ্ধান্ত হওক। অসমৰ এখন সুচল ঠাইত এখন আধুনিক ৰাজধানী নিৰ্ম্মাণ নোহোৱা পৰ্য্যন্ত, শ্বিলঙতেই ৰাজধানী থাকক। সেই পৰামৰ্শ মুখ্যমন্ত্ৰীয়ে কৰ্ণপাত নকৰি কেৱল তদানীন্তন মুখ্য সচিব ধৰ্মানন্দ দাসক নিৰ্দ্দেশ দিলে যে অতি শীঘ্ৰেই সকলো চৰকাৰী ফাইল, আচবাব পত্ৰ, চকি, টেবুল আদি ট্ৰাকত ভৰাই দিশপুৰৰ চাহপাতৰ গুদাম বিলাকত ভৰাব লাগে। বৰ্ত্তমানে দিশপুৰতেই স্থায়ী ৰাজধানীৰ নিৰ্ম্মাণৰ কাম চলি থাকিলেও, আমাৰ মনৰ বিৰোধ থাকি গ'ল। ভৱিষ্যত প্ৰজন্মই ক'ব এয়েই আমাৰ আধুনিক ৰাজধানী যি ৰাজধানীত পাহাৰখহি মানুহ মৰে, বৰষুণ হলে পথত নাও চলে, উশাহ লব নোৱাৰাকৈ চাৰিও দিশে অপৰিকল্পিতভাবে ঘৰ-দুৱাৰ নিৰ্ম্মান, পথৰ কাষে কাষে পশু-পক্ষীৰ আৰু মানুহৰ মৰাশৰ গন্ধ, পথৰ দাঁতিয়ে দাঁতিয়ে জাবৰৰ পাহাৰ। এয়ে হ'ব আমাৰ আধুনিক অসমৰ ৰাজধানী দিশপুৰ।

এজন মুখ্যমন্ত্ৰীৰ ক্ষমতা সীমাহীন। এই ক্ষমতাৰে তেওঁ সকলো সুখৰ মৌ জোল বোৱাব পাৰে, নানান সুখ উপভোগ কৰিব পাৰে। মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহই, এনে সুখ-ভোগ নিজেও গ্ৰহণ নকৰিলে আৰু পৰিয়ালৰ লোককো তাৰ পৰা বিৰত ৰাখিলে; সেয়েহে হয়তো, মাজে সময়ে তেখেতৰ সহধৰ্ম্মিনীয়ে সেই অসন্তোষৰ প্ৰকাশ কৰি দুখ কৰে। মুখ্যমন্ত্ৰীৰ বাস ভৱনত কেৱল মাত্ৰ এখন সামান্য বিচনা আৰু কাপোৰ থবৰ কাৰণে সামান্য এটা চুটকেছ। সেই কাৰণেই আমি কও, শৰৎ চন্দ্ৰ সিংহ এজন ব্যতিক্ৰমী মুখ্যমন্ত্ৰী। যিদিনা তেওঁ মুখ্যমন্ত্ৰী পদৰ পৰা আঁতৰ হ'ল, সেই দিনা সেই চুটকেছটো হাতত লৈ নিজৰ ঘৰলৈ যাত্ৰা কৰিছিল। ■

---

এই প্ৰবন্ধটিৰ লেখক দেৱেন্দ্ৰ নাথ বৰাদেৱ এজন গান্ধীবাদী আৰু আজীৱন কংগ্ৰেছ কৰ্ম্মী। ১৯৭২ চনৰ শৰৎ চন্দ্ৰ সিংহ মন্ত্ৰী সভাৰ প্ৰাক্তন সদস্য। তেখেতে ১৯৮৩ চনৰ পৰা একেৰাহে কেইবা বছৰো অসম খাদী আৰু গ্ৰামোদ্যোগ ব'ৰ্ডৰ অধ্যক্ষ হিচাবে কাৰ্য্যনিৰ্ব্বাহ কৰিছিল। বিশিষ্ট সমাজকৰ্ম্মী, বৰাদেউ নগাৱঁৰ শংকৰ মিছনৰ লগত বহুতো বছৰ ওতঃপ্ৰোতভাবে জড়িত হৈ আছে। ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনতে মুক্তি যুঁজাৰু, পেঞ্চনভোগী তেখেত নগাৱঁৰ ফৌজদাৰী পট্টীৰ বাসিন্দা।

# শ্ৰদ্ধেয় শৰৎ চন্দ্ৰ সিংহদেৱক মই যিকণ জানো

■ শুচিব্ৰতা ৰায়চৌধুৰী

ভাৰতবৰ্ষৰ জনসাধাৰণৰ মাজত এক বদ্ধমূল ধাৰণা চলি আছে যে দলগত ৰাজনীতিত সক্ৰিয় ভূমিকা লব লগা হ'লে ক্ৰুৰ চক্ৰান্তকাৰী অসৎ আৰু আদৰ্শহীন নহ'লে নহয়। জনসাধৰণৰ এই ধাৰণা যে সম্পূৰ্ণ সত্য নহয় তাক অন্ততঃ এজন ব্যক্তিয়ে প্ৰমান কৰিছে। এই ব্যক্তিগৰাকী হ'ল অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ।

মহাত্মা গান্ধীৰ একান্ত অনুগামী শ্ৰীযুত সিংহ ডাঙৰীয়াই মহাত্মা গান্ধীয়ে 'মানৱ সমাজৰ ঘাই শত্ৰু সমূহৰ এটা হ'ল 'আদৰ্শহীন ৰাজনীতি' বুলি কোৱা কথাষাৰ মনে-প্ৰাণে বিশ্বাস কৰিছিল। শ্ৰীযুত সিংহ ডাঙৰীয়া প্ৰকৃততে মহাত্মা গান্ধীয়ে গুৰি ধৰা স্বাধীনতা সংগ্ৰামী সংগঠন কংগ্ৰেছৰ একান্ত অনুগামী সদস্য; প্ৰকৃতাৰ্থত এক মুক্তি যুঁজাৰু, ৰাজনৈতিক ক্ষমতাক তেখেতে দেশ গঢ়া আৰু সেবাৰ এক হাতিয়াৰ বুলিহে বিশ্বাস কৰে। শ্ৰীযুত সিংহ ডাঙৰীয়াক মই প্ৰথম লগ পাইছিলো ভাৰতবৰ্ষ বৃটিছ শাসনৰ পৰা শৃংখল মুক্ত হোৱাৰ পিছত, ভাষাৰ ভিত্তিত ৰাজ্যসমূহৰ পুনৰ গঠনৰ বাবে স্বাধীন ভাৰতৰ চৰকাৰে কাম হাতত লোৱাৰ সময়ত। তেখেত অবিভক্ত গোৱালপাৰা জিলা কংগ্ৰেছ দলৰ দায়িত্বত আছিল। ধুবুৰী চহৰৰ শক্তিশালী বাঙালী উকীলসকলৰ নেতা স্বৰ্গীয় ৰমণী বোসে গোৱালপাৰা জিলা ভাষাৰ ক্ষেত্ৰত বাংলাভাষী বুলি পশ্চিমবংগত অন্তৰ্ভুক্ত কৰিবলৈ প্ৰচেষ্টা চলাইছিল আৰু সেই সময়তে শ্ৰীযুত সিংহ ডাঙৰীয়াই আমাৰ পিতৃদেৱ স্বৰ্গীয় অম্বিকাগিৰী ৰায়চৌধুৰীৰ ওচৰলৈ আহি আলোচনা কৰিছিল। ভাষাৰ ফালৰ পৰা গোৱালপাৰা যে বাঙালী নহয়, অসমীয়া সেই কথা ভাৰত চৰকাৰৰ ওচৰত বিশ্বাসযোগ্যতাৰে দাঙি ধৰিবলৈ ৰাজনৈতিক

ভাবে তৃণমূল পৰ্য্যায়ত জনমত সংগঠন কৰিবলৈ আৰু অসম সাহিত্য সভাৰ ফালৰ পৰা কি কৰিব পাৰি সেই বিষয়েই সম্ভৱ পিতৃদেৱৰ লগত আলোচনা কৰিছিল। তেখেতৰ সাংগঠনিক ক্ষমতাৰ প্ৰমাণ অসমৰ বাইজে তেতিয়াই পাইছিল। ইয়াৰ পিছত ১৯৫৮ চনত মই উপপ্ৰতি দণ্ডাধীশ (প্ৰথম শ্ৰেণী) হিচাবে বদলি হৈ ধুবুৰীলৈ যোৱাৰ সময়ত শ্ৰীযুত সিংহ ডাঙৰীয়া সম্ভৱ গোৱালপাৰা জিলা কংগ্ৰেছৰ সভাপতি আছিল। ধুবুৰীত অসম হাউচৰ লগতে গোৱালাপাৰা জিলা কংগ্ৰেছৰ দপ্তৰ আছিল। তেখেতৰ নিজা ঘৰ চাপৰত যদিও দলীয় সংগঠন আৰু কাম কাজৰ বাবে তেখেত ধুবুৰীতে আছিল। তেতিয়া অবিভক্ত গোৱালপাৰা জিলাৰ উপায়ুক্ত আছিল স্বৰ্গীয় জিতেন দাস। বিভিন্ন বিভাগত কেইবাজনো অসমীয়া বিষয়াও আছিল। তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰ তাত প্ৰাথমিক বিদ্যালয়লৈ পঠাব পৰা বয়সৰ হৈছিল যদিও ধুবুৰীত কোনো অসমীয়া প্ৰাক্ প্ৰাথমিক বিদ্যালয় নথকাত তেখেতসকলে বহুত অসুবিধা ভোগ কৰিছিল। ধুবুৰী চহৰখন যথেষ্ট সৰু। বিদ্যাপাৰা অঞ্চলটো চহৰৰ উপকণ্ঠ অঞ্চলত আছিল। বিশাল ব্ৰহ্মপুত্ৰ নদীৰ পাৰত থকা 'অসম ভৱনটো' অসমীয়া বিষয়া আৰু স্কুল-কলেজৰ শিক্ষক সকলৰ সাহিত্য সৃষ্টিমূলক কাৰ্য্যক্ৰমৰ কেন্দ্ৰ আছিল। ধুবুৰীৰ মহিলা সমিতিৰ ঘৰটো অসম ভৱনৰ ওচৰতে আছিল। অসমীয়া বিষয়া আৰু মহিলাসকলে আলোচনা কৰি অসমীয়া মাধ্যমৰ প্ৰাক্ প্ৰাথমিক বিদ্যালয় এখন স্থাপনৰ সিদ্ধান্ত ল'লে আৰু এখন সমিতি গঠন কৰা হ'ল। সমিতিখনৰ সভাপতি আছিল উপায়ুক্ত স্বৰ্গীয় জিতেন্দ্ৰ নাথ দাস, সম্পাদিকা মই আৰু সহকাৰী সম্পাদিকা হ'ল ধুবুৰী মহিলা সমিতিৰ সম্পাদিকা শ্ৰীমতী প্ৰতিভা ৰায়চৌধুৰী। সম্পৰ্কত তেখেত মোৰ খুড়ীদেউ হয়। সমিতিৰ অন্যান্য সদস্য আছিল স্বৰ্গীয় মানগোবিন্দ চক্ৰৱৰ্তী (তেখেত প্ৰাক্তন এম. পি. আৰু পাণ্ডু কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যাপক ডঃ শৰ্মাৰ শহুৰেক) অসমৰ প্ৰাক্তন মন্ত্ৰী চৈয়দ আহমেদ আলি (তেখেত ধুবুৰীত টুকুমিয়া নামে জনপ্ৰিয় আছিল) আৰু অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰদ্ধেয় শৰৎ সিংহ ডাঙৰীয়া। স্বৰ্গীয় মানগোবিন্দ চক্ৰৱৰ্তী, চৈয়দ আহমেদ আলি আৰু শ্ৰীযুত সিংহ ডাঙৰীয়াই ধুবুৰীৰ সকলো গঠনমূলক কামত তিনিওগৰাকীয়ে একে লগে এজন মানুহৰ দৰে কাম কৰিছিল। চাপৰ আৰু ধুবুৰী উভয় অঞ্চলৰে উন্নয়ন, শৈক্ষিক তথা সাংস্কৃতিক বিকাশমূলক সকলো কামতে সিংহ ডাঙৰীয়া কিমান গভীৰভাবে জড়িত আছিল তেতিয়াই আমি উপলব্ধি কৰিছিলো।

অসমৰ মুখ্যমন্ত্ৰী সকলৰ ভিতৰত স্বৰ্গীয় গোপীনাথ বৰদলৈৰ পিছতে অসম ৰাজ্যৰ সন্মান আৰু মংগলত যিকোনো প্ৰকাৰে গান্ধীৰ জীৱন আদৰ্শকে পৰিচালক

শক্তি হিচাপে মনে-প্ৰাণে গ্ৰহণ কৰা এক মাত্ৰ মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ বুলি নিঃসংকোচে ক'ব পাৰি। অসমখন ফালি কেন্দ্ৰীয় চৰকাৰে গাৰো পাহাৰ আৰু খাছি-জয়ন্তীয়া পাহাৰক লৈ মেঘালয় নাম দি পাৰ্বত্য ৰাজ্য এখন গঠন কৰাৰ পিছত অসমৰ ৰাজধানী আৰু মেঘালয়ৰ ৰাজধানী দুয়োখনেই শ্বিলং চহৰত কাৰ্য্যনিৰ্বাহ কৰিছিল। সচিবালয়, এচেম্বলি ভৱন, মন্ত্ৰী, এম.এল.এ. সকলৰ বাসভৱন আৰু অন্যান্য চৰকাৰী সা-সম্পত্তিৰ মূল্য নিৰ্দ্ধাৰণ বা ভাগ-বাটোৱাৰা সম্পৰ্কে মেঘালয় চৰকাৰ আৰু অসম চৰকাৰৰ মাজত বুজা-বুজি তথা সিদ্ধান্ত চূড়ান্ত নোহোৱাৰ ফলত অসম চৰকাৰ এক আছুকলীয়া অৱস্থাত পৰিছিল। বিশ্ববিদ্যালয়, চিকিৎসা মহাবিদ্যালয়, লেখত ল'বলগীয়া উদ্যোগ আদিৰ স্থান নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত অসমীয়া মানুহৰ টনা-টনি আৰু মতামতৰ দ্বন্দ্বত অনাহকত সময় নষ্ট কৰা চিৰকলীয়া স্বভাৱৰ দোষতে এই অৱস্থা হৈছিল। তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী শ্ৰীযুত সিংহ ডাঙৰীয়াই নিজৰ জনপ্ৰিয়তা ৰক্ষাৰ স্বাৰ্থতে অসমৰ একমাত্ৰ নগৰী লগতে শিক্ষা-সংস্কৃতি আৰু ৰাজনৈতিক ক্ষেত্ৰৰ কেন্দ্ৰীয় কৰ্মস্থান গুৱাহাটীলৈ ৰাজধানীখন নমাই অনাৰ তাৎক্ষণিক সিদ্ধান্ত ল'লে। শ্ৰীযুত সিংহ ডাঙৰীয়াই তেতিয়াই এই সিদ্ধান্ত নোলোৱা হ'লে এতিয়াও অসম চৰকাৰে অসমৰ ৰাজধানী শ্বিলঙতে ভাড়াতীয়া হিচাপে এক অসন্মানীয় অৱস্থান ল'বলগীয়া হ'লহেতেন। গুৱাহাটী নগৰৰ অপৰিকল্পিত আৰু বিশৃংখল জনবসতি বিস্তাৰ, অপৰিষ্কাৰ আলি-বাট, নলা-নৰ্দমাৰ সমস্যা, বাৰিষা কালৰ কদৰ্য্য ৰূপ আৰু দুৰ্গন্ধজনিত জনস্বাস্থ্যৰ প্ৰতিকূল অৱস্থাৰ বাবে বহুতে গুৱাহাটীলৈ ততাতৈয়াকৈ অসমৰ ৰাজধানী নমাই অনাৰ সিদ্ধান্তৰ বাবে শ্ৰীযুত সিংহ ডাঙৰীয়াক দোষাৰোপ কৰে। প্ৰকৃততে কিন্তু গুৱাহাটী আদিৰে পৰা এখন অপৰিকল্পিত চহৰ আছিল। অসমৰ ৰাজনৈতিক নেতাসকলৰ সৰহ ভাগৰে নগৰ পৰিকল্পনা সম্পৰ্কে কোনো দিনে কোনো গভীৰ চিন্তা-চৰ্চা নাছিল। স্বৰ্গীয় গোপীনাথ বৰদলৈ, স্বৰ্গীয় মতিৰাম বৰা, স্বৰ্গীয় সিদ্ধিনাথ শৰ্মা, স্বৰ্গীয় দেৱেশ্বৰ শৰ্মা, স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰী আদি কেইজনমান মানুহহে এই ক্ষেত্ৰত ব্যতিক্ৰম আছিল। বৃটিছৰ শাসন কালত বৃটিছসকলে শ্বিলং চহৰখন সজাই পৰাই জাৰৰ দেশৰ মানুহ বৃটিছসকলৰ বাসপোযোগী কৰাতহে মনোযোগ দিছিল। গুৱাহাটীৰ ক্ষমতাশালী উকীল আৰু দুই-চাৰিজন বিষয়াক 'ফ্ৰি চেমপুল গ্ৰান্ট' ৰূপে সৰহকৈ মাটি দি হাতত ৰখাৰ নীতি গ্ৰহণ কৰিছিল। বৃটিছ ৰাজৰ অন্ত পৰাৰ পিছত অসমৰ শাসনৰ দায়িত্ব লোৱা জাতীয় কংগ্ৰেছ দলে লগে লগে গুৱাহাটী নগৰৰ পৰিকল্পিত বিকাশ আৰু বৰ্দ্ধনৰ বাবে অসমৰ অন্যান্য চহৰৰ লগতে গুৱাহাটী চহৰৰ বাবে ভূমি পট্টন নীতিৰ পৰিকল্পিত ব্যৱস্থা হাতত লব লাগিছিল, কিন্তু ৰাজনৈতিক ক্ষমতাশালী নেতা আৰু মন্ত্ৰীসকলে নগৰখনৰ উদ্যোগ, ব্যৱসায়,

শিক্ষা-সংস্কৃতি আৰু নাগৰিকৰ উন্নত জীৱনৰ সা-সুবিধা সৃষ্টিমূলক তথা সৌন্দৰ্য্য বৃদ্ধিৰ বাবে কোনো পৰিকল্পিত ব্যৱস্থা নললে ভূমি পট্টন দিয়াৰ ক্ষেত্ৰত ৰাজনৈতিক আৰু ব্যক্তিগত স্বাৰ্থকহে অগ্ৰাধিকাৰ দিলে। ইয়াৰ সুদূৰ প্ৰসাৰী প্ৰভাৱেই আজিৰ গুৱাহাটী নগৰৰ অপৰিকল্পিত আৰু সমস্যা বহুল বিস্তৃতি আৰু বৰ্দ্ধন কৰিছে। শ্ৰীযুত সিংহ ডাঙৰীয়াই সেই সময়ৰ গুৱাহাটী উন্নয়ন কৰ্তৃপক্ষৰ হাতত থকা মাটিখিনি ৰক্ষা কৰিলে বুলিহে ক'ব পাৰি। গুৱাহাটী উন্নয়ন কৰ্তৃপক্ষৰ গঠনো কিন্তু হৈছিল মুষ্টিমেয় ৰাজনৈতিক নেতা আৰু চিন্তাশীল প্ৰশাসনীয় বিষয়াৰ যত্নতহে।

যিকোনো উন্নয়নমূলক বিষয়ৰ ক্ষেত্ৰত দলীয় অথবা ব্যক্তিগত লাভা-লাভৰ প্ৰতি লক্ষ্য নাৰাখি ৰাজহুৱা স্বাৰ্থকে অগ্ৰাধিকাৰ দিয়া অসমৰ মুখ্যমন্ত্ৰী শ্ৰদ্ধেয় স্বৰ্গীয় গোপীনাথ বৰদলৈৰ পিছতে হ'ল শ্ৰীযুত সিংহ। তাৰ প্ৰমাণ হিচাপে মোৰ দুটা ব্যক্তিগত অভিজ্ঞতা হ'ল— গুৱাহাটী চিৰিয়াখানা পথৰ বিস্তৃতি কাৰ্য্যকৰীকৰণ আৰু গুৱাহাটীৰ নাৰেংগীত 'যুৱ নিৱাস সম্থা' নামক স্বেচ্ছাসেৱী অনুষ্ঠানৰ দ্বাৰা প্ৰায় ১৫০-২০০ কৰ্মজীৱী মহিলাৰ নিৰাপদ বসবাসৰ বাবে 'মহিলা নিৱাস' নিৰ্মাণৰ সাহায্যাৰ্থে কেন্দ্ৰীয় অনুদানৰ পৰিপূৰক হিচাপে ৰাজ্য চৰকাৰৰ পৰা পৰিকল্পনা শিতানৰ উদ্বৃত্ত ১,৭৫,০০০ টকা সাহায্য প্ৰদান। মোৰ ধাৰণা সেইখিনি সময়ত তেখেত অসমৰ মুখ্যমন্ত্ৰী নেথাকিলে উল্লিখিত কাম দুটা নহ'লহেঁতেন।

ৰাজনৈতিক নেতাসকলৰ ভিতৰত ক্ষমতা আৰু ধন লিপ্সাহীন সৎ চৰিত্ৰৰ ব্যক্তি ৰূপে অসম তথা ভাৰতবৰ্ষৰ সৰ্বসাধাৰণ ৰাইজ, বুদ্ধিজীৱী আৰু সমাজসেৱী সকলো ব্যক্তিৰে গভীৰ শ্ৰদ্ধা পাব পৰা সকলৰ ভিতৰত একমাত্ৰ শ্ৰীযুত সিংহদেৱেৰ নামেই ল'ব পাৰি। আদৰ্শৰ ক্ষেত্ৰত কোনো ক্ষেত্ৰতে আপোচ নকৰা এই ব্যক্তিজনৰ সংসাৰত কিমান দৈনন্দিন সমস্যাৰ উদ্ভৱ হয়, সেইকথা তেখেতৰ ধৰ্মপত্নী আৰু অৰ্দ্ধাংগিনী গৰাকীয়েহে প্ৰকৃতাৰ্থত ক'ব পাৰে। শ্ৰীযুত সিংহ ডাঙৰীয়াৰ জীৱনৰ মূল মন্ত্ৰ হ'ল শ্ৰীমদ ভাগৱত গীতাৰ মূলমন্ত্ৰ 'কৰ্মেন্যাধিকাৰেষু মাফলেষু কদাচন'। সহজ সৰল সৎ জীৱন যাত্ৰাত বিশ্বাসী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ আমাৰ মানত এক কিম্বদন্তী স্বৰূপ। ■

---

(শুচিব্ৰতা ৰায়চৌধুৰী অসমৰ সমাজ জীৱনৰ এটি সুপৰিচিত নাম। তেখেত অসম কেশৰী প্ৰয়াত অম্বিকাগিৰী ৰায়চৌধুৰীৰ সুযোগ্যা কন্যা। তেখেতে অসম প্ৰশাসনীয় সেৱাৰ প্ৰথম শ্ৰেণীৰ বিষয়া হিচাপে যোগদান কৰি অৱসৰ গ্ৰহণ কৰিছে। বিশিষ্ট লেখিকা হিচাপে সাহিত্য সেৱাৰ উপৰিও বিভিন্ন সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। তেখেতৰ নেৰানেপেৰা যত্নৰ ফলত, গুৱাহাটীৰ নাৰেংগীৰ পাথৰ কুৱেৰীত অম্বিকাগিৰি ৰায়চৌধুৰী 'বৃদ্ধ নিৱাস' নিৰ্মাণ হৈছে।)

# শৰৎ চন্দ্ৰ সিংহ সম্পৰ্কে দুআষাৰ

■ নিবাৰণ বৰা

মোৰ জন্ম আজিৰ বাংলা দেশৰ শ্ৰীহট্ট চহৰত। দেউতাই ডাৰোগাৰ চাকৰিত মকৰল হৈ কৰ্ম পালনৰ দায়িত্বত সদা ব্যস্ত জীৱন যাপন কৰিছিল।

মোৰ জন্মৰ কিছুদিনৰ পিছত দেউতা বদলি হ'ল ৰঙিয়া থানালৈ। তাৰো পিছত নলবাৰীৰ সদৰৰ বৰ ডাৰোগা ৰূপে। নলবাৰীত প্ৰায় দহ বছৰ থকাৰ মূৰত ১৯৩১ চনত দেউতা বদলি হ'ল গুৱাহাটী সদৰলৈ। মই বহুদিন নহয়, বহু বছৰ ধৰি উত্তৰ-পূব ৰে'লৱেৰ বনুৱা সংগঠনৰ লগত জড়িত আছিলো ঃ প্ৰায় ৮ বছৰ কাল।

দীৰ্ঘ ৮ বছৰ ৰে'লৰ শ্ৰমিকসকলৰ কামত ব্যস্ত হৈ থকাৰ কাৰণে ৰে'লৰ কামকাজবোৰৰ সম্বন্ধে অৱগত আছিলো। ৰে'ল ডিভিজনবোৰ এনেকৈ পুনৰ গঠন কৰা হ'ল যে অসমক প্ৰশাসনীয় দপ্তৰসমূহৰ পৰা সমূলি বঞ্চিত কৰা হ'ল, আনকি চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীৰ নিযুক্তি পৰ্যন্ত হ'ব নোৱাৰিব। খালিগঞ্জৰ অসমীয়া কৰ্মচাৰী মানিক গগৈয়ে মোলৈ টেলিগ্ৰাম কৰিলে ততালিকে তালৈ যোৱাৰ বাবে। একো নেজানো কি কথা বতৰা। ৰে'ল ডিভিজন সম্বন্ধে প্ৰস্তাৱ অৱগত কৰা হ'ল। আন্দোলনৰ বিকল্প পন্থা নাই। তেতিয়ালৈকে মোৰ অভিজ্ঞতাৰ পৰা সিদ্ধান্ত কৰিছিলো যে অসম কংগ্ৰেছৰ এজন মুখিয়াল ব্যক্তি আন্দোলন কমিটিত থাকিব লাগিব আৰু সেইজন শৰৎ সিংহ বিনে আন কোনো হ'ব নোৱাৰিব। তেতিয়াৰ 'নীলাচল' কাকতত সহকাৰী সম্পাদক কাকতিয়েও এই সম্বন্ধে মন্তব্য কৰি দীঘলীয়াকৈ লিখিছিল। সেইখন ৰণত আমাৰ জয় হৈছিল বুলিয়েই ৰাইজৰ ধাৰণা হৈছিল। শৰৎ সিংহ ডাঙৰীয়াই বিৰোধী পক্ষৰ সাধাৰণ কৰ্মী এজনতহেও নিষ্ঠা সহকাৰে কাম কৰাৰ ধৰণ দেখি আচৰিত হৈছিলো।

১৯৫২ চন মানত সিংহৰ কংগ্ৰেছত প্ৰবেশ কৰাৰ সময়। বৰ জনাজাত নাছিল যদিও নতুন কৰ্মী নেতা এজনক প্ৰদেশ কংগ্ৰেছৰ মূল নেতাৰূপে দায়িত্বত প্ৰতিষ্ঠা কৰাটো চকুত লগা কথা আছিল। শৰৎ সিংহৰ ঘৰ গোৱালপাৰা জিলাৰ চাপৰত। প্ৰথমতে শিক্ষকৰূপে কাম কৰিছিল, তাৰ পিছত প্ৰদেশ কংগ্ৰেছলৈ আৰু সেই সুযোগত লিপ্ত হৈ পৰিছিল ৰাজ্য পুনৰগঠন আয়োগৰ আগত গোৱালপাৰাৰ হৈ যুজ দিবলৈ। গোৱালপাৰাত কংগ্ৰেছ নাছিল বুলিয়েই ক'ব লাগিব। খগেন নাথ ডাঙৰীয়া তেতিয়া বয়সত বহু আগবঢ়া।

মোৰো বয়য় ৮৫ পাৰ হৈ গ'ল। সিংহ ডাঙৰীয়াৰ তাতোধিক। এতিয়াও তেওঁ কৰ্মঠ ব্যক্তি। গান্ধীবাদী, স্পষ্টবাদী, সৎ সাহসী নেতা হিচাবে শৰৎ চন্দ্ৰ সিংহ সমগ্ৰ দেশতে জনাজাত। তেখেতৰ ৯২তম জন্মদিনলৈ আমাৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিছো। ■

(লেখক নিবাৰণ বৰা অলপতে প্ৰয়াত হ'ল। অসমৰ ৰাজনীতিত এজন প্ৰখ্যাত সমাজবাদী নেতা হিচাবে তেখেত জনাজাত। পূৰ্বাঞ্চলীয় লোক পৰিষদৰ সভাপতি হিচাপে তেখেতে কেইবাবছৰো কাৰ্য্যনিৰ্বাহ কৰিছিল। অসমৰ ৬ বছৰীয়া বিদেশী বিতৰণ আন্দোলনৰ আগশাৰীৰ নেতাসকলৰ অন্যতম নেতা হিচাবে স্বীকৃতি লাভ কৰিছিল)।

# দীৰ্ঘজীৱী পাৱনাত্মা শৰৎস্মৃতি

■ ভৃগুগিৰি মহাৰাজ

১৯৫০ চনৰ কথা। মই অবিভক্ত গোৱালপাৰা জিলাৰ ধুবুৰী মহকুমাৰ হালাকুৰাৰ লোহাজানীত আছিলো। ধুবুৰী জিলা কংগ্ৰেছৰ সভাপতি আছিল শ্ৰীযতীন দাস। সপ্তাহৰ মই পাচ দিনমান ধুবুৰীত থাকো আৰু গধূলি কংগ্ৰেছ অফিচত বহো। মেল মিটিঙত শ্ৰীযুত সিংহ ডাঙৰীয়াৰ লগত দেখা হয়। তাৰ পিচত শ্ৰীমান গোবিন্দ চক্ৰবৰ্ত্তী ডাঙৰীয়া আৰু তাৰ পিচত সিংহ ডাঙৰীয়া জিলা কংগ্ৰেছৰ সভাপতি হ'ল আৰু শ্ৰীগোলোক চন্দ্ৰ পাটগিৰি সম্পাদক। ১৯৫১ চনৰ লোকপিয়নৰ সমাপন কৰি মই ৱাদ্ধালৈ বুনিয়াদী শিক্ষা পঢ়িবলৈ চৰকাৰৰ মনোনীত হৈ গুচি যোৱাত ধুবুৰীৰ লগত সম্পৰ্ক ছিন্ন হ'ল যদিও ধুবুৰীৰ খবৰ পাই থাকো। শ্ৰী সিংহ ডাঙৰীয়াই ধুবুৰী কংগ্ৰেছখন সুসংগঠিত ভাবে গঢ়ি তোলে। এইদৰে কেইবাবছৰলৈ দুয়োজনে ধুবুৰী কংগ্ৰেছৰ সভাপতি, সম্পাদক হৈ থাকে। গোৱালপাৰাৰ পৰা কোকৰাঝাৰ জিলা গঠন হ'লত কোকৰাঝাৰ জিলা কংগ্ৰেছৰ সভাপতি হিচাবে শ্ৰী পাটগিৰি ডাঙৰীয়াৰ নিযুক্তি হয়। মাজত বেছ কিছুবছৰ বাগৰিল। শিক্ষা দীক্ষা সমাপ্ত কৰি মই দিল্লীত থাকিলো আৰু চৰকাৰী কামকাজৰ লগতে কংগ্ৰেছৰ কামতো লাগিলো। ১৯৫৬-৫৭ চনমানত অসমলৈ আহি সৰ্বোদয়ৰ কামত দুই এবাৰ সিংহ ডাঙৰীয়াৰ লগত দেখা হৈছে। ১৯৬৩ চনৰ অক্টোবৰ মাহত মোৰ বিবাহৰ দিনা প্ৰদেশ কংগ্ৰেছৰ এখন জৰুৰী সভা আহ্বান হ'ল। মই সভাপতিলৈ ক্ষোভ প্ৰকাশ কৰি এখনি চিঠি দিলো যে মোৰ বিয়াৰ দিনাই সভা আহ্বান কৰাৰ কাৰণ কি? সিংহদেৱ তেতিয়া কংগ্ৰেছৰ

সাধাৰণ সম্পাদক আছিল বাবে মোৰ চিঠিখন তেখেতৰ হাতত পৰিল আৰু সভাপতিৰ ওচৰত ৰাখিলে। দুৰণিবটীয়া হোৱা বাবে ৮ বজাত দৰা যোৱাৰ সময় নিৰ্দ্ধাৰিত আছিল। প্ৰদেশ কংগ্ৰেছৰ সভাখনত গুৰুত্বপূৰ্ণ বিষয়ৰ আলোচনাৰ বাবে সভা দীঘলীয়া হোৱাত সম্পাদকক প্ৰতিনিধি হিচাবে বিয়ালৈ পঠালে। শ্ৰীযুত সিংহ ডাঙৰীয়াই সকলোৰে শুভেচ্ছা লৈ সন্ধিয়া বিয়ালৈ আহিল আৰু বি. বৰুৱা ৰ'ডেৰে দৰাক লৈ যোৱাৰ বাবে অনুৰোধ জনালে। ৰেললাইন পাৰ হৈ দেখিলো শ্ৰদ্ধেয় সিদ্ধিনাথ শৰ্মা, চলিহাদেৱ, ফকৰুদ্দিন আলি আহমেদ চাহেব, লীলা বৰুৱা প্ৰমূখ্যে আটাইবোৰ নেতা, পালিনেতা বৈ আছে দৰাক সম্ভাষণ জনাবলৈ। ময়ো আটাইৰে মুখত এটা এটাকৈ মিঠাই গুজি দি যাত্ৰা কৰিলো।

তাৰ পিচত সভাপতিৰ কাৰ্য্যকাল উকলিলত নতুন সভাপতি নিৰ্ব্বাচনৰ কথা আহিল। শ্ৰীমান প্ৰফুল্ল গোস্বামী দাদা সভাপতিৰ প্ৰত্যাশী হ'ল। তাকে দেখি চানক্য পুৰুষ দেৱেশ্বৰ শৰ্ম্মাদেৱো সভাপতিৰ দাবীদাৰ হ'ল। দুযোজন নাচোৰবান্দা। কংগ্ৰেছ উজনি নামনিক লৈ দুভাগ হোৱাৰ উপক্ৰম হ'লত ঘনাই ঘনাই কাৰ্য্যনিৰ্ব্বাহক বহি আলোচনা কৰি উপায় উলিওৱাত ব্যস্ত হ'ল। নানান চেষ্টা কৰিও যেতিয়া এজনেও দাবী প্ৰত্যাহাৰ নকৰিলে তেতিয়া সকলো হতাশ হ'ল। আৰু আগন্তুক বিপদৰ পৰা কিদৰে ৰক্ষা পাব পাৰি কংগ্ৰেছ নেতৃত্বই বিভিন্ন ধৰণৰ চিন্তা-চৰ্চ্চা কৰিবলৈ ধৰিলে। এদিন চলিহাদেৱ, সিদ্ধিনাথ শৰ্মা, অমিয় ভিনদেউ আদি বহি বৰ গম্ভীৰ হৈ আছিল। মই ইটো অফিচত বহি কিবা কৰি কৰি গান গাই আছিলো। "চিন্তা কিহৰ ঐ সখি চিন্তা কিহৰ ঐ আকাশত ফান্দ পাতি মই জোনক ধৰিম গৈ"। মোৰ গান শুনি চলিহাদেৱে মৃদু হাঁহিটিৰে সোমাই আহি সুধিলে, "শৰ্মা। আকাশৰ জোনক ধৰিব যদি পাৰে মৰ্ত্যৰ নেতাক নোৱাৰেনে?" মই ক'লো, "এয়া নাটকৰ গানহে গাইছো। চিত্ৰলেখাই কোনোবা নাটকত গোৱা গান। পিছে নেতাক বশ কৰা যিমান টান বুলি ভবা হৈছে সিমান টান নহয়। সমস্যাটো চব্বিশ ঘণ্টাত সমাধান কৰিব পাৰি।" মোৰ কথা শুনি মাননীয় সিদ্ধিনাথ শৰ্মা সোমাই আহিল। "তুমি কি কোৱাহে হলধৰ (এয়া মোৰ আগৰ নাম)? বোলে যাক নোৱাৰিলে সুৰাসুৰ নালাগে, তুমি কি কৰিবাহে কুকুৰনেছীয়া বাঘে?" সিদ্ধিদাদাই কিন্তু ধেমালিৰে বাক্যাণ মাৰিলেও ই মোৰ বুকুভেদি গ'ল। ময়ো ফিতাহি মাৰি ক'লো, "দাদা, গোলি চুক্তি হ্যায়, মোলি চুক্তি ন্যেহি। প্ৰমাণ চাওক- চৰ্ত্ত এটা। মোক ভাল গাড়ী এখন লাগিব। ২৪ ঘণ্টাত এই সমস্যা সমাধান কৰি কাইলৈ (ঘড়ীত তেতিয়া নিশা ৮ বাজিছে) ৮ বজাৰ ভিতৰত ৰিপোৰ্ট

দিম।" নেতৃবৰ্গই আগতে মই কৰা কিছুমান অসাধ্য সাধনৰ কথা জানে। সেয়ে সিদ্ধিদাই ক'লে, "দিয়াহে বিমলা গাড়ী এখন; ল'ৰা মৰক দৰবৰ প্ৰমাণকে চোৱা যাওঁক।" চলিহাদেৱে নিজৰ গাড়ীখন দিলে আৰু ময়ো যেনেকৈ আছিলো তেনেকৈয়ে গাড়ীত বহি যোৰহাটলৈ ৰাওনা হ'লো। বাটৰ পৰা বন্ধুৱৰ শশীকান্ত মিশ্ৰৰ জৱাহৰ কোট আৰু এন্দিচাদৰখন লৈ গ'লো। কাহিলিপুৱাৰ ৬ বজাতেই যোৰহাট পাই শৰ্মাদেৱৰ ঘৰত উপস্থিত হ'লো। চানক্যকল্প শৰ্ম্মাদেৱে ফুলনিত ওহল দি আছিল। মোক দেখিয়েই যেন চমকি উঠিল, "কিহে গুৱাহটীয়া ডেকা ল'ৰা, ঢলপুৱাতেই ওলালাহি। কিবা চমন তমন লৈ আহিছা নেকি হাইকমাণ্ডৰ?" "নাই দাদা, চমন দিবলৈ আৰু কোননো আছে? অসম কংগ্ৰেছত সিংহ এটাই, বাকীবোৰ বাঘ যদিও কুকুৰনেছীয়াহে। বাতৰি এটি দিবলৈ ঢাপলি মেলি লৰি আহিছো। চলিহাৰ গাড়ী দেখি ভাবিছে ৰাজ প্ৰতিনিধি বুলি। পিছে নহয়, তেখেতৰ আত্মীয় আহিছে যোৰহাটলৈ - লিগিৰাহে আহিছো লগত"। ভিতৰত বহি চাহ খাওঁতে ক'লো, "সভাপতিৰ নিৰ্ব্বাচনৰ বাবে সাজু হ'বৰ হ'ল দাদা - পিছে ৰণখন তিনিকোনীয়া হ'বগৈ নেকি!" "তিনিকোনীয়া? আৰু কোন উঠিবহে?" "দাদা, ময়েই ভাবিছো" বুলি ক'বলৈহে পালো, তেওঁ ডাং খাই উঠিল - "তুমি? তোমাৰ কি কোৱালিফিকেচন আছেহে?" "দাদা, আপোনাৰ সমানেই ২৫টকীয়া - পিছে অসমত নহয়- দিল্লীতহে। কিবা অসুবিধা আছে নেকি?" "হয়নে? তেনেহ'লে শুনা, মই জুনিয়ৰৰ লগত নুযুজো। কৈ দিবাগৈ তাত।" নমস্কাৰ জনাই গাড়ীত বহি নলবাৰীলৈ বুলি ৰাওনা হ'লো। আবেলি ৩/৪মান বজাত নলবাৰী সত্ৰত উপস্থিত হলো। শ্ৰীমান দাদাই আদৰ কৰি মাতি বহিবলৈ দি সুধিলে, "ক'ৰ পৰানো ভাগৰি-জুগৰি ওলালিহি? যোৰহাটৰ পৰা অহা বুলি জানি কিবা এটা খুৱাবলৈ বাইদেউক নিৰ্দ্দেশ দিলে। স্কুলীয়া সকললৈ ৰন্ধা গৰম ভাত দুটামান পেটত পৰিলত দেহাটো "ষ্টিমুলেট" হ'লত কথা পাতিবলৈ ললো। "দাদা, দেবেশ্বৰ দাই সভাপতিৰ নিৰ্ব্বাচন নেখেলে। তেখেতে হেনো জুনিয়ৰৰ লগত কনটেষ্ট নকৰে। এতিয়া আপুনি বা কি কৰে তাকেই সুধিবলৈ চলিহাদেৱে মোক পঠাইছে।" "জুনিয়ৰ কোনহে হলধৰ?" "ঠিক নাই দাদা মোকো কৈ আছে দুই এজনে। এতিয়া হেনো ইয়ংবোৰ ওলাব লাগে।" "তুমি ভাবিছা যদি ভালেই হ'ল। চোৱা, দেবেশ্বৰ যদি নুঠে, ময়ো নুঠো।" মোৰ কাম হৈ গ'ল। মই ৮ বজাত কংগ্ৰেছ ভৱনত উপস্থিত হৈ প্ৰতিজ্ঞা ৰক্ষা কৰিলো। ভৱনত সকলো কংগ্ৰেছী বৈ আছে সভাৰ বাবে। বন্ধ কোঠাত নেতা কেইজনক সকলো ঘটনা শুনালো। তাৰ পিছত মই

ক'লো, - "এইবাৰ আমাক ডেকাসকলকে সুবিধা দিয়ক।" শ্ৰদ্ধেয় সিদ্ধি শৰ্ম্মাদাই ক'লে, "তুমি কাৰ কথা ভাবা বাৰু? মই ক'লো, "বহুত কাৰণত শ্ৰীশৰৎ সিংহ দেৱ উত্তম হ'ব।" "কি কি কাৰণত বাৰু কোৱাচোন।" মই ক'লো, "প্ৰথম ডেকা নেতা, দ্বিতীয় তেওঁ প্ৰধান সম্পাদক, তৃতীয় পিছপৰা জাতি, চতুৰ্থ পিছপৰা সীমামূৰীয়া জিলা, পঞ্চম কোনো দাগ নথকা উদ্যমী পুৰুষ। আটাইতকৈ ডাঙৰ কথা এওঁক সভাপতি পাতিলে কমতাপুৰ ৰাজ্যৰ দাবী দুৰ্ব্বল হৈ পৰিব।" (১৯৫০ৰ পৰা এই আন্দোলনৰ নেতাসকল যেনে বৃন্দাবন ৰায়, সন্তোষ বৰুৱা, বসু ইত্যাদিৰ লগত মোৰ ওয়াময়া ৰণ হৈ গৈছে) এইদৰে আলোচনা কৰি মই ঘৰলৈ আহিলো। সিদিনাৰ শেষ সিদ্ধান্তত শ্ৰীযুত সিংহদেৱ কংগ্ৰেছ সভাপতি হ'ল। বৰ আনন্দ পালো। গোসেৱা সমিতিৰ বিষয়ত মহেন্দ্ৰ মোহন চৌধুৰীৰ লগত মোৰ এবাৰ মতানৈক্য প্ৰবল হৈছিল। সেইবেলি চলিহাদেৱ আৰু শ্ৰীযুত সিংহদেৱে মোৰ মতত সমৰ্থন দিয়াত মোৰ মতহে ৰজিল। এইদৰে আমি কিছু ক্ষেত্ৰত কাম কৰিছো। কিন্তু তেখেত যেতিয়া মুখ্যমন্ত্ৰী হ'ল— মই সাধনাত আত্মনিযোগ কৰিলো, ৰাজনীতি এৰিলো, সমাজৰ পৰাও লাহে লাহে আতঁৰি আহিলো। তথাপি বহু কষ্ট কৰি পতা দক্ষিণ বেলতলা হাইস্কুলৰ কাৰণে এদিন তেখেতক প্ৰাক্তন শিক্ষামন্ত্ৰী শ্ৰীমতী কমল কুমাৰী বৰুৱা, শ্ৰীমতী পাৰুল বৰা আৰু কেইজনমানৰ সৈতে সাক্ষাৎ কৰিছো। তাৰ কিছুদিনৰ পিছত মুখ্যমন্ত্ৰী হিচাবে অহাত আমাৰ স্কুলতে ল'গ পাইছো। তাৰ পিছত এইজনা সিংহ পুৰুষ শ্ৰীসিংহদেৱৰ লগত মোৰ সাক্ষাৎ হোৱা নাই। মুখ্যমন্ত্ৰী হিচাবে ৰাজ্যৰ উন্নতিৰ বাবে কৰা কাৰ্য্যৰ বহুততে মই একমত নহয়। কিন্তু তেখেতৰ প্ৰচেষ্টা সমূহ সঁজ আছিল- আৰু হ'বও লাগে তেনেকুৱাই। শ্ৰী সিংহদেৱ স্বভাৱতঃ সৰল, নিস্বাৰ্থ ব্যক্তি আৰু এতিয়া এজন সমৰ্পিত দেশসেৱক। ৯২ বছৰতো দেহৰ চিন্তা বাদ দি দেশৰ হকে অশেষ পৰিশ্ৰম কৰি গৈছে। এজন আদৰ্শবান, দীৰ্ঘজীৱী, পুণ্যবান ব্যক্তি আমাৰ মাজত বহুত দিন বিচৰণ কৰি থাকক এয়া মোৰ আন্তৰিক কামনা। ■

---

বিশিষ্ট লেখক, ধৰ্ম্মাচাৰ্য্য ভৃগুগিৰি মহাৰাজ, প্ৰতিষ্ঠাপক পঞ্চকন্যা ধাম, বশিষ্ঠ। বাসস্থান দিশপুৰ, লাষ্টগেট, গুৱাহাটী - ৬।

# মোৰ অনুভৱত শৰৎ চন্দ্ৰ সিংহ

■ ড° লিলি ৰাজবংশী

এদিন হৰেন্দ্ৰ মোহন তালুকদাৰৰ পৰা প্ৰথমে ফোন, পাছত এখন চিঠি পালো। শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱৰ জীৱনৰ ওপৰত এটি প্ৰবন্ধ লাগে। সোনকালে অৰ্থাৎ ৩০ এপ্ৰিলৰ ভিতৰত পোৱাকৈ। মাজত আছে মাত্ৰ দুটা দিন। মৰসাহ কৰি তথাপি লেখিবলৈ লৈছো শৰৎ চন্দ্ৰ সিংহৰ কথা—

এজন মুখ্যমন্ত্ৰীৰ, বয়সে গৰকিব নোৱাৰা এজন জনতাৰ নেতাৰ কথা। যাৰ নামটোৱেই চপাই দিয়ে এক বিমল প্ৰশান্তি।

নতুন বছৰৰ পহিলা দিন এটিতে জন্ম গ্ৰহণ কৰি পিছৰ জীৱনটোৰ সমস্ত আকাশখন আজিও কঢ়িয়াই ফুৰা এজন প্ৰাণবন্ত ব্যক্তি। সাংসাৰিক আলৈ আজকালৰ মাজত স্থিতপ্ৰজ্ঞ সিংহ দেৱক বিনাদ্বিধাই ৰাজনীতিৰ মহীৰূহ বুলি ক'ব পাৰি।

এইজন নেতাৰ ঘৰ ক'ত সেই কথা চিন্তা নকৰাকৈয়ে কৈ দিব পাৰি গুৱাহাটীৰ হেদায়েৎপুৰত থকা N.C.P.ৰ অফিচ ঘৰটোৱেই বুলি। পুৱা ৮ বজাৰ পিছৰ পৰা যি যেতিয়াই লগ পাব খোজে তাতেই পায় সকলোৱে। এসময়ৰ অবিভক্ত কংগ্ৰেছ অফিচ।

১৯৭২ চনৰ নিৰ্বাচনৰ আগে আগে মোৰ স্বামী গোলোক ৰাজবংশীক বিধান সভালৈ কংগ্ৰেছৰ প্ৰাৰ্থীত্ব দিবৰ কাৰণে সেই সময়ৰ কংগ্ৰেছ দলৰ সভাপতি শ্ৰীযুত সিংহদেৱক অনুৰোধ কৰিবলৈ গৈ ময়ো প্ৰথম লগ পাইছিলো সেই কংগ্ৰেছ অফিচৰ

ঘৰটোতে। লগত আছিল তেতিয়াৰ চতিয়া সমষ্টিৰ বাবে প্ৰাৰ্থীত্ব বিচৰা প্ৰাক্তন মন্ত্ৰী শ্ৰীযুতা স্বৰ্ণ প্ৰভা মহন্ত।

৭২'ৰ নিৰ্বাচনত জয়লাভ কৰি প্ৰথমে ডেপুটি স্পিকাৰ হৈ শ্বিলঙত থকাৰ সময়ছোৱাত ৰাজবংশীৰ লগত ময়ো (থকাৰ পিছৰ পৰাই) শৰৎ চন্দ্ৰ সিংহ দেৱক বহুত দিনেই লগ পাইছিলো। ১৯৭৩ চনত অসমৰ নতুন অস্থায়ী ৰাজধানী দিছপুৰত আৰম্ভ হয়। সেই সময়ত এম. এ.ৰ প্ৰথম পৰীক্ষাটো দিবৰ বাবে ময়ো দিছপুৰত এম. এল. এ. মন্ত্ৰীৰ বাবে সজা টিনৰ চালিৰ সৰু অস্থায়ী ঘৰটোতে থাকিবলৈ আহো। তাৰ পাছত মন্ত্ৰীসকলৰ বাবে সজা ঘৰবোৰৰ লগতে থকা ডেপুটি স্পিকাৰৰ ঘৰটোত থাকিবলৈ লও। আমাৰ কাষৰ সোঁফালৰ ঘৰটো আছিল মুখ্যমন্ত্ৰী শ্ৰী শৰৎ চন্দ্ৰ সিংহৰ ঘৰ। আৰু বাওঁফালৰটো আছিল মন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ ঘৰ। তেতিয়াই মই লক্ষ্য কৰিছিলো প্ৰয়োজন হ'লেই মুখ্যমন্ত্ৰী সিংহ দেৱ ৰাজবংশীৰ লগত কিবা কথা আলোচনা কৰিবলৈ আহে। একাপ চাহ খাই আলোচনা শেষ কৰি যায়গৈ। কোনো দিন ৰাজবংশীক কিন্তু তেখেতৰ ঘৰলৈ মাতি নপঠায়।

এজন সহজ, সৰল, অনাড়ম্বৰ, অতি অমায়িক, গভীৰ চিন্তাশীল অসমৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহৰ ব্যক্তিত্ব অনন্য।

এবাৰ দৌল উৎসৱত কাষতে থকা মন্ত্ৰীসকলৰ পত্নী শ্ৰীযুতা হেমপ্ৰভা শইকীয়া, স্বৰ্গীয়া প্ৰমিলা গগৈ, তৰু দাস, স্বৰ্গীয়া লক্ষ্মী তাঁতি আৰু মই মুখ্যমন্ত্ৰীৰ ঘৰলৈ গলো। উদ্দেশ্য মুখ্যমন্ত্ৰীক ফাকু দি চাহ খাই তেখেতৰ গাড়ী লৈ লাৱণ্য বাইদেউৰ (মুখ্যমন্ত্ৰীৰ পত্নী) ওচৰলৈ যাম। পুৰণা ভাগো ভাগো বেঞ্চ এখনত বহি পিয়ন নে ৰান্ধনি এজনে দি যোৱা চাহ খালো। বেঞ্চখনৰ দৰেই পুৰণা, কম দামী কাপ-প্লেট। মুখ্যমন্ত্ৰী আন এটি কোঠাত মানুহৰ লগত আলোচনা কৰি থকাৰ সুযোগতে আমি ভিতৰ সোমাই ঘৰটো চাও বুলি ইটো-সিটো কোঠালি সোমাই গলো। এখন সস্তীয়া, জোকাৰি দিলেই খহি পৰিব যেন লগা খাট, দুখনমান পুৰণা চকী-টেবুল, ফিচিকি যাব খোজা কেইখনমান দুৱাৰ খিৰিকিৰ পৰ্দা। সেই সকলোবোৰ চাই এনে লাগিছিল সেই ঘৰটোত অসমৰ দৰে এখন প্ৰদেশৰ মুখ্যমন্ত্ৰী নাথাকে-থাকে সৰ্বসাধাৰণ জনতাৰ এজন নেতা যিজনে মুখ্যমন্ত্ৰীৰ সেই প্ৰলোভনীয় পদবী এৰি হাতত মাত্ৰ এটি চুটকেচ লৈ মুখ্যমন্ত্ৰীৰ বাসভৱনৰ পৰা চিটি বাছ অভিমুখে ওলাই যোৱাৰ বাবে নিজক প্ৰস্তুত কৰি ৰাখিব পাৰিছিল। তাহানিৰ সেই নেতাজন আজিও বয়সে গৰকিব নোৱাৰা এজন সম্পূৰ্ণ

নেতা হৈয়ে আছে।

সহজে কাৰো লগত আপোচ কৰিব নোখোজা শ্ৰীযুত সিংহ ডাঙৰীয়াই ঘৰতো পুত্ৰ, কন্যা, পৰিবাৰৰ লগত কেতিয়াও সম্ভৱ নিজৰ মতৰ অবিহনে আপোচ কৰি পোৱা নাই। ১৯৭৮ চনৰ নিৰ্বাচনত মাত্ৰ ২৬ জন কংগ্ৰেছ প্ৰাৰ্থীহে নিৰ্বাচিত হৈ আহি চৰকাৰ গঠন কৰিব পৰাৰ সুবিধা হেৰুওৱাত ২৩ জনেই যেতিয়া ইন্দিৰা কংগ্ৰেছত যোগদান কৰিলে তেতিয়াও শৰৎ চন্দ্ৰ সিংহ অকলেই এটা বৃহৎ দল হৈ থাকিল। একেলগে থকা হিতেশ্বৰ শইকীয়া গ'ল, মুকুট শৰ্মা গ'ল, গোলোক ৰাজবংশী আৰু মানবেন্দ্ৰ শৰ্মাক বহুত অনুৰোধ কৰিও লৰচৰ কৰাব নোৱাৰি পিছত মুকুট শৰ্মাহঁতৰ অনুৰোধ আৰুময়ো জোৰ কৰাত ৰাজবংশীয়েও সিংহৰ লগ এৰি ইন্দিৰা কংগ্ৰেছত যোগ দিলে। শেষলৈ গাৰ ছাঁৰ দৰে লাগি থকা মানবেন্দ্ৰ শৰ্মা, পংকজ বৰা, বলীন কুলিও গ'ল। অকল গজেন তাঁতীয়ে সিংহক এৰি নাযাও বুলি থাকিলেও মাজবাটতে সকলোকে এৰি তেওঁ একেবাৰে বিদায় ল'লে। তথাপি শৰৎ চন্দ্ৰ সিংহক অকলশৰীয়া নহ'ল। N.C.P.ৰ অনুষ্ঠানটোৰ লগতে সিংহ দেৱৰ লগত থাকিল হেদায়েৎপুৰৰ সেই পুৰণি কংগ্ৰেছ ভৱনটো।

সিংহ ডাঙৰীয়াৰ অলপ হ'লেও অনুগামী মোৰ স্বামী প্ৰয়াত গোলোক ৰাজবংশীৰ ৰাজনীতিৰ গতিধাৰাৰ কথা চিন্তা কৰি কেতিয়াবা মই নিজেই আচৰিত হৈছিলো। স্বাধীনতা যুঁজৰ অপৰাজিত সেনা ৰাজবংশীৰ ৰাজনীতিৰ চিন্তাধাৰা বহুতৰ লগত নিমিলে। নীতিৰ প্ৰশ্নত কেতিয়াও হাৰ নমনা ৰাজবংশীৰ আকোৰগোজ মনোভাব দেখি মই নিজেই কেতিয়াবা ভয় খাওঁ - কেনেকৈ ৰাজনীতি কৰে এই মানুহজনে? আকৌ নিজেই সান্ত্বনা বিচাৰি লও। ইবচেনৰ এষাৰ কথা সুঁৱৰি - 'The strongest man in the world is the man who stands most alone' শ্ৰীযুত সিংহ দেৱৰ জীৱন পৰিক্ৰমাৰ অন্তৰ্নিহিত সত্যও এই কথাফাঁকিৰ মাজতে আৱদ্ধ। চাৰিকুৰি এঘাৰটা বছৰ গছকি অহা সিংহ দেৱৰ দৰে মহান ব্যক্তি জনৰ জীৱনৰ মূল্যায়ন হৈ যাব - 'All alone if need be' বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ একে সুৰৰ সেই কবিতা ফাঁকিলৈ মনত পৰিছে 'যদি তোর ডাক শুনে কেউ না আসে একলা চলোরে'। ৰাজনীতিৰ অধ্যায় বাদ দিলেও মানুহ হিচাবে জীৱনৰ বাটত অকলেই আগবাঢ়িবলৈ শক্তি আহৰণ কৰি লোৱা সিংহ দেৱৰ লগত আছে আজি হাজাৰ জনতা। কেতিয়াবা তেখেতৰ পৰিবাৰ লাৱণ্য বাইদেউক লগ পাওঁ— খা-খবৰ ল'লে কয়— 'সেই

ফকিৰজনৰ কথা নুশুধিব'। বাইদেউৰ অন্তৰত কিহৰ ক্ষোভ আছে নাজানো। তথাপি সকলোৱে কয় এইজন মানুহৰ আৰ্দশ আৰু ব্যক্তিত্বৰ তুলনা নাই। বাইদেউৰ ক্ষোভৰ কাৰণো চাগৈ সেই আৰ্দশৰ ভিতৰতে পৰিব।

শেষত ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছো শ্ৰীযুত সিংহৰ ডাঙৰীয়াক শক্তি, সাহস আৰু সময় দিয়ক। শুদ্ধ নীতি, আদৰ্শ আৰু অফুৰন্ত প্ৰাণশক্তিৰে দেশৰ অচল মানুহখিনিৰ জীৱনো স্বচ্ছল কৰি তোলক। ■

(লেখিকা ড° লিলি ৰাজবংশী এগৰাকী সমাজ সচেতন বিশিষ্টা লেখিকা আৰু সুখ্যাত কবি। ভাৰতীয় সমাজ কল্যাণ পৰিষদৰ অসম ৰাজ্যিক শাখাৰ সভানেত্ৰীৰ উপৰিও অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ উপ-সভানেত্ৰীও আছিল। দিশপুৰ কলেজৰ প্ৰাক্তন প্ৰবক্তা। বিশিষ্টা গান্ধীবাদী নেতা, মুক্তি যোদ্ধা আৰু অসমৰ প্ৰাক্তন মন্ত্ৰী প্ৰয়াত গোলক চন্দ্ৰ ৰাজবংশীৰ সহধৰ্মিনী। দিশপুৰৰ ৰুক্মিণী গাৱঁৰ বাসিন্দা।)

# এতিয়াও চিটি বাছত উঠি ফুৰা ৰাজনৈতিক নেতাজন

■ পদ্ম হাজৰিকা

এবছৰ মানৰ আগৰ কথা। বেলতলাৰ বাছখনত উঠি দেখো, বাছৰ সকলো আসনত মানুহ। ১০/১২ জন মান যাত্ৰী থিয় দি আহিছে ; তাৰে ভিতৰত শৰৎ চন্দ্ৰ সিংহও। চাপৰ বাছখনত ওখ সিংহৰ মূৰটো বেকা হৈ আহিছে। আসনবিলাকত ভালেমান ডেকা যাত্ৰীও বহি আহিছে, কিন্তু কোনো এজনেই (নিজৰ আসনখন এৰি) প্ৰাক্তন মুখ্যমন্ত্ৰী হিচাপেই নহয়, ৰাজনৈতিক নেতা হিচাপেও নহয়, ওখ বৃদ্ধজনক আসন এখন এৰি দিয়া নাই। লাষ্ট গেটত তেখেত থিয় হৈ থকাৰ ওচৰতে আসন এখন খালি হ'ল। পিছত থকা ডেকা এজনে আন এজনক ঠেলা মাৰি সেই আসনখনত বহি পৰিল। মই থিয় হৈ থকা ঠাইৰ পৰা আগুৱাই গৈ ডেকা জনক ওচৰতে থিয় হৈ থকা বৃদ্ধ জনক আসনখন এৰি দিবলৈ কলো। শৰৎ সিংহ ডাঙৰীয়াই লক্ষ্য কৰি আছিল। লগে লগে ক'লে— নালাগে, নালাগে, মই থিয় হৈয়েই আৰামত আহিছো। আপুনিও চোন থিয় হৈয়ে আহিছে। ডেকা জন বহিছে, বহক। তেওঁৰ হয়তো শাৰীৰিক দুৰ্ব্বলতা আছে। গনেশ গুৰিত ভালেমান যাত্ৰী নামিল। তেতিয়া সিংহ ডাঙৰীয়া বহিল, ময়ো আন এখন আসনত বহিলো।

সেই দিনাই নহয়। যিহেতু মই চিটি বাছতে অহা যোৱা কৰো, মাজে মাজে সিংহক কেতিয়াবা থিয় হৈ, কেতিয়াবা অৱশ্যে বহি অহা বাছত লগ পাওঁ। মই শৰৎ চন্দ্ৰ সিংহক ভালদৰে চিনি পাওঁ যদিও মোৰ লগত তেখেতৰ চিনা পৰিচয় ভালদৰে নাই। কাৰণ মোৰ এটা স্বভাৱজাত দোষ যে মই উপযাচি চিনাকি দিয়াৰ অভ্যাস

নাই। আজিৰ ভোগবাদী সমাজত মূল্যবোধৰ চূড়ান্ত অৱক্ষয়ৰ দিনত প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই চহৰৰ এটা অসম আৰ্হিৰ সৰু ঘৰত থাকি সাধাৰণ মানুহৰ দৰে চিটি বাছত অহাযোৱা কৰি সাধাৰণ শ্ৰেণীৰ মানুহৰ হকে, ঠিক ৰাজনীতি কৰা বুলি কোৱাটো শুদ্ধ নহ'ব— মাত মাতি আহিছে ; দুৰ্নীতি, ভ্ৰষ্টাচাৰৰ বিৰুদ্ধে সিংহ গৰ্জ্জনৰে গৰ্জ্জি আহিছে; অপ-সাহিত্য, অপ-সংস্কৃতিৰ বিৰুদ্ধে জনমত গঠনত অৰিহণা যোগাই আহিছে।

আজিৰ ৰাজনীতি বুলিলে, ক্ষমতাৰ ৰাজনীতিৰ বাহিৰে আন একো নহয়। ক্ষমতা লাভৰ কাৰণে ৰাজনীতি নকৰা সকলক আজিৰ সমাজে সন্মান নজনায়। চাকৰি জীৱনত চূড়ান্ত দুৰ্নীতি কৰি ক'লা ধনৰ গৰাকী হোৱা জনে, অসৎ উপায়েৰে ব্যৱসায় বাণিজ্য কৰি কোটিপতি হোৱা, শকত ধনৰ বৰঙণি দিব পৰা কেইজনে সমাজৰ মুধা ফুটা ব্যক্তি হিচাপে যিটো পৰিচয় পায়, স্বীকৃতি পায়, খোজ কাঢ়ি, ৰিক্সা বা চিটি বাছত উঠি ফুৰা সমাজকৰ্ম্মী কেইজন সদায় সমাজত না-পাত্তা হৈয়েই ৰৈ যায়। এইটো আজিৰ যুগৰ চিৰন্তন সত্য।

১৯৭৫-৭৭ চনৰ কথা। প্ৰধানমন্ত্ৰীয়ে দেশত জৰুৰীকালিন অৱস্থা ঘোষণা কৰিলে। অসমৰ মুখ্যমন্ত্ৰী তেতিয়া শৰৎ সিংহ। ব্যক্তিগত ভাবে সেই সময়ত সিংহই বিবেক দংশনত ভুগিলেও কংগ্ৰেছ দলৰ মুখ্যমন্ত্ৰী হিচাপে বিৰোধী দলৰ সদস্যক গ্ৰেপ্তাৰ, সভা-শোভাযাত্ৰাৰ ওপৰত নিষেধাজ্ঞা, বাতৰি কাকতৰ ওপৰত চেঞ্চৰ ব্যৱস্থা আদি আন ৰাজ্যৰ কংগ্ৰেছী মুখ্যমন্ত্ৰীৰ দৰেই কৰি গৈছিল। কিন্তু এটা কামত শৰৎ সিংহ আন মুখ্যমন্ত্ৰীতকৈ এখোপ ওপৰত উঠিছিল— যিটো কামত মূল্যবোধৰ প্ৰতি সচেতন ব্যক্তিসকলে মুখ্যমন্ত্ৰী তথা তেতিয়াৰ অসম চৰকাৰৰ শলাগ লৈছিলঃ সেইটো হৈছে, দুৰ্নীতি পৰায়ণ চৰকাৰী বিষয়া, নিগমৰ বিষয়াৰ ওপৰত লোৱা ব্যৱস্থা। যিসকল বিষয়াৰ নিজৰ উপাৰ্জ্জনতকৈ স্থাৱৰ অস্থাৱৰ সা-সম্পত্তি বেছি দেখা পাইছিল তেওঁলোকৰ ঘৰত পুলিচে খানা-তালাচি চলাই বেছি সম্পত্তিৰ গৰাকীজনক প্ৰথমে চাকৰিৰ পৰা নিলম্বিত কৰিছিল আৰু আইনী ব্যৱস্থা গ্ৰহণ কৰিছিল। অফিচ কাছাৰিত ঘোচ লোৱা সকলক হাতে লোটে ধৰা পেলাইছিল ; দুৰ্নীতি পৰায়ণ বিষয়া, কৰ্ম্মচাৰীৰ টোপনি হৰিছিল। আনহাতে কৰ্ম্মদক্ষতা বা আজিৰ ভাষাত কৰ্ম্ম সংস্কৃতি ভালেখিনি বৃদ্ধি কৰিব পাৰিছিল আৰু সেই খিনিয়েই হৈছে শৰৎ সিংহৰ যোগাত্মক দিশ মুখ্যমন্ত্ৰী হিচাপে।

শৰৎ চন্দ্ৰ সিংহৰ বলিষ্ঠ ব্যক্তিত্ব, Uncompromising attitudeৰ কাৰণেই ইন্দিৰা কংগ্ৰেছৰ শাসকীয় দলৰ শক্তিশালী Networkৰ বিৰুদ্ধে অকলশৰে যুঁজিয়েই আচলখন নিখিল ভাৰত কংগ্ৰেছৰ কমিটীৰ পৰা ওলাই যোৱা ইন্দিৰা কংগ্ৰেছৰ পৰা সা-সম্পত্তি খিনিৰ অধিকাৰ সাব্যস্ত কৰিব পাৰিছিল, আৰু আজি পূৰ্ণ চাংমা, ভৃগু ফুকন আদি ওলাই যোৱাৰ পিছতো এমুঠি নিষ্ঠাবান কৰ্ম্মীক লগত লৈ নেচনেলিষ্ট কংগ্ৰেছক অসমত জীয়াই ৰাখিছে।

ওপৰৰ দুআষাৰ কথাৰে, আজিৰ সমাজত মূল্যবোধৰ অৱক্ষয়ৰ বিৰুদ্ধে অকলশৰে যুঁজি অহা ব্যতিক্ৰমী ব্যক্তি শৰৎ সিংহৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰিলো। ■

---

লেখক পদ্ম হাজৰিকা ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ এজন মুক্তিযোদ্ধা। তেখেত এজন বিশিষ্ট সমাজ সেৱক আৰু লেখক। মুক্তি যুঁজাৰু পেঞ্চনভোগী হাজৰিকাদেৱ এজন বিশিষ্ট গান্ধীবাদী ব্যক্তি, তেখেত গুৱাহাটীৰ বেলতলাৰ বাসিন্দা।

# অসমত সিংহ

■ ভদ্ৰ ৰৰা

অসমৰ মানুহৰ বদ্ধমূল ধাৰণা অসমত বহুতো লুপ্তপ্ৰায় প্ৰাণী আছে, কিন্তু সিংহ নাই। কাজিৰঙাত নাই যেতিয়া আৰু ক'তো নাই। মাজে মাজে আমি বাতৰি-কাকতত সিংহৰ বাতৰি পাওঁ। চাৰ্কাচৰ সিংহ পলোৱা বাতৰি পাঁও। গুজৰাটৰ গিৰ অভয়াৰণ্যত সিংহৰ পোৱালি হোৱাৰ বাতৰি পাওঁ। কিন্তু অসমত সিংহ ওলোৱাৰ বাতৰি ক'তো পোৱা মনত নপৰে। অসমীয়া মানুহ কোনো বিষয়তে 'চিৰিয়াচ' নহয়। কেইবছৰমান আগতে পৃথিৱীৰ পৰা লুপ্ত এক প্ৰজাতিৰ গাহৰিৰ কথা ওলাইছিল। সেইবিধ গাহৰিৰ চালু নাম আছিল পিগ্‌মি হ'গ। কিন্তু কিছুদিন আগতে প্ৰমাণিত হ'ল পিগ্‌মি হ'গ্ দৰঙৰ উত্তৰ অঞ্চলত দেখাৰ আছে। বহুতে পুহিৱলৈ লৈছে। বজাৰত আন গাহৰিৰ লগতে বেচে। অথচ বিচাৰিব নজনা বাবে তাৰ খবৰ কোনোৱে জনা নাছিল। বিচাৰিব জনাৰ কৌশল, জ্ঞান আৰু আগ্ৰহৰ অভাৱতে আমি বহু বিষয়ত অজ্ঞ।

গুণৰ আধাৰত সিংহৰ অস্তিত্ব বিচাৰি চাব পাৰি। সংস্কৃত শ্লোক এটা আছে ঃ

সিংহৰ পৰা এটা, বগলীৰ পৰা এটা, কুকুৰৰ পৰা ছটা, পখীৰ পৰা তিনিটা, কাউৰীৰ পৰা পাঁচটা আৰু কুকুৰাৰ পৰা চাৰিটা গুণ মানুহে আয়ত্ত কৰা উচিত। এতিয়া চোৱা যাওক সিংহৰ গুণ কি? পণ্ডিত চানক্যই এই বিষয়ে কি কৈছে শুনক ঃ

প্ৰভূতমল্পং কাৰ্য বা যো নৰঃ কুৰ্ত্তমিচ্ছতি।

সৰ্বাৰম্ভন্ তৎকুৰ্যাৎ সিংহাদেবং প্ৰকীৰ্ত্তিতম্।।

## জীৱন আৰু কৃতি

সৰুৰেই হওক বা ডাঙৰেই হওক, অলপেই হওক বা বেছিয়েই হওক তাৰ বাচ বিচাৰ নকৰি যিজনে নিষ্ঠাৰে কাম হাতত লয় তেওঁৰ সিদ্ধি লাভ হ'বই। সিংহৰ পৰা ল'বলগীয়া শিক্ষা এইটোৱেই।

সিংহৰ এই গুণৰ বাহিৰেও আন বহুতো গুণৰ অধিকাৰী। আৰু এজন সিংহ অসমত আছে। এইগৰাকী সিংহৰ নাম শৰৎ চন্দ্ৰ সিংহ - জননেতা শৰৎ চন্দ্ৰ সিংহ। ৰাইজৰ স্নেহ, শ্ৰদ্ধা আৰু ভক্তিৰ পাত্ৰ শৰৎ চন্দ্ৰ সিংহ। ৰাজনীতিৰ পংকৰ মাজত থাকিও পংকজৰ দৰে নিষ্কলঙ্ক শৰৎ চন্দ্ৰ সিংহ। ৰবীন্দ্ৰনাথৰ 'একলা চলোৰে' মন্ত্ৰৰে দীক্ষিত অক্লান্ত কৰ্মী শৰৎ চন্দ্ৰ সিংহ। অজাতশত্ৰু শৰৎ চন্দ্ৰ সিংহ।

এই গৰাকী অসম আইৰ সুসন্তানৰ ৮৮ বছৰীয়া জন্মদিনত তেওঁৰ প্ৰতি শ্ৰদ্ধা জনাই 'অসম বাণী'ৰ মুকলি দুঃচিন্তা শিতানত মই এই কথাখিনি লিখিছিলো দুহেজাৰ চনৰ পহিলা জানুৱাৰীৰ দিনা। তাৰ পিছত আৰু চাৰি বছৰ পাৰ হ'ল। তেওঁৰ গুণ গৰিমাৰ বিভিন্ন দিশ উন্মোচিত হৈছে। অবিশ্বাস্য কৰ্মশক্তি, নিঃস্বাৰ্থ জনসেৱা, গান্ধীবাদী চিন্তাৰ ৰূপকাৰ সিংহদেৱক বহুতে আখ্যা দিছে অজাতশত্ৰু ৰাজনীতিবিদ্। তেখেতৰ প্ৰতি শ্ৰদ্ধা জনাই শিতানটিত আৰু লিখিছিলো ঃ

জীৱনকালতেই কিংবদন্তিৰ নায়ক হৈ পৰা এইগৰাকী দেশপ্ৰেমিকৰ বিষয়ে বহুতো গল্প, বহুতো কাহিনী মুখে মুখে চলি আছে। প্ৰায় সকলো নেতাই এটা বয়সত সময়ৰ লগত তাল মিলাব নোৱাৰি অপ্ৰিয় হৈ পৰে। কিন্তু আমাৰ এইগৰাকী স্বদেশপ্ৰাণ জননেতা তাৰ ব্যতিক্ৰম। এবাৰ কাকতত বিজ্ঞাপন এটি ওলাইছিল - 'আশী বছৰীয়া বৃদ্ধৰ নামকৰণ'। মূল বিষয়টো আছিল তেতিয়াৰ বিখ্যাত কাপোৰৰ কল কেলিকো মিলে তেওঁলোকৰ উৎপাদিত কাপোৰৰ এটা নাম দিলে - কেলিক্ৰুথ। এই নাম দিছিল কেলিকো মিলৰ কাপোৰ জনপ্ৰিয় হোৱাৰ আশীবছৰ পিছত। অসমৰ বিভিন্ন সমস্যা আৰু আপদকালত মাত মতাই নহয়, সুযোগ্য নেতৃত্ব দি সিংহদেৱে প্ৰকৃত জননেতা হিচাপে চিনাকি দি আহিছে আৰু সেই মৰম আৰু শ্ৰদ্ধাক দুহেজাৰ বছৰ পূৰ্তিৰ ক্ষণত স্থায়ী ৰূপ দিয়া হ'ল।

এই গৰাকী জননেতাৰ কীৰ্তি কাহিনীয়ে ছাত্ৰ অৱস্থাতেই মোক আকৃষ্ট কৰিছিল। তেতিয়া অসম আৰু অসমীয়া বুলি মই আবেগিক হৈ পৰিছিলো। ভাৰতীয় জাতীয় কংগ্ৰেছে তাৎপৰ্যপূৰ্ণ প্ৰস্তাৱ এটা গ্ৰহণ কৰিছিল। প্ৰস্তাৱৰ মূল কথা আছিল ভাষাৰ

ভিত্তিত ৰাজ্য পুনৰ্গঠন। সেই প্ৰস্তাৱে সমগ্ৰ ভাৰতত এক অস্থিৰ অৱস্থাৰ সৃষ্টি কৰিছিল। সুফল-সুচিন্তাৰ পৰিবৰ্তে কুফল আৰু কুচিন্তাই গা কৰি উঠাত অসমবাসীয়েও তাৰ সোৱাদ পালে। বৰ অসমৰ জলপাইগুড়ি, কোচবিহাৰৰ কথাই নকওঁ আনকি গোৱালপাৰাকো অসমৰ পৰা আঁতৰাই নিয়াৰ চক্ৰান্ত ফলৱতী কৰাৰ ব্যৰ্থ কৰাত আগ ভাগ লৈছিল এই গৰাকী সিংহপুৰুষে। সেইবাবেই সিংহৰ কথা ক'লে জননেতা সিংহদেৱৰ কথা মনলৈ আহে। তেখেতৰ লগত চিনাকি হোৱাৰ সুযোগ পাইছিলো বিগত শতিকাৰ পঞ্চাশৰ দশকতে। জ্ঞান-তপস্বী, তেতিয়াৰ কংগ্ৰেছৰ সাধাৰণ সম্পাদক ৰামপ্ৰসাদ শইকীয়াদেৱৰ যোগেদি ঘৰুৱাভাৱে লগ পাইছিলো। সেই ব্যক্তিত্বই মোক মুগ্ধ কৰিছিল। প্ৰায়েই স্বৰ্গৰ মুনিসকলৰ ত্যাগৰ চিত্ৰ চকুৰ আগত ভাহি উঠিছিল। সেই প্ৰসংগতে স্বদেশপ্ৰাণ ৰামপ্ৰসাদ শইকীয়াদেৱৰ জন্ম শত বাৰ্ষিকীত 'আমাৰ অসম' যোগে মোৰ ভাব ব্যক্তি কৰিছিলো। ত্যাগ, তপস্যা আৰু কৃষ্টি সাধনাৰ মহিমাৰে মণ্ডিত পুৰাণ মহাকাব্য বৰ্ণিত ঋষি মুনিৰ চৰিত্ৰসমূহে মোক মোহগ্ৰস্ত কৰি ৰাখে। তেওঁলোকৰ জ্ঞান-পিপাসা আৰু স্থিতপ্ৰজ্ঞ ৰূপটোৱে মোক বিস্ময়াম্বিত কৰি তোলে। সেইবোৰ কল্পলোকৰ চৰিত্ৰ বুলি ধৰি লৈছিলো যদিও কেইগৰাকীমান আদৰ্শ গান্ধীবাদীৰ সুদীৰ্ঘ সান্নিধ্য আৰু তেওঁলোকৰ জীৱন যাত্ৰা পদ্ধতি নিৰীক্ষণ কৰাৰ সুযোগে মোৰ ধাৰণা সলনি কৰিলে। বিৱৰ্তনে তেওঁলোকৰ ৰূপ সলাইছে। মানি লওঁ আজিকালি তেনে আদৰ্শ চৰিত্ৰ বিৰল; কিন্তু বিলুপ্ত হোৱা নাই। লোকনায়ক অমিয় কুমাৰ দাস, জ্ঞান তপস্বী ৰামপ্ৰসাদ শইকীয়া আৰু পৰম শ্ৰদ্ধাভাজন অসম গৌৰৱ শ্ৰী শৰৎ চন্দ্ৰ সিংহদেৱক লগ পোৱাৰ সৌভাগ্য হৈছিল। তেওঁলোকৰ লগত মত বিনিময় কৰাৰ সুযোগ পাই মোৰ ধাৰণা সলনি হৈছিল। প্ৰত্যয় জন্মিছিল আজিৰ যুগতো জ্ঞান গৰিমাপুষ্ট সন্ত-ঋষিৰ পৰম্পৰা অন্ত পৰা নাই। চিটি বাছত তেওঁক লগ পাইছো। শ্বিলঙৰ লাবান বাছত সেইদৰে প্ৰায়েই লগ পাইছিলো আব্দুল মতলিব মজুমদাৰক। বিস্ময় মানিছিলো। নব্বৈৰ দেওনা পাৰ হোৱা সিংহদেৱক খোজ কাঢ়ি ফুৰা বা চিটি বাছত ঘূৰি ফুৰা দৃশ্য বহুতে প্ৰত্যক্ষ কৰিছে। এই দৃশ্য দেখি দুটা কথা মোৰ মনলৈ আহে। প্ৰথম তেওঁৰ সৰলতা আৰু তেওঁৰ অজাতশত্ৰু স্থিতি। শ্ৰদ্ধাভাজন গোলাপ বৰবৰাদেৱো তেনে এটা চৰিত্ৰ। এই দুগৰাকী মুখ্যমন্ত্ৰীৰ বিপৰীতে আন মুখ্যমন্ত্ৰী বা প্ৰাক্তন মুখ্যমন্ত্ৰীৰ কথা ভাবক। ক্ষমতা থকা কালতো তেওঁলোকক চোৰ-ডকাইতৰ দৰে পুলিচ-মিলিটাৰীয়ে ঘেৰি থাকে আৰু ক্ষমতাচ্যুত হ'লেও তেওঁলোকে পুলিচ-মিলিটাৰীৰ সাহায্য বিচাৰে আত্মৰক্ষাৰ বাবে। ইয়াতকৈ দুখ আৰু লাজৰ কথা থাকিব পাৰেনে?

বাহুতো তেওঁৰ সেই সৰলতা। কোনোবাই চিট এৰি দিলেও 'নেলাগে নেলাগে আপুনিয়েই বহক' বোলা এই সাধাৰণ সাধাৰণ লগা ব্যক্তিজনেই যে অসাধাৰণ ব্যক্তিত্বসম্পন্ন অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ বাহুৰ আন যাত্ৰীয়ে হয়তো সেই কথাৰ ভুকে নাপায়।

শ্বিলঙৰ কথা। বিধানসভাৰ পাৰ্লিয়ামেন্টৰী পাৰ্টিৰ অফিচত তেওঁক বিচাৰি নেপাই এগৰাকী বিধায়কে মোক সুধিলে মই তেওঁক ক'ৰবাত দেখিছো নেকি। তেতিয়া মই অসম বিধান সভাৰ গ্ৰন্থগাৰিক আৰু গৱেষক বিষয়া। বিধান সভাৰ কংগ্ৰেছ পাৰ্টিৰ অফিচ মোৰ লাইব্ৰেৰীৰ ওচৰতে। ৰসিক বিধায়কগৰাকীক মই ঘূৰাই সুধিলো -

'তেখেতে আমেৰিকালৈ অপাৰেশ্বনৰ বাবে যোৱাৰ কথা নাজানে নেকি'?

তেওঁ মোলৈ ঘোপাকৈ চোৱাত মই ব্যাখ্যা কৰি ক'লো-

'চাওক, মই মোৰ অনুমানৰ কথাহে কৈছো। তেওঁৰ কোনো দিনেই খং উঠা দেখা নাই। তেওঁ সদায় সক্ৰিয়। ভাগৰ লগা দেখা নাই। সেয়ে মোৰ ধাৰণা হৈছে তেওঁ নিশ্চয় মনে মনে আমেৰিকালৈ গৈ খং উঠা আৰু ভাগৰ লগা শিৰ দুডাল কটাই আহিছে। কালিৰ পৰা তেওঁক নেদেখি ভাবিছো তেওঁ হয়তো এইবাৰ মায়া মোহ সম্পূৰ্ণ নাইকিয়া কৰিবলৈ কিবা অপাৰেশ্বন কৰিবলৈ গৈছে'।

মোৰ ব্যাখ্যা শুনি তেওঁ সহমত প্ৰকাশ কৰিলে। মই অনুমান কৰাৰ দৰে পিছৰ অপাৰেশ্বনটো যে তেওঁ কৰাই আনিছিল তাৰ প্ৰমাণ তেওঁৰ নিঃস্বাৰ্থ দেশসেৱাত ফুটি উঠিছে।

ল'ৰাইঁতে তেওঁৰ ভলভলীয়া স্বভাৱৰ বিষয়ে গল্প এটা প্ৰচাৰ কৰিছিল তেওঁ মুখ্যমন্ত্ৰী হৈ থকা কালতেই।

এদিন অসম হাউচত এজন বিষয়াই তেওঁৰ ভৰিলৈ আঙুলিলৈ দেখুৱাই ক'লে - 'ছাৰ! আপোনাৰ চেণ্ডেলযোৰ দেখোন দুযোৰৰ দুপাত। ইপাতৰ লগত সিপাতে নিমিলে। আপুনি ভুলকৈ...'।

সিংহদেৱে বিষয়াজনক বিনম্ৰ কৰি উত্তৰ দিলে - 'চেণ্ডেলযোৰ তেনেই। মোৰ ঘৰতো ঠিক এনে ধৰণৰ এযোৰ আছে। এপাত ক'লা, আনপাত ডাৰ্ক টেন'।

এইজনেই আপোনভোলা আমাৰ জনপ্ৰিয় সিংহদেৱ।

ইন্দিৰা গান্ধীৰ দিনৰ জৰুৰী অৱস্থাত বহুদেশনেতা ৰাইজৰ ৰোষৰ বলি হৈছিল। ক্ষমতাৰ অপব্যৱহাৰে তেওঁলোকক কলংকিত কৰিছিল। সিংহদেৱৰ দৰে ন্যায় নিষ্ঠ লোকৰ বাবেই অসমত তেনে অৰাজক অৱস্থাৰ সৃষ্টি নহ'ল।

আৰু এটা দিনৰ কথা মনত পৰে। সিদিনা অসম তোলপাৰ লগোৱা মাধ্যম আন্দোলনৰ অন্ত পৰিছিল। অসম কংগ্ৰেছ ভৱন হেদায়েৎপুৰ অফিচত উপস্থিত আছিলো। সিংহদেৱে দুটামান বাক্যৰে আন্দোলনৰ পৰিসমাপ্তি লিপিবদ্ধ কৰিছিল। তাৰ আগতে শান্ত সমাহিতৰূপে ছাত্ৰ নেতাসকলক আলোচনাত বহাৰ সুযোগ দিছিল। এচাম ছাত্ৰ আৰু তথাকথিত নেতাই আন্দোলন দীঘলীয়া কৰাৰ সপক্ষে মত দিছিল। সিংহদেৱৰ পিতৃসুলভ ব্যৱহাৰ আৰু নিষ্ঠা আৰু ছাত্ৰ নেতা প্ৰয়াত প্ৰসন্ন নাৰায়ন চৌধুৰীৰ বাস্তৱসন্মত দৃষ্টিভংগীয়ে অসমক আসন্ন বিপদৰ পৰা ৰক্ষা কৰিছিল।

ইমান কম পৰিসৰৰ ভিতৰত এই গৰাকী মহান জননেতাৰ কৰ্মৰ আভাস দিয়াটো হাতী মাৰি ভুৰুকাত ভৰোৱাৰ দৰে কঠিন কাম। এই প্ৰচেষ্টা নচলাই তেখেতৰ দীৰ্ঘায়ু আৰু সুস্বাস্থ্য কামনা কৰি ইমানতে এই প্ৰশস্তি সামৰিলোঁ। ■

(লেখক ভদ্ৰ বৰাদেৱ প্ৰখ্যাত হাস্য-ব্যংগ সাহিত্যিক, গুৱাহাটী বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰিক আৰু তথ্য বিজ্ঞান বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক, অসম বিধান সভাৰ প্ৰাক্তন গ্ৰন্থাগাৰিক আৰু গবেষক বিষয়া, সাহিত্যিক পেঞ্চনাৰ, ভালেমান গ্ৰন্থৰ লিখক। তেখেত গুৱাহাটীৰ জ্যোতিপথ (মিলনপুৰ) চানমাৰী, গুৱাহাটীৰ-৩ৰ বাসিন্দা)।

# শৰৎ চন্দ্ৰ সিংহ মানুহজন

■ কামাখ্যা প্ৰসাদ দাস

ইংৰাজীত এষাৰ বাক্য আছে— 'Simple living and high thinking'। ইংৰাজীৰ এই বাক্যশাৰীত নিহিত গূঢ়াৰ্থক আদৰ্শ মানি জীৱন যাপনৰ পাথেয় ৰূপে লৈ আজিৰ এই ভোগবাদী সমাজত নিজৰ ব্যক্তিগত সুখ-স্বাচ্ছন্দ্যৰ বাবে অকণো চিন্তা নকৰি দেশৰ, দহৰ তথা সমাজৰ হিতৰ হকেই অহৰহ কাম কৰি হাবাথুৰি খায়ো ভাগৰি নপৰা বৰং নিৰ্ভীকভাৱে বুকু ফিন্দাই ফুৰিব পৰা লোক অতি বিৰল। বিৰলতো ব্যতিক্ৰমধৰ্মী থাকে। অকল অসমৰ ৰাজনীতি বা সমাজনীতিতেই নহয় সৰ্ব্বভাৰতীয় ৰাজনীতিতো এজন অগ্ৰণী নেতাৰূপে পৰিচিত অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰী শৰৎ চন্দ্ৰ সিংহ তেনে এজন ব্যতিক্ৰমধৰ্মী ব্যক্তি। শ্ৰী সিংহ যুগপুৰুষ মহাত্মা গান্ধীৰ একান্ত অনুগামী। এজন প্ৰকৃত গান্ধীবাদী হিচাপে ভোগ বিলাসৰ কাৰণে কোনো দিন আসক্ত নহৈ সহজ সৰল জীৱন যাপন কৰি দুখীয়া জনসাধাৰণৰ হিতাৰ্থে কাম কৰি যোৱাকে জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰি আজি এই নৱৈ বছৰ বয়সতো অসমৰ প্ৰতিটো সমস্যাতে নিৰ্ভীকভাৱে সিংহ গৰ্জনেৰে মাত মাতি আহিছে। ভোগবাদী উচ্চাকাংক্ষা থকাহেঁতেন, ১৯৮৯ চনত কেন্দ্ৰত বিশ্বনাথ প্ৰতাপ সিংহৰ নেতৃত্বত ৰাষ্ট্ৰীয় মৰ্চাৰ চৰকাৰ গঠন হোৱাৰ পিছত তেওঁলৈ যচা মহাৰাষ্ট্ৰৰ ৰাজ্যপালৰ পদ হেলাৰঙে বিনম্ৰভাৱে প্ৰত্যাখ্যান কৰিব নোৱাৰিলোহেঁতেন। আজিৰ সমাজৰ বহু দুৰ্নীতিপৰায়ন, ভ্ৰষ্টাচাৰী লোকে তেনে ব্যক্তিক সন্দেহৰ চকুৰে চোৱাটোতও আচৰিত হ'ব লগা একো নাই।

শ্ৰীসিংহ এজন সুশ্ৰী, স্বাস্থ্যবান, সভা শুৱনী লোক, মুখত আৰু চকুত সদায় মিচিকিয়া হাঁহিটো লাগিয়েই থাকে। সিংহ একাধাৰে এজন ৰাজনীতিক, দক্ষ প্ৰশাসক,

লেখক আৰু নিষ্ঠাবান সংগঠক ৰূপেও অসমৰ এজন আদৰ্শ পুৰুষ। ছয় বছৰ দুই মাহ ওপৰকাল অসমৰ মুখ্যমন্ত্ৰীৰ দায়িত্বত থকাৰ উপৰি একাধিকবাৰ অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি, উপ-সভাপতি, সাধাৰণ সম্পাদক হিচাপেও সেৱা আগবঢ়াইছিল। সিংহৰ মুখ্যমন্ত্ৰীত্বৰ কালতে অসমৰ ভূমি আইনৰ সংস্কাৰ হৈছিল। গান্ধীবাদী সিংহই গান্ধীজীৰ আধ্যাত্মিক উত্তৰাধিকাৰী আচাৰ্য্য বিনোৱা ভাবেৰ ভূদান-গ্ৰামদান আন্দোলনৰ তন্ত্ৰৰ সুৰতে কৈছিল যে 'মাটি মানুহৰ জীৱন নিৰ্বাহৰ আহিলাহে, সম্পত্তি নহয়। প্ৰকৃত খেতিয়কহে মাটি ব্যৱহাৰৰ অধিকাৰী।' এই সূত্ৰ তেখেতে সম্পূৰ্ণ বিশ্বাস ক'ৰে। তেখেতেই মাটিৰ চিলিঙৰ উৰ্দ্ধতম সীমা ৫০ বিঘা কৰিছিল। ইয়াৰ আগেয়ে কোনো শ্ৰেণীৰ মাটিৰে কোনো উৰ্দ্ধতম সীমা নাছিল আৰু সেয়েহে কিছুমান জমিদাৰে শ শ বিঘা মাটিৰ মালিকীস্বত্ব লৈ ৰায়তী ব্যৱস্থাৰে জমিদাৰী চলাইছিল। অসমৰে খাছীয়া-জয়ন্তীয়া পাহাৰ আৰু গাৰো পাহাৰ জিলা দুখনক ফালি নি মেঘালয় নামৰ এখন সুকীয়া ৰাজ্য গঠন হয়। অসমৰ ৰাজধানী শ্বিলং পাহাৰৰ পৰা ভৈয়ামলৈ নমাই অনাৰ চিন্তা বহুদিনৰ পৰাই চলি আছিল যদিও আগৰ কোনো এখন চৰকাৰেই দায়িত্ব লৈ এই কামত আগবঢ়াৰ সাহস কৰা নাছিল। সিংহ চৰকাৰে অস্থায়ীভাৱে হ'লেও গুৱাহাটীলৈ ৰাজধানী নমাই অনাৰ স্থিৰ সিদ্ধান্ত লয় আৰু দৃঢ়তাৰে এই কামত আগবাঢ়ে। ১৯৭২ চনত বহা অসম বিধান সভাৰ বাজেট অধিৱেশনত সিংহ চৰকাৰে দৃঢ়তাৰে ঘোষণা কৰে যে ইয়াৰ পিছৰ বছৰৰ বাজেট অধিৱেশন নতুন ৰাজধানীতহে পতা হ'ব। লগে লগে যুদ্ধাকালীন ক্ষিপ্ৰতাৰে গুৱাহাটীত কিছু মাটি যোগাৰ কৰি তাতে অসম আৰ্হিৰ ঘৰ সাজি, সদন ৰহিব পৰা ব্যৱস্থা কৰি অস্থায়ীভাৱে গুৱাহাটীৰ দিছপুৰলৈ ৰাজধানী স্থানান্তৰ কৰা হয়। পূৰ্বৰ ঘোষণা মতে ১৯৭৩ চনৰ বাজেট অধিৱেশন দিশপুৰৰ অস্থায়ী ভৱনতে পতা হয়। সিংহই এনে দৃঢ় পদক্ষেপ লৈ ৰাজধানী শ্বিলঙৰ পৰা নমাই ননা হ'লে অসমৰ ৰাজধানী হয়তো আজিলৈকে শ্বিলং পাহাৰতেই থাকিলহেঁতেন। নীতিৰ ক্ষেত্ৰত সিংহই কাৰো লগত কেতিয়াও আপোচ কৰা নাই। অসমৰ দৰে এখন ৰাজ্যৰ ৰাজধানী 'অসম আৰ্হিৰ' সাধাৰণ টিনৰ ঘৰত পাতি স্থানান্তৰ কৰাত বহু ৰাজনীতিকে আগ্ৰহ দেখুওৱা নাছিল। উত্তৰত সিংহই কৈছিল— কাম মানুহেহে কৰিব, ঘৰে নহয়। আৰু পৰিবেশ! ৰাজধানীৰ কাৰণে প্ৰয়োজনীয় পৰিবেশ আমি সুস্থিৰমতে সুবিধানুযায়ী কৰি লম।

ভাৰতৰ তেতিয়াৰ প্ৰধানমন্ত্ৰী মোৰাৰজী ভাই দেশাই অসমলৈ আহোতে ৰাজধানী দিছপুৰ, অতি সাধাৰণ আচবাবেৰে মুখ্যমন্ত্ৰীৰ চৰকাৰী বাসভৱন, সিংহৰ থকা ঘৰ আৰু কাৰ্য্যালয়ৰ দুৱাৰ খিৰিকী সকলোতে খাদী কাপোৰৰ পৰ্দা আদি দেখি তবধ মানিছিল আৰু শৰৎ সিংহ যে এজন সঁচা গান্ধীবাদী আদৰ্শৰ লোক এই কথা

নিঃসন্দেহে পতিয়ন গৈছিল। আনকি দিল্লীৰ সাংসদসকলৰ সভাতো প্ৰকাশ কৰি সিংহৰ ভূয়সী প্ৰশংসা কৰিছিল।

১৯৭৯ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ বিভাজন হয়। ইন্দিৰা গান্ধীৰ নেতৃত্বত 'ইন্দিৰা কংগ্ৰেছ' আৰু ব্ৰহ্মানন্দ ৰেড্ডীৰ নেতৃত্বত কংগ্ৰেছ (সমাজবাদী) নতুন নামেৰে ভাগ হয়। পিছলৈ অৱশ্যে জগজীৱনৰাম কংগ্ৰেছ, তেৱাৰী কংগ্ৰেছ আদি কেইবাটাও ভাগ হৈছিল যদিও নিটিকিল। মাত্ৰ ইন্দিৰা গান্ধীৰ দলটো 'ইন্দিৰা কংগ্ৰেছ'হৈ টিকি থাকিল আৰু আছে। আজি যিটো 'অখিল ভাৰত কংগ্ৰেছ কমিটি' বুলি কোৱা হয় প্ৰকৃততে সেইটোৱেই ইন্দিৰা কংগ্ৰেছহে। সেই সময়ৰ অসমৰ বিধায়ক আদি বহু নেতাই ইন্দিৰা কংগ্ৰেছ দলত যোগদান কৰিলে যদিও শৰৎ চন্দ্ৰ সিংহ কিন্তু নগ'ল। তেখেতৰ মতে— এজন ব্যক্তিগত মানুহৰ নামত এটা ৰাষ্ট্ৰীয় ৰাজনৈতিক দল হ'ব নোৱাৰে। যিটো কংগ্ৰেছ সংগঠনত গান্ধী, নেহৰু, আজাদ, চৰ্দাৰ পেটেল আদিৰ দৰে মহান ত্যাগী পুৰুষসকল আছিল, যাৰ পৰিচালনাত ভাৰতীয় জাতীয় কংগ্ৰেছ এসময়ত বিশ্বৰ সৰ্ববৃহৎ সংগঠনৰূপে পৰিগণিত হৈছিল, যাৰ পৰিচালনাত প্ৰবল প্ৰতাপী ইংৰাজৰ দৰে পৃথিৱীৰ অজেয় এটা শক্তিয়ে ভাৰত ত্যাগ কৰিবলৈ বাধ্য হৈছিল, সেই কংগ্ৰেছ সংগঠন আজি ক'ত? গতিকে মই কোনো ব্যক্তিৰ দলত যোগদান নকৰো লাগিলে অকলেই থাকি জনগনৰ সেৱা কৰি যাবলৈ চেষ্টা কৰিম। সেইজনেই শৰৎ চন্দ্ৰ সিংহ।

সিংহৰ মুখ্যমন্ত্ৰীত্বৰ কালতে সকলো চৰকাৰী কাৰ্য্যালয়তে প্ৰমাণিত খাদীৰ পৰ্দা, নেপকিন আদি ব্যৱহাৰ কৰাৰ বাবে চৰকাৰী নিৰ্দেশ জাৰি কৰিছিল আৰু ব্যৱহাৰো হৈছিল। সিংহই বুজিছিল যে এই খাদী কাপোৰখনৰ লগত গাৱঁৰ হাজাৰ হাজাৰ দুখীয়া শিপিনী-বোৱনীৰ অন্ন সংস্থানৰ প্ৰশ্ন জড়িত হৈ আছে। ৰাজ্যৰ ক'ৰবাত কিবা অন্যায়-প্ৰৱঞ্চনা, ঠগ আদি কাৰ্য্যৰ গম পালে তাক গাপ দি নথৈ ততালিকে তদন্ত কৰি প্ৰতিকাৰৰ ব্যৱস্থা কৰাৰ চেষ্টা কৰিছিল। তেনে এটি সাধাৰণ উদাহৰণ তলত উনুকিয়ালো—

১৯৭২ চনত ভাৰতৰ স্বাধীনতাৰ ৰূপালী জয়ন্তী উপলক্ষে তেতিয়াৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ প্ৰচেষ্টাত ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণকাৰী বীৰ সেনানী মুক্তি যুঁজাৰু সকলক তেওঁলোকৰ ত্যাগৰ স্বীকৃতি স্বৰূপে একোখন 'তাম্ৰপত্ৰ' আৰু ভৰণ-পোষণৰ কাৰণে মাহিলী দুশ টকাকৈ পেঞ্চন দিয়াৰ ব্যৱস্থা কৰা হয়। অৱশ্যে কেন্দ্ৰীয় চৰকাৰে ইয়াৰ বাবে যোগ্যতাৰ সীমা এটা নিৰ্দ্ধাৰণ কৰি দিছিল। মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই গুৱাহাটীৰ উপৰিও প্ৰায়বোৰ জিলা সদৰলৈ অতি আগ্ৰহেৰে নিজে

গৈ ৰাজ্যৰাভাৱে মুক্তি যুঁজাৰুসকলক নিজে তাম্রপত্র প্রদান কৰি উৎসাহিত কৰিছিল আৰু তেওঁলোকৰ ত্যাগৰ বাবে মাল্যদান কৰি সন্মান জনাইছিল। প্রায় এবছৰৰ ভিতৰত বহু ঠাইৰ পৰা অভিযোগ আহিল যে ভাৰতৰ স্বাধীনতা আন্দোলনত কোনো প্রকাৰৰ অৰিহনা নথকা আনকি আন্দোলনৰ প্রতি সমর্থনো নথকা লোকেও (ভুৱা লোকেও) কেন্দ্ৰীয় পেঞ্চন পাইছে। মুখ্যমন্ত্রী সিংহই তৎক্ষণাত ইয়াৰ প্রকৃত তথ্য উদঘাটন আৰু ৰাজ্যৰ প্রকৃত মুক্তি যুঁজাৰুৰ শুদ্ধ তালিকা এখন প্রস্তুত কৰিবৰ বাবে প্রবীণ স্বাধীনতা সংগ্রামী লক্ষীধৰ বৰাক অধ্যক্ষ আৰু প্রখ্যাত মুক্তি যোদ্ধা মহেন্দ্র নাথ হাজৰিকা আৰু ৰবীন্দ্র নাথ নবিছক সদস্যৰূপে লৈ এখন তদন্ত কমিটি গঠন কৰি দিয়ে। উক্ত কমিটিয়ে বহু কষ্ট কৰি ৰাজ্যৰ বিভিন্ন ঠাইলৈ গৈ ঠাইতে সাক্ষীবাদী লোৱাৰ উপৰিও বিভিন্ন চৰকাৰী-বেচৰকাৰী নথি পত্র সংগ্রহ কৰি সমগ্র ৰাজ্যৰ জিলা ভিত্তিক এখন বিস্তৃত তালিকা প্রস্তুত কৰে। সিংহৰ তৎকালিক ব্যৱস্থা আৰু বিচক্ষণতাৰ বাবেই পাহৰণিৰ গৰ্ভত হেৰাই যাবলৈ ধৰা বহু মুক্তি যুঁজাৰুৰ নাম উক্ত তালিকাত সন্নিবিষ্ট হৈছে।

সেইদৰে কাছাৰতো কিছুমান দালাল শ্রেণীৰ লোকৰ দ্বাৰা নিৰীহ লোকক মুক্তি যুঁজাৰু সজাই কেন্দ্ৰীয় পেঞ্চন লোৱা বুলি উঠা অভিযোগৰ তদন্তৰ বাবে সিংহ চৰকাৰে বিশিষ্ট মুক্তি যোদ্ধা ৰবীন্দ্র নাথ নবিছৰ অধ্যক্ষতাত এখন এজনীয়া আয়োগ গঠন কৰি দিছিল আৰু এই আয়োগে ঠাইতে তদন্ত কৰি বহু ভুৱা মুক্তি যুঁজাৰু ধৰা পেলায় আৰু সেইবিলাকৰ কেন্দ্ৰীয় পেঞ্চন বন্ধ কৰি দিয়া হয়।

শৰৎ চন্দ্ৰ সিংহই বিচক্ষণতা, সততা, সৰলতা, নিৰ্ভীকতা, সাধুতা দুখীয়াৰ দুখ উপলব্ধি কৰিব পৰা আদি বহু গুণৰ অধিকাৰী হোৱা বাবেই আজিৰ অসমবাসী ৰাইজৰ অন্তৰত এখন সুকীয়া আসন অধিকাৰ কৰি আছে। অসমত সৎ, নৈতিক, সাহসী, দুখীয়াৰ দুখ অনুভৱ কৰিব পৰা কোনো ৰাজনৈতিক নেতাৰ নাম ল'ব লাগিলে সিংহৰ নাম সদায় ওপৰত থাকিব।

তেখেতৰ সুদীৰ্ঘ আয়ুৰ লগতে সুস্বাস্থ্য কামনাৰে তেখেতৰ প্ৰতি থকা মোৰ শ্রদ্ধা আৰু সন্মান প্রকাশৰ প্রয়াস ইমানতে সামৰিলো। ■

(এই প্রবন্ধৰ লেখক কামাখ্যা প্ৰসাদ দাস সাধাৰণ সম্পাদক, সদৌ ভাৰত মুক্তি যুঁজাৰু সমিতি, প্ৰতিষ্ঠাপক সাধাৰণ সম্পাদক, অসম মুক্তি যুঁজাৰু সন্মিলন। ১৯৩৬ চনৰ পৰাই খাদী বস্ত্র পৰিধানকাৰী আৰু ভাৰতৰ খাদী আন্দোলনৰ লগত জড়িত। ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰখ্যাত মুক্তি যুঁজাৰু, বিশিষ্ট সমাজকৰ্মী, গান্ধীবাদী আৰু মুক্তি যুঁজাৰু পেঞ্চনভোগী। বৰ্তমান ৰাজ্যিক মুক্তি যুঁজাৰু এডভাইচাৰী ব'ৰ্ডৰ সদস্য, গুৱাহাটীৰ বেলতলাৰ নিবাসী)।

# জীৱনবোধৰ প্ৰতীক শৰৎ চন্দ্ৰ সিংহ

■ কোষেশ্বৰ বৰুৱা

শৰৎ চন্দ্ৰ সিংহ। ৰাজনীতি জগতৰ এটি চিনাকি নাম। কৰ্ম-সংস্কৃতিৰ সাধক, জীৱনবোধৰ গভীৰতাৰ বাৰ্তা বাহক শৰৎ চন্দ্ৰ সিংহ আজীৱন আত্মানুসন্ধানৰ এক বিৰল উত্তৰণ। অসমৰ এজন প্ৰাক্তন মুখ্যমন্ত্ৰী, শৰৎ চন্দ্ৰ সিংহ জন-অৰণ্যৰ এজন অকলশৰীয়া জীৱন্ত প্ৰহৰী। হলেও তেওঁৰ মনৰ লগৰীয়া বহুত। বহুতৰ মাজত 'একলা চলোৰে' শৰৎ চন্দ্ৰ সিংহৰ অবিৰাম যাত্ৰাপথৰ স্বাভাৱিক গতি, গতিশীল সংগতিৰে সমৃদ্ধ।

আত্ম বিশ্বাস, আত্ম উপলব্ধিৰ নিতে নতুন উচ্ছাহ-উদ্দীপনাৰে গতিশীল শৰৎ চন্দ্ৰ সিংহৰ জীৱনবোধৰ সাংস্কৃতিক অভিলেখ সুন্দৰ আৰু সত্যানুসন্ধানৰ অনুলেখেৰে পৰিমাৰ্জিত। সিংহৰ বাবে সত্যৰ সংগতি সুন্দৰত আৰু সুন্দৰৰ সংগতি কৰ্ম-সংস্কৃতিত। কৰ্ম-সংস্কৃতিৰ অবিৰত অভিকৰণ সত্য আৰু সুন্দৰৰে সংমিশ্ৰণ। কৰ্ম-সংস্কৃতিৰ বিৰামবিহীন অভ্যাসে দেহ, মন, আত্মাৰ সংগতি নিৰূপন কৰে আৰু সেয়ে 'জনমংগল'ৰ স্বাৰ্থত হ'লে জীৱন-বৃত্তৰ জেউতি চৰে। সেয়ে আত্মা-সন্তুষ্টিৰ বুনিয়াদ হৈ জীৱন পৰিভোগী কৰে। কিবা এটা কৰি, কিবা পোৱাৰ আনন্দতকৈ ভাল বুলি ভবা কিবা এটা কৰি থকাৰ আত্ম সন্তুষ্টি শৰৎ চন্দ্ৰ সিংহৰ বাবে এক আপুৰুগীয়া সম্পদ। কৰ্ম-সংস্কৃতিৰ সাধনাৰ সৌভাগ্য অথবা দুৰ্ভাগ্যৰ আঁৰবেৰ নাই, শৰৎ চন্দ্ৰ সিংহৰ নিৰলস কম-সংস্কৃতিৰ সাধনাই স্বকীয় ৰূপ পৰিগ্ৰহ কৰিছে। নিজৰ সকলো সুখ-সমৃদ্ধিৰ দুৱাৰ মাৰি, লোক মংগলৰ, ৰাজহুৱা জীৱনবোধৰ সংগতিৰ আঁত ধৰি নিজক সমৰ্পন

কৰি আত্ম সন্তুষ্টি লাভৰ অবিৰত অভিযান শৰৎ চন্দ্ৰ সিংহৰ আজীৱন জীৱন যাত্ৰাৰ আদৰ্শ স্থানীয় পৰিচয়।

আত্মানুসন্ধানৰ দিশত শৰৎ চন্দ্ৰ সিংহৰ একক সংগতি লক্ষণীয়। শৰৎ চন্দ্ৰ সিংহৰ ব্যক্তিগত কিবা সুকীয়া অস্তিত্ব আছে বুলি ধৰিব নোৱাৰি। খাওঁতে, শোওঁতে, উঠোতে-বহোতে, কিবা কওঁতে বা মনে মনে থাকোতে শৰৎ চন্দ্ৰ সিংহ জাতে-পাতে, স্বভাৱে-চৰিত্ৰই ৰাজহুৱা। ৰাইজৰ মাজত জীয়াই থাকি মানুহ ব্যক্তিগত হ'ব নোৱাৰে। প্ৰাক্তন মুখ্যমন্ত্ৰী, প্ৰাক্তন শিক্ষক, বৰ্তমানৰ সমাজসেৱী শৰৎ চন্দ্ৰ সিংহ বিভিন্ন স্তৰৰ বয়সৰ দেওনা গৰকি সদায় 'ৰাজহুৱা' হৈ আছে। সত্যাৰ্থৰ ৰাজহুৱা জীৱনৰ অবিৰত আনন্দ সফল জীৱনবোধৰ সুন্দৰ পৰিচয়। ৯১ বছৰ অতিক্ৰম কৰা শৰৎ চন্দ্ৰ সিংহ ইয়াৰ ব্যতিক্ৰম নহয়।

ৰাইজৰ কুশল কামনা ৰাজহুৱা জীৱনৰ প্ৰধান সমল। এজন এজনকৈ ৰাজহুৱাভাৱে বহুতৰ উপকাৰ সাধন ৰাজহুৱা কৰ্ম-সংস্কৃতিৰ বুনিয়াদ। শৰৎ চন্দ্ৰ সিংহৰ ছবছৰীয়া মুখ্যমন্ত্ৰীত্বৰ কালছোৱাতে কেৱল এই সত্য প্ৰতিষ্ঠা হোৱা নাছিল, ৰাজনৈতিক ক্ষমতা আৰু কৰ্তৃত্ববিহীন ব্যক্তিগত জীৱনৰ আওতাতো শৰৎ চন্দ্ৰ সিংহৰ 'ৰাজহুৱা' জীৱনবোধৰ ভৰসা 'ৰাজহুৱা'হৈয়ে আছে।

শৰৎ চন্দ্ৰ সিংহৰ নিজৰ কথাৰে 'মুখ্যমন্ত্ৰী হৈ থকাকালত ব্যক্তিগত জীৱনৰ কোনো বস্তু হেৰোৱা বুলি অনুভৱ কৰা নাছিলো। আচলতে ব্যক্তিগত জীৱনক মই ৰাজহুৱা জীৱনৰ লগতে একাকাৰ কৰি দিয়াৰ চেষ্টা কৰিছিলো।'

ৰাজহুৱা জীৱনৰ সততা বজাই ৰখা কঠিন। মহাপুৰুষ মাধৱদেৱৰ ঘোষাত আছে ঃ

'ৰাম-কৃষ্ণ ৰাম কৃষ্ণ

বোল ভাই এ

পৰম যতনে তেজিও

ঘোৰ অন্যায়।'

ৰাজহুৱা জীৱনৰ 'ঘোৰ অন্যায়'ৰ পৰা আঁতৰি থকাৰ গভীৰ প্ৰত্যাশা শৰৎ চন্দ্ৰ সিংহৰ জীৱন যাত্ৰাৰ অভিলেখ। সিংহৰ মানসিক দৃঢ়তাই ৰাজনীতিকৰ নৈতিক দিশ উন্মোচিত কৰে। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ গীতি-কবিতাত একে সত্যৰ উমান

পোৱা যায় ঃ

'অন্যায় যে কৰে,

ও অন্যায় যে সহে;

তব ঘৃণা তাৰে যেন

তৃণ সম দহে।'

অন্যায়, অন্যায়েই। ৰাজহুৱা হ'লেও, ব্যক্তিগত হ'লেও অন্যায়ৰ আৱৰ্ত একেই। অসমৰ খণ্ডিত কৰণৰ দুখে শৰৎ চন্দ্ৰ সিংহক দহি দহি খাইছিল। তাৰ প্ৰতিৰোধ কৰিবলৈ দিল্লীলৈ অহা-যোৱা কৰাৰ খৰচৰ বাবদ সিংহই তেওঁৰ ৰিহাবাৰীত থকা ঘৰমাটি বেচিব লগা হৈছিল। এই ৰাজহুৱা ভৰণি কৰ্ম-সংস্কৃতিক ৰাজহুৱা কৰি লোৱাৰেই ফলশ্ৰুতি। এই সন্দৰ্ভত ১৯৮৮ চনৰ ১৯ ফেব্ৰুৱাৰীৰ 'অসমবাণী' কাকতত শৰৎ চন্দ্ৰ সিংহৰ ৰাজনৈতিক সহযোগী ধ্ৰুৱ নাৰায়ণ বৰুৱাৰ ভাষ্য ঃ '...তেওঁক আঁটাইখিনি টকা ফিৰাই দিব লগা হোৱাত সিংহ ডাঙৰীয়াই নিজে থকা ঘৰটো বিক্ৰী কৰি দি কোষাধ্যক্ষক সমুদায় টকা আদায় কৰি দিয়ে। ৰাজ্যখনৰ সমূহীয়া স্বাৰ্থত এজন মানুহ এনেদৰে সৰ্বস্বান্ত হোৱাৰ নজিৰ স্বাধীনোত্তৰ অসমত বিচাৰি পাবলৈ নাই'। শৰৎ চন্দ্ৰ সিংহ ব্যক্তিগত অথবা ৰাজহুৱা অন্যায়ৰ স'তে আপোচবিহীন লোক।

সততে প্ৰচাৰ বিমুখ শৰৎ চন্দ্ৰ সিংহই নিজক আঁৰত ৰাখি, আনক আগত প্ৰক্ষেপণ কৰি সমাজৰ, ৰাজনীতিৰ, ক্ষমতা আৰু সংহতিৰ অনুশীলন কৰিছিল। গুৱাহাটী মেডিকেল কলেজ হস্পিতেলৰ উদ্বোধন অনুষ্ঠান এজন ৰোগীৰ হতুৱাই কৰাইছিল। এবাৰ মহাত্মা গান্ধীৰ মূৰ্তি উন্মোচন কৰাইছিল এজন হৰিজনৰ হতুৱাই। দিশপুৰৰ অস্থায়ী ৰাজধানীত সজা 'জনতা ভৱন' ৰাজ্যখনৰ জনতাৰ নামত উৎসৰ্গীকৃত কৰাৰ উপৰি সেই 'জনতা ভৱন' অসমৰ দশোদিশৰ পৰা অহা দহগৰাকী ষোড়শীৰ দ্বাৰাই উন্মোচন কৰাইছিল। আনৰ মাজেদি আত্মপ্ৰকাশ, আনৰ মাজত ৰাইজ আৰু ৰাইজৰ বিকাশ কামনা কৰি শৰৎ চন্দ্ৰ সিংহই সততে আনন্দ অনুভৱ কৰিছিল। ৰাইজৰ মাজত, ৰাইজৰ কামৰ মাজতে নিজকে সদায় বিলীন কৰি ৰখাৰ আত্মসন্তুষ্টি শৰৎ চন্দ্ৰ সিংহৰ আজীৱন জীৱনবোধৰ সচেতন প্ৰবৃত্তি। সফলতা আৰু বিফলতাৰ মাজৰ সুৰঙা বিচাৰি নোপোৱা শৰৎ চন্দ্ৰ সিংহৰ কৰ্মজীৱন অতুলনীয়। তথাপি তেওঁৰ মতে 'মোৰ জীৱনত কোনো এটা ক্ষেত্ৰতে এটাও সফলতা নাই। মই সম্পূৰ্ণভাৱে এজন ব্যৰ্থ মানুহ'। হোমেন বৰগোহাঞিৰে হোৱা সাক্ষাৎকাৰত শৰৎ

চন্দ্র সিংহই তেওঁৰ জীৱনৰ 'ব্যৰ্থতাৰ' অভিলেখ উচ্চাৰণ কৰা কাৰ্য এই সন্দৰ্ভত উল্লেখনীয়।

১৯৭১ চনৰ ৩১ ডিচেম্বৰত শৰৎ চন্দ্ৰ সিংহ অসমৰ মুখ্যমন্ত্ৰী হয়। ১৯৭৮ চনৰ ১২ মাৰ্চলৈকে ৬ বছৰ ২ মাহ ১২ দিন মুখ্যমন্ত্ৰী হিচাবে কাৰ্য নিৰ্বাহকৰে। মুখ্যমন্ত্ৰীত্বৰ ৰাজনীতিৰে শৰৎ চন্দ্ৰ সিংহৰ আত্মানুসন্ধানৰ গভীৰতা উলাই কৰিব নোৱাৰি। ৰাজনীতিৰ কাৰ্য কাৰণ সমালোচনাৰ উৰ্দ্ধত নহয়। কিন্তু স্বভাৱ সিদ্ধ চৰিত্ৰচয়ন, পৰিমাৰ্জিত গুণৰ বিকাশ, ৰাইজ ভিত্তিক দুৰ্বাৰ কৰ্ম প্ৰেৰণা আৰু ইয়াৰ অবিৰত অনুশীলন, শিক্ষক, ৰাজনীতিক, বিশেষ শ্ৰেণীৰ, সাধাৰণ শ্ৰেণীৰ নাগৰিক, শৰৎ চন্দ্ৰ সিংহৰ বাবে এক সাঁচত গঢ়া।

ৰাজনৈতিক সঞ্চালনাত জীৱনবোধৰ গভীৰতাই গা কৰিব নোৱাৰে। ৰাজনীতিৰ ঠেলা-হেঁচাৰ প্ৰবল জোকাৰণিত জীৱনৰ বাস্তৱ সংগতি বিচ্ছিন্ন হৈ পৰে। সেয়ে হ'লে কল্পনাৰ visionক বাস্তৱত বিকাশ কৰিব খুজি সফলতাৰ মুখ নেদেখিব পাৰে। আৰু সেই সফলতাক নিজৰ বিকাশৰ বাবে ব্যৱহাৰ নকৰি তাক ৰাইজৰ কামৰ বাস্তৱ উত্তৰণৰ দৃষ্টিৰে চাই সিংহই তাকে 'বিফলতা' বুলি গন্য কৰিছিল।

অসমৰ মুখ্যমন্ত্ৰী শৰৎ সিংহই ৰাইজৰ স'তে জড়িত দুটা প্ৰধান বিষয়, পঞ্চায়ত আৰু সমবায়ৰ বিকাশত গুৰুত্ব দিছিল। আৰ্থ-সামাজিক আৰু ৰাজনৈতিক উপলব্ধিৰে সিংহই ৰাইজক সামৰি লোৱা এই দুটা বিষয়ৰ ওপৰত সৰ্বাধিক গুৰুত্ব দিছিল। পঞ্চায়তীৰাজ আৰু সমবায় দুয়োটা দেশৰ ৰাইজৰ স'তে জড়িত বিষয়। ইয়াৰ স'তে ৰাইজৰ প্ৰগতিৰ প্ৰসংগও জড়িত। উন্মুক্ত মন লৈ ৰাজনৈতিকভাৱে বিষয় দুটাৰ উপস্থাপন, কাৰ্যকৰীকৰণ মুখ্যমন্ত্ৰীস্বৰূপে সিংহৰ একক প্ৰচেষ্টা আছিল। 'হাতে হাতে ধন, হাতে হাতে ধান' - কৃষিভিত্তিক অৰ্থনীতিৰ বুনিয়াদ গঢ়া আৰু ৰাজনীতিক পঞ্চায়তৰ জৰিয়তে সকলো স্তৰৰ মানুহৰ মাজলৈ আনি প্ৰগতিৰ নতুন দিগন্ত উন্মোচন কৰাৰ উদ্দেশ্য সাৰোগত কৰি, সিংহই সততে উন্নয়নমূলক কাৰ্য-সূচীৰ সূচনা কৰিছিল।

ৰাজনৈতিক দৰ্শন ৰাইজৰ উন্নতিৰ স'তে গাঁথা হ'ব লাগে। ৰাজনৈতিক আদৰ্শৰ ভেঁটিত ইয়াৰ গাঁজালি মেলে। শৰৎ চন্দ্ৰ সিংহৰ আদৰ্শ মানবীয় আদৰ্শ। সেইবাবে তেওঁৰ জীৱনজোৰা সাধনাৰ আদৰ্শ লোক মংগল আৰু আত্মানুসন্ধানৰ আদৰ্শৰে উদ্বুদ্ধ। বিনয়ী লোক হিচাপে সিংহ আদৰ্শস্থানীয়। কুৎসা ৰচনা, সমালোচনা, প্ৰশংসা অথবা উচতনি এইবোৰে শৰৎ চন্দ্ৰ সিংহক বিব্ৰত কৰা নাছিল, তেওঁ সেইবোৰ সহজভাৱে লৈছিল। সম্পূৰ্ণ আদৰ্শস্থানী জীৱন যাপন ৰাজনীতিত সম্ভৱপৰ নহয়।

দুৰ্নীতি আৰু ব্যভিচাৰ - ৰাজনীতিৰ সহচৰ। সততাৰ মাপকাঠিৰে ৰাজনীতিক জুখিব নোৱাৰি। সিংহই সততাৰ মাপকাঠিৰে জীৱনক জুখি ৰূঢ় বাস্তৱতাৰ সন্মুখীন হ'ব লগা হ'ল। পঞ্চায়ত আৰু সমবায় আন্দোলন স্বৰূপাৰ্থত ব্যৰ্থ হ'ল, হোমেন বৰগোহাঁঞিৰ ৰাজনৈতিক টিপ্পনি ঃ 'এইবোৰ কাৰণতে শৰৎ চন্দ্ৰ সিংহৰ সপোনৰ সমবায় শেষ পৰ্যন্ত পৰিণত হ'ল গেলামালৰ দোকানত আৰু পঞ্চায়ত ঢাল-তৰোৱাল নোহোৱা নিধিৰাম চৰ্দাৰত'। এই দিশৰ ব্যৰ্থতা সিংহৰ দুখৰ নিমিত্ত। হ'লেও তেওঁৰ মনোবল ভাঙি পৰা না্ছিল; গাৱঁলৈ গৈ গাঁৱৰ ৰাইজৰ লগত খাই বৈ থাকি, গাঁৱৰ উন্নতিৰ কাম কৰাত হাতে-কামে গুৰুত্ব দিছিল। মহাত্মা গান্ধীৰ আদৰ্শগত নীতি-নিয়ম পৰিহাৰ নকৰি, ৰাইজৰ মাজৰ সংগতি স্থাপনৰ গুৰুত্ব দিছিল।

ব্যক্তি বিশেষৰ আদৰ্শ ৰাজহুৱাভাৱে অনুশীলন কৰা আৰু তাকে কৰি সমাজৰ হিত সাধন কৰা ৰাজনীতিক সিংহৰ মৌলিক চিন্তাৰ আৱৰ্ত্তত আছিল যদিও সেই সত্য তেওঁৰ মনৰ আদৰ্শগত জীৱনবোধৰ স'তে খাপ খোৱা হ'ব লাগিছিল। ১৯৭৫ চনৰ ২৫ জুনত ইন্দিৰা গান্ধীয়ে ভাৰতবৰ্ষত জৰুৰী অৱস্থা ঘোষণা কৰোতে সিংহই পৰম উৎসাহবোধ কৰিছিল। শেষত, ইন্দিৰা কংগ্ৰেছৰ উত্থান হলত তেওঁ ইন্দিৰা কংগ্ৰেছত যোগদানৰ পৰা বিৰত আছিল। আৰু এতিয়ালৈকে তেওঁ ইন্দিৰা কংগ্ৰেছৰ ওচৰ নেচাপিল। বৰং ইয়াৰ বিপৰীতে কালক্ৰমত শৰৎ চন্দ্ৰ সিংহ ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতিও হৈছিল। এসময়ৰ ইন্দিৰা গান্ধীৰ নেতৃত্বৰ প্ৰতি অনুৰক্ত শৰৎ চন্দ্ৰ সিংহৰ স্বপ্নভংগৰ এই ঐতিহাসিক পৰিক্ৰমা তেওঁৰ আদৰ্শগত আকোৰগোজ মনোভাৱৰ পৰিচায়ক; মনোমত ৰাজনৈতিক অৱস্থানৰ পৰিলেখ। শৰৎ চন্দ্ৰ সিংহৰ বাবে ক্ষমতা আচল কথা নহয়। অথচ, ৰাজনীতিত, ক্ষমতাৰ পয়োভৰ বেছি। এই বিষয়ৰ সমতা ৰক্ষাত শৰৎ চন্দ্ৰ সিংহ কিমানদূৰ সফল হৈছিল কোৱা টান। তেওঁৰ স্বতন্ত্ৰ ৰাজনৈতিক চেতনাই, আদৰ্শগত অভিব্যঞ্জনাই তেওঁৰ ৰাজনৈতিক গতিশীলতা নিৰূপন কৰিছিল।

গণতন্ত্ৰত ৰাজনৈতিক পৰিঘটনাই দেশৰ, ৰাজ্যৰ ৰাজনীতিৰ দিশ নিৰ্ণয় কৰে। মুখ্যমন্ত্ৰী হোৱাৰ সময়ৰ ৰাজনৈতিক পৰিঘটনা, তেওঁ মুখ্যমন্ত্ৰী ভগা সময়ৰ ৰাজনৈতিক পৰিঘটনাৰ সংযোজন আৰু সংকোচন এক সাঁচত গঢ়া নহয়। কংগ্ৰেছৰ বিভাজন, বিৰোধী দলৰ উত্থান এনে পটভূমিত অসমৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ ৰাজনৈতিক ক্ষমতাৰ অৱসান ঘটে। ৰাজনৈতিক ক্ষমতাতকৈ ৰাজনৈতিক আদৰ্শক উচ্চস্থান দি শৰৎ চন্দ্ৰ সিংহই এক সুকীয়া 'ৰাজনীতি'ৰ পথ বাছি ল'লে। তাকে হোমেন

বৰগোহাঞিয়ে 'আত্মশুদ্ধি আৰু প্ৰায়শ্চিত্তৰ পথ' বুলি চিহ্নিত কৰিছে।

সিংহ এই পথৰ অকলশৰীয়া পথিক হ'লেও তেওঁৰ কিছুমান অদৃশ্য লগৰীয়া আছে। সততা, সত্যানুসন্ধানৰ সংগতি থকা, গভীৰ জীৱনবোধৰ সংজ্ঞাৰে আচ্ছন্ন, গতিশীল গতিৰ প্ৰতিভূ এসময়ৰ ক্ষমতাৰ ৰাজনীতিক শৰৎ চন্দ্ৰ সিংহৰ গাত এইবোৰ গুণৰ সমাবেশ দেখা বহুত মানুহ তেওঁৰ সহযাত্ৰী। ঘৰৰ কাৰণে একো নকৰিলে গুনে ঘৰখিনিয়ে তেওঁক ভাল নাপাব পাৰে; পিছে, সমাজৰ বাবে প্ৰাণ দিব পৰা, বাৰ্দ্ধক্যৰ ওচৰত হাৰ নামানি সমাজৰ কাম কৰা, ঘৰৰ 'বেয়া-পোৱা'ৰ ওচৰত সেও নামানি অহৰহ সমাজৰ চিন্তাত ব্ৰতী সিংহই এটা ডেকা মন লৈ, সমাজ জীৱনৰ শিৰাই শিৰাই টাকুৰি ঘূৰাদি ঘূৰিছে; তেওঁৰ ক'তো ভাগৰ নাই, অৱসাদ নাই। যাত্ৰাপথৰ যতি নাই। গতিয়েই তেওঁৰ অগ্ৰগতিৰ গতি। আত্মবিশ্বাস, সিংহৰ বাবে সিদ্ধি আৰু সংসিদ্ধিৰ বুনিয়াদ। খোজকাঢ়ি ফুৰা, চিটিবাছত অহা-যোৱা কৰা, সমাজৰ কামত ঘূৰা, দেশৰ মানুহৰ হিত সাধনত সততে মনযোগ দিয়া, নব্বৈৰ উৰ্ধ সিংহৰ দৈনন্দিন বতৰা। কেৱল আগলৈ আৰু আগলৈ যোৱাৰ অভিলাস, শেষ মুহূৰ্তলৈকে জীয়াই থকাৰ উচ্ছাহ, তেওঁৰ লগত কোনো নেথাকিলেও বাটৰ বাটৰুৱাক নিজৰ লগৰীয়া কৰি লগত লৈ যোৱাৰ উগ্ৰ হেঁপাহ, সিংহৰ অদমনীয় ৰাজহুৱা বাসনা, জীৱনবোধৰ গতিশীল কামনা।

সমাজ জীৱনৰ আঁহে আঁহে বিসংগতি আৰু বিচ্ছিন্নতাৰ পটভূমিত সিংহ জীৱনবোধৰ এটি জীৱন্ত প্ৰতীক। ■

(এই প্ৰবন্ধটিৰ লেখক কোবেশ্বৰ বৰুৱাদেৱ অসম বিধান সভাৰ এগৰাকী প্ৰাক্তন সদস্য। সু-সাহিত্যিক, বিশিষ্ট সমাজসেৱী আৰু কেইবাখনো গ্ৰন্থৰ লেখক। অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰ বৰুৱাদেৱ এজন বিশিষ্ট শিক্ষাবিদ আৰু স্বভাৱ কবি। ইতিমধ্যে তেখেতৰ কাপৰ পৰা কেইবাখনো কবিতা পুথি প্ৰকাশ পাইছে। বৰ্তমান অসম সেৱা সমিতিৰ প্ৰধান সম্পাদকৰ দায়িত্ব বহন কৰি থকা বৰুৱাদেৱক গুৱাহাটী অসম সেৱা সমিতি, গোপীনাথ নগৰ, গুৱাহাটী-১৬ৰ ঠিকনাত পোৱা যায়)।

# শ্ৰদ্ধেয় সিংহ দেউতা

■ হেমভাই

বৰ্ত্তমান অসমত আনবাউণ্ড প্ৰমেথিয়াছ আছেনে? আছে ছাগে বহুত— তাৰ ভিতৰতে আমি জনা কেইজন মান প্ৰমেথিয়াছ আছে যাক স্মৰণ কৰিলেই মনটো কিবা পবিত্ৰ পবিত্ৰ লাগে, নিৰাশ অৱস্থাতো আশা জাগি উঠে। তাৰেই প্ৰথমজন নিশ্চয়েই হ'ব শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ। এইকেইজন হ'ল শ্ৰদ্ধেয় শ্ৰীযুত হৰেন্দ্ৰনাথ দেৱগোস্বামী, শ্ৰদ্ধেয় শ্ৰীযুত গোলাপ বৰবৰা আৰু শ্ৰদ্ধেয় শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা। আৰু এজন অলপতে ঢুকাইছে— আমগুৰিৰ শ্ৰদ্ধেয় প্ৰয়াত মহেন্দ্ৰ হাজৰিকা। এনেলোক বিচাৰিলে বোধহয় বহু ওলাব। এই সময়ত মাত্ৰ আমাৰ স্মৃতিত থকা কেইজনৰ নাম উল্লেখ কৰিলো।

কোনোবা সভাত দূৰৈৰ পৰা বা কাৰোবাৰ বেৰত আঁৰিথোৱা শ্ৰীযুত শৰৎসিংহ চন্দ্ৰ সিংহৰ মুখখন দেখিলে আত্মগ্লানিত মৰিব ধৰো। সেই অকলশৰীয়া মুখখন দেখিলে ইমান বেয়া লাগে— নিজৰ ওপৰতে খং উঠে— এই মানুহজনক একো সহায় কৰিব পৰা নাই বুলি। আৰু সহায়নো কৰো কেনেকৈ? তেখেতেযে আকোৰগোজ মনোভাবেৰে এটা বস্তুত কুৰুৱানখ বহুৱাদি বহুৱাই বহি গ'ল— বয়সৰ কথা পাহৰিলে, মহাত্মাগান্ধীৰ কথা পাহৰিলে— সন্ত বিনোবাজীৰ কথা পাহৰিলে— অথচ তেখেতে এই সকল লোকৰে কথা কৈ কৈ জীৱনটো চলাই আছে।

আৰু সেই বস্তুটো হ'ল নিচাযুক্ত ৰাজনীতি। হয়, ৰাজনীতিক 'নিচাযুক্ত'ই বুলিছো কাৰণ জীৱনত একো নিচাযুক্ত বস্তু নোখোৱা, অতি সাত্বিক এই মানুহজনেও ৰাজনীতিৰ সোৱাদ এৰিব পৰা নাই। আৰু এইটো জানিও যে তেখেত এনে এটা দলত যিবোৰ ব্যক্তিকলৈ ভবিষ্যত নাই— অন্ততঃ অসমত।

মনত বৰ কষ্ট পাইছো এইটো ভাবিহে এইজন নিৰ্মল সৎপুৰুষক দেখাৰ পিছত মানুহে ভাবিব যে জনসেৱা কৰাৰ এটাই পথ আৰু সেইটোৱেই হ'ল ৰাজনীতিৰ পথ— কাৰণ সিংহ ডাঙৰীয়াই এইটোৱেই চিগনেল দিছে। তেখেতে এইটো কথা ভাবিব নাপায়নে যে ৰাজনীতিৰে বাহিৰেও সমাজসেৱাৰ আৰু অনেক মাধ্যম আছে যিটো গ্ৰহণ কৰা হ'লে তেখেতে এচাম বিশ্বাসী লোক পাই গ'লহেঁতেন আৰু তেখেত উদ্দেশ্য সিদ্ধিত আৰু বহুদূৰ আগবাঢ়ি গ'লহেঁতেন?

সকলো কোৱাৰ পিছতো এইটো স্বীকাৰ কৰিব লাগিব যে শ্ৰদ্ধেয় শ্ৰীযুত শৰত সিংহ ডাঙৰীয়া লোভনীয় স্বাস্থ্যৰ অধিকাৰী, আদৰ্শৰ ক্ষেত্ৰত আপোচ নকৰা, এই ঘোৰ কলিযুগতো এজন সৎপুৰুষ যি সততাৰ ক্ষেত্ৰত বহু যুগলৈকে আদৰ্শ হৈ ৰ'ব।

ওপৰত উল্লেখ কৰা পাঁচজন প্ৰমেথিয়াছৰ ভিতৰত শ্ৰদ্ধেয় শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱাৰ বাহিৰে বাকী এজনৰ লগতো আমি বিশেষভাবে এদিনো কথা পাতি পোৱা নাই— শ্ৰদ্ধেয় শ্ৰীযুত গোলাপ বৰবৰাৰ লগততো একেবাৰে নায়েই। তথাপিতো ধুপ-চন্দন আৰু গোলাপ ফুলক দূৰৰ পৰাই জানো চিনিব নোৱাৰি? সেই সকলৰ প্ৰভাৱজানো দূৰৰ পৰাই অনুভৱ কৰিব নোৱাৰি?

সেই ফালৰ পৰা চালে এইটো অনুমান কৰিব পাৰি যে শ্ৰীযুত সিংহ ডাঙৰীয়াই নিশ্চয়েই গীতাৰ 'স্থিতপ্ৰজ্ঞ লক্ষণ' নিত্য অধ্যয়ন কৰে, জীৱনত তাৰ অনুশীলন কৰে আৰু স্থিতপ্ৰজ্ঞ হোৱাত তেখেত বহুদূৰ আগোবাঢ়িছে।

ভগবান বিষ্ণুৰ এহেজাৰ নামযুক্ত 'বিষ্ণুসহস্ৰ নাম' আমি শ্ৰদ্ধাৰে নিত্যপাঠ কৰো পৱিত্ৰ হোৱাৰ মানসেৰে। ঠিক সেইদৰেই দেশৰ বছা বছা সৎপুৰুষ সকলৰো নাম স্মৰণ কৰিবলৈ যত্ন কৰো সৎ হ'বলৈ আৰু প্ৰেৰণা পাবলৈ। শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াৰ নামটো এই তালিকাৰ বাহিৰত থাকিব নোৱাৰে। এই পৱিত্ৰ নামটো তালিকাৰ অন্তৰ্ভুক্ত। যেনেকৈ আমাৰ, তেনেকৈয়ে বহুতৰ। মন্ত্ৰী-মুখ্যমন্ত্ৰী আকৌ এবাৰ হ'ব নোৱাৰিলেও শ্ৰদ্ধেয় সিংহ ডাঙৰীয়া এই বাব বিলাকতকৈ বহু ওপৰত। কাৰণ আগৰ আমাৰ বিদ্যালয়ৰ দিনত মন্ত্ৰী বিলাকৰ নাম আমি মুখস্থ কৰিব লগা হৈছিল আৰু সেয়াও আদৰেৰে। কিন্তু আজি কিমান মন্ত্ৰী আছে যায় কোনে নাম মনত ৰাখে, কিমাননো মনত ৰাখিব? মন্ত্ৰীক সম্বৰ্দ্ধনা কৰা যায় কেৱল দুই লাখ টকাৰ অনুদান এটা বা চাকৰিৰ অনুমোদন বা ঠিকাঠুকলি এটা পাবৰ কৰাণেহে। এয়া মন্ত্ৰীয়েও জানে, ৰাইজেও জানে।

কিন্তু শৰৎসিংহৰ দৰে ব্যক্তি সকলক জনতাই বিবেকেৰে গ্ৰহণ কৰিব লাগিব।

নহ'লে আৰু মাতা-পিতাই ল'ৰা-ছোৱালীক ভাল মানুহ আঙুলিয়াই দেখুৱাবলৈ মানুহ বিচাৰি হাহাকাৰ কৰিব লাগিব। এই অৱস্থা কলিযুগৰ কাৰণেইনে বিজ্ঞান যুগৰ কাৰণেই হৈছে এই কথা ক'ব নোৱাৰো।

মনু মহাৰাজে ভাৰতত জন্ম হোৱা প্ৰতিজন ব্যক্তিৰ ওপৰত এটা ডাঙৰ দায়িত্ব দি থৈছে এতদ্দেশে প্ৰসূতস্য সকাশাদগ্ৰজন্মনঃ।

স্বম্ স্বম্ চৰিত্ৰম্ শিক্ষেৰণ্ পৃথিব্যম্ সৰ্বমানবা ঃ।।

এইখন দেশত জন্মহোৱা প্ৰতিজন ব্যক্তিয়েই নিজৰ চৰিত্ৰৰ দ্বাৰা পৃথিৱীৰ আহি থকা প্ৰজন্ম সমূহক শিক্ষা দি যাব লাগিব।

মনু মহাৰাজৰ এই কঠোৰ আদেশ সিংহ ডাঙৰীয়াই পালন কৰিছে।

এটা পৰীক্ষাত যদি শ্ৰীযুত সিংহ ডাঙৰীয়া উত্তীৰ্ণ হয় তেন্তে সোণত সুৱগা চৰিব। সেয়া হ'ল যদি তেখেতে এশ বছৰ পূৰা কৰিবলৈ পাৰে! আমি সেয়া বিচাৰো, ৰাইজে বিচাৰে আৰু তেখেতৰ আদৰ্শয়ো বিচাৰে কাৰণ আধুনিক যুগৰ তেখেত এজন ঋষিয়েই নহয়! ঋষিয়ে কি কৈছিল?

জিজীবিশেষ শতম্, সয়াঃ

এশবছৰ জীয়াই থাকিবলৈ ইচ্ছা ৰাখিব কেনেকৈ? কুৰ্বনেৱ ইহ কৰ্মানিএ, এই সংসাৰত কৰ্ম কৰি কৰিয়েই। আকৌ ঋষিয়ে নিজৰ কাৰণে কৈছে—

পশ্যেমঃ শৰদঃ শতম্

জীৱেম শৰদঃ শতম্ ।

এশ শৰত দেখিম,

এশ শৰত জীম।

শ্ৰদ্ধেয় শ্ৰীযুত শৰত চন্দ্ৰ সিংহ দেউতা, আপুনি কথা দিব পাৰিবনে?

আপুনি নিজৰ সকলো দিছেই,

এই কথাটোও দিয়ক। কাৰণ লাজ কৰি কওঁ— আমাৰ প্ৰেৰণাৰ স্থল আপুনিও। ■

---

লেখক এগৰাকী বিশিষ্ট গান্ধীবাদী, সমাজ সেৱক, সুসাহিত্যিক সৰ্বোদয় কৰ্মী, দুদক্ষ সংগঠক, ভাৰতবৰ্ষৰ বহুতো অনুষ্ঠান আৰু প্ৰতিষ্ঠানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত সদালাপী আৰু সকলোৰে প্ৰিয়, কেইবাখনো প্ৰখ্যাত ধৰ্মীয় গ্ৰন্থৰ প্ৰণেতা, প্ৰখ্যাত বাগ্মী পুৰুষ। স্বনামধন্য হেমভাই শ্ৰীমন্ত শঙ্কৰদেৱ আৰু আচাৰ্য্য বিনোবাভাৱেৰ একান্ত অনুগামী।

# আদৰ্শত চিৰঅটল শৰৎ চন্দ্ৰ সিংহ

■ জয়কান্ত শৰ্মা

শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়া ছয়টাৰো অধিক দশক ধৰি অসমৰ ৰাজনৈতিক আৰু সামাজিক জীৱনৰ এক পুৰোধা ব্যক্তি ৰূপেই পৰিচিত হৈছে। সাধাৰণতে ক্ষমতালিপ্সু ৰাজনীতিৰ পৰা বিদায় লবলগীয়া হোৱাৰ মূৰত ৰাজনৈতিক আৰু সামাজিক সন্যাসে নাইকিয়া কৰা অন্য দহজনৰ বিপৰীতে আজিও ৯২ বছৰ বয়সতো জনজীৱনৰ প্ৰশ্নাৱলীত সক্ৰিয়ভাৱে জড়িত হৈ জীৱন নিৰ্বাহ কৰাৰ বাবেই হয়তো সিংহৰ এনে অনন্য অৱস্থান। তেওঁ পাদপ্ৰদীপৰ শিখৰলৈ উঠে ১৯৭২ চনত অসমৰ কংগ্ৰেছ চৰকাৰৰ মুখ্যমন্ত্ৰী হৈ থকা কালত যি কালছোৱাৰ শেষৰ ভাগ তেতিয়াৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে লগোৱা জৰুৰীকালীন অৱস্থাৰ বাবে বহুল পৰিমানে হৈছিল কলংকময় আৰু যাৰ লগত সজ্ঞানে, অজ্ঞানে বা বাধ্যবাধকতাত যুক্ত হৈ সিংহৰ ভাবমূৰ্ত্তিও এটা সময়ত বুজন পৰিমানে ম্লান পৰিছিল। পৰৱৰ্ত্তী কালত ভালেমান সাক্ষাৎকাৰত অৱশ্যে তেওঁ নিজৰ ভুল স্বীকাৰ কৰিও মহীয়ান হৈছে।

অবিভক্ত গোৱালপাৰা জিলাৰ চাপৰৰ অতি আদৰ্শবান আৰু পৰিশ্ৰমী কোচৰাজবংশী কৃষক পৰিয়াল এটাত জন্মা সিংহৰ জীৱনত সেই সময়ৰ তাৰ আঞ্চলিক পৰিবেশে গভীৰ ৰেখাপাত কৰিছিল। সেই সময়ত গোৱালপাৰাত জমিদাৰী শাসন চলিছিল আৰু সমস্ত কৃষি ব্যৱস্থাও সেই মতে চলিছিল— য'ত খেতিয়ক সকল বঞ্চিত, শোষিত আৰু আনকি নিৰ্য্যাতিতও হৈছিল। এই প্ৰথাৰ বিৰুদ্ধে সময়ে সময়ে হোৱা কৃষক আন্দোলনত অৱশ্যে সিংহই সক্ৰিয় ভূমিকা লোৱাৰ কথা জনা নাযায়। এই আন্দোলনৰ গুৰি ধৰিছিল নিশকতীয়া কমিউনিষ্ট সকলে। কিন্তু কৃষক আৰু আধিয়াৰৰ স্বাৰ্থ ৰক্ষাৰ হকে বৰদলৈ চৰকাৰে প্ৰণয়ন কৰা আধিয়াৰ আইনৰ আধাৰতে

তেওঁ দৃষ্টান্ত দেখুৱাবলৈ যত্ন কৰিছিল। সিংহৰ দিনত গোৱালপাৰা জিলাৰ স্কুলবোৰত বঙালী শিক্ষকৰেই আছিল প্ৰাধান্য। তেওঁ পঢ়া বিলাসীপাৰা হাইস্কুলৰ জ্ঞানী-গুণী শিক্ষক সকলৰ সশ্ৰদ্ধ স্মৃতি চাৰণ কৰি তেওঁ বৰ্ত্তমান প্ৰবন্ধ পাতিও লিখিছে। সি যি কি নহওক, মেধাবী ছাত্ৰ সিংহই নানা ঘাত প্ৰতিঘাতৰ মাজেদি কটন কলেজৰ পৰা বি.এছ.চি. আৰু ৰাৱানসীৰ পৰা বি.এল. ডিগ্ৰী সুখ্যাতিৰে লব পাৰিছিল।

কিন্তু পৰৱৰ্ত্তী কালত ধুবুৰীত কেইদিনমানৰ কাৰণে ওকালতি কৰিছিল যদিও তেওঁ শিক্ষকতাকহে বহুদিন ধৰি বৃত্তি হিচাপে লৈছিল। প্ৰথমতে অভয়াপুৰীৰ হাইস্কুলত হৈছিল বিজ্ঞান শিক্ষক, তাৰ পিছত বঙাইগাৱঁৰ বীৰঝৰা হাইস্কুলত প্ৰধান শিক্ষক (১৯৪২-৪৪)। সেই সময়তে গুৱাহাটীৰ কামৰূপ একাডেমিত হাতেৰে কাগজ তৈয়াৰ কৰা বিদ্যা শিকি গৈ তেওঁৰ বীৰঝৰা হাইস্কুলতো তাক প্ৰবৰ্ত্তন কৰিছিল। তাৰ পিছত জন্মস্থান চাপৰত হাইস্কুল স্থাপন হোৱাত তেওঁ অশেষ ত্যাগ কৰি হলেও তাৰ গুৰি ধৰিবলগীয়া হৈছিল আৰু স্কুলখন লেখত লবলগীয়া কৰি তুলিছিল। ইয়াৰ আগেয়ে বহলপুৰ হাইস্কুলতো এমাহৰ কাৰণে শিক্ষকতা কৰিছিল। ১৯৪৪ চননৰ পৰা ১৯৫২ চনলৈ চাপৰ হাইস্কুলৰ প্ৰধান শিক্ষক আছিল। তাত তেওঁ শিক্ষক আদালত, জনআদালত আদিও গঢ়ি তুলিছিল যিবোৰে সমাজৰ দ্বন্দ্ব, খৰিয়াল আদি মীমাংসা কৰি দিছিল। এজন শিক্ষকে সপ্তাহত এদিনকৈ ৰাইজৰ মেল পাতিছিল, সেই মেলৰ ৰায়কে ৰাইজে গ্ৰহণ কৰিছিল। শিক্ষকসকলে জুৱা মদ আদিৰ বিৰুদ্ধেও পদক্ষেপ লৈছিল। সেই সময়ৰ বিয়াৰ কন্যাপনাৰ বিৰুদ্ধেও সিংহই স্থিতি লৈছিল। মাজতে ৰূপসী বিমানঘাটী নিৰ্মানৰ সময়ত ঠিকাৰ কাম কৰিছিল যদিও সেই সময়ছোৱাতে তেওঁৰ ৰাজনৈতিক জীৱনো আৰম্ভ হয়। পোণতে ১৯৪৫ চনত লোকেল বোৰ্ডৰ সদস্য হয়, ১৯৪৬ চনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে বিধান সভালৈ নিৰ্বাচিত হয়। ইয়াৰ আগেয়ে তেওঁ কংগ্ৰেছৰ সদস্য নাছিল, স্বাধীনতা যুজৰো যুজাৰু নাছিল।

ৰাজ্য পুনৰগঠন আন্দোলনৰ সময়ত গোৱালপাৰা জিলা স্কুল বোৰ্ডৰ অধ্যক্ষ সিংহ, ডি. আই. হৰিপ্ৰসন্ন তামুলী, হাকিম থানেশ্বৰ গোহাই আদিৰ যত্নতে গোৱালপাৰা জিলাৰ সকলো স্কুলতে অসমীয়া প্ৰচলন হৈছিল, মাত্ৰ ধুবুৰী পৌৰ সভা আৰু এখন বঙালী স্কুলত বঙলাৰ প্ৰচলন বৈ গৈছিল। সিংহৰ অক্লান্ত যত্নতে অবিভক্ত গোৱালপাৰা জিলা পশ্চিমবঙ্গৰ লগত চামিল হোৱাৰ পৰা ৰক্ষা পৰিছিল। সিংহই গোৱালপাৰা জিলাত থকা কালতেই ১৯৫০ চনত ধুবুৰী মহকুমাৰ বিভিন্ন অঞ্চলত হোৱা হিন্দু-মুছলমান সংঘৰ্ষ, ১৯৬০ চনত হোৱা অসমীয়া-বঙালী ভাষা বিষয়ক দ্বন্দ্ব প্ৰজ্বালে চম্ভালাত বৰঙণি যোগাইছিল।

ৰাজনীতিতকৈ সমাজসেবাৰ প্ৰতি বেছি আগ্ৰহী সিংহই পিছলৈ ধুবুৰীকেন্দ্ৰিক কংগ্ৰেছী ৰাজনীতিত নামে আৰু স্বৰাজোত্তৰ কালত অবিভক্ত গোৱালপাৰা জিলা কংগ্ৰেছ কমিটীৰো সভাপতি হয়। তাৰ পৰাই তেওঁৰ ৰাজনৈতিক উত্তৰণ। দক্ষ সংগঠক বুলি পৰিচয় দিব পৰা এওঁ ক্ৰমে প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদক, উপ-সভাপতি আৰু সভাপতিও হয়। প্ৰদেশ কংগ্ৰেছৰ সভাপতি হোৱা কালত অজস্ৰ মুধা-ফুটা কংগ্ৰেছ নেতাৰে ৰাজ্যখন গিজগিজাই আছিল আৰু কম বেছি পৰিমাণে তেতিয়া কংগ্ৰেছীৰ মাজত আদৰ্শবাদী আৰু সমাজসেৱামূলক প্ৰৱণতাও আছিল। তাৰ মাজতো সিংহৰ আছিল সুকীয়া ভাবমূৰ্ত্তি- ব্যাপক জনসংযোগ, কৰ্মোদ্যম, সৰ্বসাধাৰণ লোকৰ লগত একাত্মতা, প্ৰচুৰ অধ্যয়ন, বিস্তৃত দেশ-বিদেশ ভ্ৰমণ আদি আছিল যাৰ বৈশিষ্ট্য। কংগ্ৰেছৰ উৰ্ধতন কতৃপক্ষই এটা সময়ত বিভিন্ন হেচাত তেওঁক প্ৰদেশ কংগ্ৰেছৰ সভাপতি ভাঙি সেই পদত স্থলাভিসিক্ত কৰিছিল প্ৰবীণ গান্ধীবাদী নেতা বিজয় চন্দ্ৰ ভাগৱতীক।

এই সময়ছোৱাত ৰাষ্ট্ৰীয় পৰ্য্যায়ত হোৱাৰ দৰে ৰাজ্যপৰ্য্যায়তো কংগ্ৰেছৰ মাজত মেৰু বিভাজন প্ৰক্ৰিয়া আৰম্ভ হয়। পুৰণি চানেকীয়া সকলক ৰক্ষণশীল বুলি এচাম আপেক্ষিকভাৱে তৰুণ আৰু প্ৰগতিশীল মাৰ্কা কংগ্ৰেছ নেতাই এটা সময়ত সংগঠন আৰু শাসন ক্ষমতাৰ পৰা বিতাৰিত কৰিবলৈ উঠি পৰি লাগে। লাল বাহাদুৰ শাস্ত্ৰীৰ মৃত্যুৰ পিছত যি কামকাজ, নিজলিংগাপ্পা আদিয়ে ইন্দিৰা গান্ধীক প্ৰধানমন্ত্ৰীৰ আসনত বহুৱাইছিল, চিন্দিকেট বুলি আখ্যায়িত তেওঁলোকেই বিতাৰিত হ'ব লগা হয় আৰু অৱশেষত কংগ্ৰেছত ইন্দিৰা গান্ধীয়ে বিভাজন ঘটায়। সেই সময়ছোৱাত ইন্দিৰা গান্ধীয়ে নটা প্ৰধান বেচৰকাৰী বেংকৰ ৰাষ্ট্ৰীয়কৰণ কৰি আৰু ৰাজন্যবৰ্গৰ বানচ উঠাই দি প্ৰগতিশীল চেহেৰা এটাও দেখুৱায় আৰু তেতিয়াৰ কমিউনিষ্ট শক্তি প্ৰধানকৈ চি পি আই আদি দলৰ প্ৰত্যক্ষ আৰু পৰোক্ষ সমৰ্থন লাভ কৰে।

অসমত এই সময়ছোৱাত মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা আৰু তেওঁৰ সতীৰ্থসকলো একপ্ৰকাৰ বাধ্যবাধকতাৰ তাগিদাত ইন্দিৰা গান্ধীৰ পক্ষেই আছিল। চলিহা শেষ ভাগত প্ৰায়েই ৰোগশয্যাতো আছিল আৰু তেওঁৰ ঠাইলৈ ক্ৰমাৎ আহি আছিল প্ৰবীণ মুক্তি যুজাৰু, ভালেমান বছৰ ধৰি মন্ত্ৰী তথা বিধানসভাৰ অধ্যক্ষ, পূৰ্বে প্ৰদেশ কংগ্ৰেছ সভাপতি, আনকি নিখিল ভাৰত কংগ্ৰেছ কমিটীৰো একালৰ অন্যতম সাধাৰণ সম্পাদক মহেন্দ্ৰ মোহন চৌধুৰী। চলিহাৰ মৃত্যুৰ পিছত চৌধুৰী মুখ্যমন্ত্ৰী হয়। প্ৰদেশ কংগ্ৰেছৰ সমাজবাদী বুলি পৰিচিত, আপেক্ষিকভাৱে তৰুণ নেতা সিংহৰ ক্ৰমাৎ চৰকাৰৰ নেতৃত্বৰ সৈতে সংঘাত স্পষ্ট হয়। সিংহৰ লগত আঁৰত আছিল ফখৰুদ্দিন আলী আহমেদ, দেৱকান্ত বৰুৱা আদি। এই গোষ্ঠীটোৱে

ইন্দিৰা গান্ধীক প্ৰভাৱান্বিত কৰিবলৈ সক্ষম হয় আৰু ১৯৭১ চনৰ শেষ ভাগত হঠাতে চৌধুৰীক আতৰাই ইন্দিৰাই সিংহক অসমৰ মুখ্যমন্ত্ৰী পাতে। সেই সময়ত বিধায়িনী দল নহয়, ইন্দিৰা গান্ধীয়েই আছিল কংগ্ৰেছৰ মুখ্যমন্ত্ৰী ভগুাপতাৰ সৰ্বময় কৰ্ত্ৰী।

কেইমাহমান পিছত অৰ্থাৎ ১৯৭২ চনৰ বিধানসভাৰ নিৰ্বাচনত আসনত সিংহৰ নেতৃত্বাধীন কংগ্ৰেছে জয়ী হৈ নতুন উদ্যমেৰে চৰকাৰ গঠন কৰে-যত প্ৰাধান্য পায় অনুসুচিত জাতি, জনজাতি, অ'.বি.চি. আৰু চাহ বনুৱা সকলে। মন্ত্ৰীসভাত থাকে গিৰীন্দ্ৰ নাথ চৌধুৰী, ছত্ৰ সিং তেৰণ, উপেন দাস, ৰাজেন ফুকন, হৰেন্দ্ৰ নাথ তালুকদাৰ, গজেন তাঁতী, মহম্মদ ইদ্ৰিচ, মহম্মদ ওমৰুদ্দিন, ডা ভূমিধৰ বৰ্মন, যুৱ নেতা হিতেশ্বৰ শইকীয়া, বিষ্ণুপ্ৰসাদ ইত্যাদি। পোণতে গৃহ, শিক্ষা আদিৰ ৰাজ্যিক মন্ত্ৰী হিচাপে মন্ত্ৰীসভাত সোমোৱা চতুৰ আৰু কৌশলী শইকীয়া অতি কম দিনৰ ভিতৰতে সিংহৰ সোহাত স্বৰূপ হৈ উঠে আৰু কেবিনেট মন্ত্ৰী হিচাপেও তেওঁৰ পদোন্নতি হয়। অতদিনে আঢ্যাবন্ত আৰু উচ্চবৰ্ণৰহে প্ৰতিনিধিত্ব কৰা বুলি সমালোচনাৰ পাত্ৰ হোৱা পূৰ্বৰ কংগ্ৰেছ চৰকাৰবোৰৰ বিপৰীতে সিংহ চৰকাৰে ভূমি সংস্কাৰকে ধৰি ভালেমান প্ৰগতিশীল পদক্ষেপ লৈ সৰ্বসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰে। উৎসাহী, কৰ্মোদ্যমী সিংহই ১৯৭৪ চনৰ ভিতৰতে লৰালৰিকৈ দিছপুৰলৈ অসমৰ ৰাজধানীখন শ্বিলঙৰ পৰা তুলি আনি ততাতৈয়াকৈ সজা সাধাৰণ অসম আৰ্হিৰ ঘৰতে মন্ত্ৰী, বিষয়া আৰু কৰ্মচাৰীসকলক বহুৱালে। কল্পনাবিভোৰ সিংহই গ্ৰাম্য জনসাধাৰণক সকাহ দিয়াৰ উদ্দেশ্যৰে প্ৰতিখন গাওঁ পঞ্চায়ত এলেকাকে সামৰি পাচশৰো অধিক সংখ্যক পঞ্চায়ত পৰ্য্যায়ৰ বহুমুখী সমবায় পাতি প্ৰতিটো পৰিয়ালকে ইয়াৰ সদস্য কৰাৰ যত্ন কৰিছিল আৰু সেইবোৰৰ যোগে নিত্যপ্ৰয়োজনীয় বস্তু-বেহানি যোগান ধৰাৰো ব্যৱস্থা কৰিছিল। সমবায়বোৰক সংশ্লিষ্ট অঞ্চলৰ উৎপাদক গোট কৰাৰো চিন্তা আছিল। সেইসময়ত 'ষ্টেটফেদ' আছিল এটা আদৰ্শ সমবায় অনুষ্ঠান- য'ত ন্যায্যদৰতে গ্ৰাহকে লাগতিয়াল বস্তুবাহানি কিনিব পাৰিছিল। সিংহৰ আৰু এটা অনন্য সৃষ্টি আছিল কৃষিপাম নিগম- য'ত খেতিয়কক উৎপাদনৰ চাবি কাঠি কৰাৰ কথা ভবা হৈছিল। সিংহৰ এই সপোনৰ অনুষ্ঠানবোৰ কিন্তু বেছিদিন নিটিকিল ঘাইকৈ জনসাধাৰণ আৰু আমোলাসকলক সেইবোৰত আন্তৰিকভাৱে জড়িত কৰাব নোৱাৰাত আৰু গাৱঁৰ মুৰব্বীসকলৰ প্ৰত্যক্ষ নহ'লেও পৰোক্ষ বাধাত। সেই একেদশা ঘটিছিল। ভূমি সংস্কাৰ বিষয়তো- য'ত আমোলা আৰু মাটিৰ মালিকসকলৰ বাধাত মূল উদ্দেশ্যই বিঘ্নিত হৈছিল। চাহবাগিচাৰ ওপৰঞ্চি এলেকাত প্ৰাক্তন বনুৱাক মাটিৰ পট্টা দিয়াৰ প্ৰক্ৰিয়াও বিঘ্নিত হৈছিল। সিংহৰ দিনত শিক্ষামন্ত্ৰী হৰেন্দ্ৰ নাথ তালুকদাৰৰ নেতৃত্বত

শিক্ষা বিভাগতো আগৰ ভালেমান গতানুগতিক ধাৰাৰ সংস্কাৰ সাধনৰ প্ৰয়াস কৰা হৈছিল; কিছুমান ক্ষেত্ৰত সফলতা আহিছিল যদিও পিছলৈ সেইবোৰো বিফলতাত পৰ্য্যবসিত হৈছিল। সিংহৰ দিনত কৃষি উৎপাদন বৃদ্ধিৰো যত্ন দেখা গৈছিল, কিন্তু দশক দশক ধৰি মাৰ্কেটিং ব্যৱস্থাৰ অভাৱৰ ফলত কৃষক যেনেকৈ প্ৰাপ্যৰ পৰা বঞ্চিত হৈছিল তাৰ পৰিবৰ্তন নঘটিল। সমবায়যোগে ধান সংগ্ৰহত অসমে অৱশ্যে দেশৰ ভিতৰতে প্ৰথম স্থান লাভ কৰিছিল। সিংহৰ আমোলৰ প্ৰথম খণ্ডত দৃশ্যমান দৌৰাদৌৰি, প্ৰশাসনৰ গতিশীলতা পিছলৈ ক্ৰমাৎ ম্লান হবলৈ ধৰে। হয়তোবা এহাতে Brute majority-ৰ অত্যুৎসাহ, আনহাতে সামাজিক উৎকণ্ঠাৰ তাড়নাত সিংহ আৰু তেওঁৰ ঘনিষ্ঠ এচাম সতীৰ্থৰ জনসংযোগ বাঢ়িছিল, আনকি অতদিনে প্ৰায় অজ্ঞাতকুলশীল হৈ থকা দুখন পাহাৰী জিলা কাৰ্বি আংলং আৰু উত্তৰ কাছাৰতো। বিস্তৃত জনসংযোগৰ ফলত ঠায়ে ঠায়ে কংগ্ৰেছৰ ভিতৰতে নতুন নতুন নেতা ওলাইছিল হয়, তেওঁলোকৰ কিন্তু খাটিখোৱা জনসাধাৰণৰ অৱস্থাৰ বিকাশ ঘটাবলৈ আগ্ৰহ বা মনোযোগ নাছিল। এইদৰে ক্ৰমাৎ সামাজিক উৎকণ্ঠাৰ প্ৰশ্ন শ্লোগানতে সীমাবদ্ধ হয়গৈ। ইপিনে বাস্তৱ অৰ্থনীতিৰ অভাৱত কল্পনা বিলাসী বিকাশৰ ইটো-সিটো প্ৰকল্পৰ স্থায়ী প্ৰভাবো নাথাকিল। কেন্দ্ৰৰ সৈতে সিংহৰ যোগাযোগ ভাল থকা সত্বেও অসমত ঔদ্যোগিকৰণৰ পদক্ষেপ লবৰ বাবে দিল্লীক আশানুৰূপে তেওঁ বাধ্য কৰাব নোৱাৰিলে। অৱশ্যে বঙাইগাওঁ শোধানাগৰ প্ৰকল্প, যোগীঘোপা কাগজকল আদি তেওঁৰ অকুণ্ঠ প্ৰচেষ্টাৰ ফল আৰু অতদিনে উদ্যোগৰ মানচিত্ৰত প্ৰায় স্থান নথকা অবিভক্ত গোৱালপাৰা জিলাত আৰ্থিক পৰিবেশ এটা সৃষ্টি হৈছিল। ৰাজ্যিক খণ্ডত তেওঁ আৰম্ভ কৰা ভালেমান নিগম, প্ৰতিষ্ঠানো জনসাধাৰণৰ আশাৰ স্থল হৈ উঠিছিল। Assam Plantation Crop Development Corporation, Assam Hills Small Scale Development Corporation আদি পাহাৰী জিলা দুখনৰ উপেক্ষিত দুখীয়া, কৃষক বনুৱাৰ আশাৰ বন্তি হৈ উঠিছিল পাহাৰী জিলা দুখনত কবলৈ গ'লে কৰ্মযজ্ঞ আৰম্ভ হৈছিল। অসম ঔদ্যোগিক উন্নয়ণ নিগম আৰু অসম ক্ষুদ্ৰ উদ্যোগ উন্নয়ন নিগমেও ৰাজ্যখনৰ অন্যান্য অঞ্চলত ঔদ্যোগিক বাতাৱৰণৰ সৃষ্টি কৰিছিল। অসম খাদী আৰু গ্ৰামোদ্যোগ বোৰ্ডো সজীৱ হৈ উঠিছিল। কিন্তু এহাতে পৰিচালকসকলৰ দুৰ্নীতি, ক্ৰটি, সীমাবদ্ধতা, আনহাতে বজাৰৰ অভাৱ, বিত্তীয় জটিলতা, তীব্ৰ দেশীয় প্ৰতিদ্বন্দ্বিতা আদি বিভিন্ন কাৰকৰ হেতু বেছিভাগ নিগমেই ৰুগ্ন হয়। আজি সেইবোৰৰ বেছিভাগেই মৃত্যু মুখত পৰাত হাজাৰ-হাজাৰ সাধাৰণ কৰ্মচাৰী সংস্থানহীন হ'ল, সেইবোৰ জীৱিত কৰাৰ প্ৰয়াসো বিশেষ দেখা নগ'ল। সিংহৰ সময়ত যৌথ প্ৰতিষ্ঠানৰ ধাৰণাও নাছিল।

মাধ্যম আন্দোলনত সিংহই উগ্ৰ জাতীয়বাদী সোঁতৰ বিপৰীতে স্থিতি লৈ

বিচক্ষনতা দেখুৱাইছল। বড়ো সাহিত্য সভাৰ লিপি আন্দোলনত পুলিচৰ গুলিত বহু কেইজনে প্ৰাণ হেৰুৱাব লগা হোৱাটো কিন্তু তেওঁৰ শাসনকালৰ চৰণ ব্যৰ্থতা। ক'বলৈ গ'লে সেই সময়ৰ পৰাই বড়ো সমাজে বৃহৎ অসমীয়া সমাজৰ পৰা আতৰি যাবলৈ আৰম্ভ কৰিছিল। ইপিনে আজি বড়ো ভাষা সংবিধানৰ অষ্টম অনুসূচীতো অন্তৰ্ভূক্ত হ'ল আৰু বড়ো সাহিত্যৰ প্ৰচুৰ বিকাশো ঘটিল।

সিংহৰ দিনৰ অনান্য পিছপৰা শ্ৰেণীত (অ'.বি.চি.) বহুকেইটা সম্প্ৰদায়ক অন্তৰ্ভুক্ত কৰা লৈ তেওঁ স্বাভাৱিকতে ভালেমান পক্ষৰ সমালোচনাৰ পাত্ৰ হৈছিল। অসমত এনে কিছুমান পিছপৰা শ্ৰেণীৰ লোক আছে যিসকল অনুসূচিত জাতি, অনুসুচিত জনজাতিত অন্তৰ্ভুক্ত নহয়। ১৯৫৫ চনত কাকাচাহেব কালেলকাৰৰ নেতৃত্বত গঠিত পিছপৰা শ্ৰেণী আয়োগে অসমত ৪৪টা অন্যান্য পিছপৰা শ্ৰেণীৰ লোকৰ তালিকা প্ৰস্তুত কৰিছিল। অসম চৰকাৰে পোণতে এই সংখ্যা ১১৯ আৰু পিছত ১৩৫ লৈ বৃদ্ধি কৰি তালিকা প্ৰস্তুত কৰিলে। অসমত পিছপৰা শ্ৰেণীত অন্তৰ্ভুক্ত কৰা কেতবোৰ সম্প্ৰদায় হ'ল— আহোম, বাঢ়ৈ, ভট্ট, ভূমিজ, ভূঞা, চাওদা, চৌধাৰী, চুতীয়া, ধানোৱাৰ, ঘোষ, ঘাটোৱাৰ যোগী, নাথ, কায়স্থ (বঙালী), কেওঁট, কৰ্মকাৰ, ক্ষত্ৰিয়, কুমাৰ, মাইমান (মুছলমান জালোৰা)। মনিপুৰী (মণিপুৰী বামুন, মণিপুৰী মুছলমান আৰু মেইতেই), মৰাণ, মটক, নায়ক, নুনিয়া, ৰাজবংশী, শালৈ, চাওতাল, তাঁতী, তেলী আদি।

১৯৭৮ চনত তেতিয়াৰ প্ৰধানমন্ত্ৰী মোৰাৰজী দেশায়ে প্ৰাক্তন সাংসদ বিন্ধেশ্বৰী প্ৰসাদ মণ্ডলক অধ্যক্ষ হিচাপে লৈ গঠন কৰি দিয়া নতুন পিছপৰা শ্ৰেণী আয়োগৰ পৰামৰ্শৱলী কাৰ্য্যকৰী কৰিবলৈ যাওঁতে দেশৰ বিভিন্ন ঠাইত হোৱা উত্তপ্ত পৰিস্থিতিৰ কথা সকলোৱে জানে। সেই পৰামৰ্শবলীৰ কাৰ্যকাৰিতা অসমতো বন্ধ ৰখা হৈছে। অৱশ্যে অনুসূচিত জনজাতি উন্নয়ন নিগম, অনুসূচিত জাতি উন্নয়ন নিগম আদিৰ দৰে অসমতো অন্যান্য পিছপৰা শ্ৰেণী উন্নয়ন নিগম গঠন কৰা হৈছিল সিংহৰ দিনতে যিবোৰ আজি একশ্ৰেণী লোকৰ লুণ্ঠনৰ থলী হৈ উঠিছে।

ইন্দিৰা গান্ধীয়ে ১৯৭৫ চনৰ জুনত লগোৱা জৰুৰী অবস্থাৰ (Emergency) সহযাত্ৰী হৈ সিংহই পৰবৰ্ত্তীকালত গণতান্ত্ৰিক শক্তি সমূহৰ সমালোচনাৰ পাত্ৰ হোৱা সত্বেও কব লাগিব যে অন্যৰাজ্যত হোৱাৰ দৰে ইয়াত বিশেষ দমন, পীড়ন হোৱা নাছিল। প্ৰায় আজীৱন কংগ্ৰেছ সেৱী দেৱেশ্বৰ শৰ্মা আৰু বিৰোধী পক্ষৰ তথা ট্ৰেড ইউনিয়নৰ কেইজনমান নেতাহে আটক হৈছিল। ইপিনে দুৰ্নীতি-গ্ৰস্ত অথচ ক্ষমতাশালী ভালেমান বিষয়াৰ বিৰুদ্ধে নিলম্বন আদি পদক্ষেপ লৈ জনসাধাৰণৰো প্ৰিয়পাত্ৰ হব

পাৰিছিল; চাউল, দাইল, চেনি আদি নিত্য প্রয়োজনীয় বস্তুৰ দামো যথেষ্ট কমিছিল, অসৎ ব্যৱসায়ীয়ে লুণ্ঠন কৰিবলৈ ভয় কৰিছিল। এই সময়ছোৱাতে গুৱাহাটী খানাপাৰাৰ জৱাহৰ নগৰত অনুষ্ঠিত হৈছিল। নিখিল ভাৰত কংগ্রেছ কমিটীৰ পূর্ণাংগ অধিবেশন। এই বিৰাট অধিবেশনে ৰাজ্যজুৰি উৎসাহ, উদ্দীপনাৰ সৃষ্টি কৰিছিল আৰু ইয়াৰ সফলতাৰ আঁৰৰ মানুহজন নিসন্দেহে আছিল দক্ষ আৰু অক্লান্ত সংগঠক সিংহ। অধিবেশনত ৰাজ্য চৰকাৰ আৰু কংগ্রেছ একাকাৰ হোৱা দেখা গৈছিল। আনকি বাজেট-বণ্টিত ধনৰো অধিবেশনৰ কামলৈ স্থানান্তৰিত হোৱা বুলি অভিযোগ উঠিছিল। এই লৈ তেতিয়াৰ ৰাজ্যিক মুখ্য সচিব পৰমশিৱমে আপত্তি কৰা বুলিও ওলাইছিল (পিছত জনতা চৰকাৰে ক্ষমতাত অধিষ্ঠিত হৈ এই লৈ তদন্ত কৰোৱাত এই অভিযোগ মিছা বুলি প্রমাণিত হৈছিল)। জৰুৰীকালীন অৱস্থাতো অৱশ্যে সিংহই নিজস্বতা হেৰুওৱা নাছিল।

জৰুৰীকালীন অৱস্থাৰ আগে পিছে ৰাজ্যখনত যথোচিত আমোলাতান্ত্রিক গাথনি থকা সত্বেও প্রচাৰ, পৰিকল্পনা আদি বিভাগত বাহিৰৰ মানুহ আনি অনাহক কাম কৰা বুলি তেওঁ আমোলাতন্ত্রৰ ৰোষৰ পাত্র হৈছিল। ৰাজনৈতিক ৰোষত পৰি মনিপুৰৰ উপ-ৰাজ্যপাল পদ হেৰুৱাব লগা হোৱা আই.চি.এছ. বিষয়া ডি.আৰ. কোহলিক ৰাজ্যিক পৰিকল্পনা বোর্ডৰ উপাধ্যক্ষ পাতি সিংহই উচিত কাম কৰিছিল যদিও বিশেষকৈ পৰিকল্পনা আৰু কুৰিদফীয়া কার্য্যসূচীৰ 'মনিটৰিঙৰ' কাৰণে দুগল উপাধিৰ পঞ্জাবৰ ফালৰ লোক এজনক পৰিকল্পনাৰ ভাগ্যবিধাতা কৰাত স্বাভাৱিক কাম কাজত বাধাও হৈছিল, কাৰণ তেওঁ বিশেষজ্ঞ নহয় বুলি ক্রমাৎ তেওঁৰ কাম কাজে প্রমাণো কৰিছিল। তেওঁৰ পুত্র অকালতে দুর্ঘটনাত মৃত্যু হোৱা অপূর্ব সিংহ প্রদেশ কংগ্রেছৰ সংবিধান-বহির্ভূত শক্তিকেন্দ্র হৈ উঠিছিল বুলি উঠা জনৰৱ মুখ্যমন্ত্রী সিংহই ৰোধ কৰিব পৰা নাছিল, যদিওবা পুতেকো কোনো গুণে অযোগ্য নাছিল। অসম মাধ্যমিক শিক্ষা পৰিষদৰ অধীনত চলা হাইস্কুল শিক্ষান্ত পৰীক্ষাত এবাৰ (পোণ প্রথমবাৰৰ বাবে) কলিকতাৰ এটা কম্পিউটাৰ প্রতিষ্ঠানক নম্বৰৰ টেবুলেচন কৰিবৰ ভাৰ দিয়া হৈছিল আৰু ফলাফল প্রস্তুতিত বিৰাট বিসঙ্গতি হোৱা বুলি প্রকাশ পাইছিল। গোপন লেনদেনৰ বিনিময়ত অপূর্বই এই প্রতিষ্ঠানটোক মোতায়েন কৰা বুলি সমালোচনা হৈছিল যদিও সি প্রমাণিত নহ'ল। গতিশীল সংগঠক, সুপতি অপূর্বৰ অকাল বিয়োগত সিংহই মর্মান্তিক আঘাত পাইছিল যদিও তাক সহজে চম্ভালি তেওঁ স্থিতপ্রজ্ঞ হ'ব পাৰিছিল।

জৰুৰী অৱস্থাৰ সময়ছোৱাত সংসদত গৃহীত আইনৰ যোগে সিংহ চৰকাৰ পাঁচ বছৰৰ সলনি ছয় বছৰ শাসনত থাকিব পাৰিলে। হয়তো বা ১৯৭৭ চনত প্রধানমন্ত্রী ইন্দিৰা গান্ধীয়ে বিভিন্ন হেচাত পৰি জৰুৰী অৱস্থা উঠাই লৈ নির্বাচন

নাপাতিলে আৰু চৰম পৰাজয়ৰ মুখা-মুখি নহ'লে সিংহ চৰকাৰৰ ম্যাদ আৰু বাঢ়িলহেঁতেন। কেন্দ্ৰত অধিষ্ঠিত হৈছিল মোৰাৰজী দেশাই নেতৃত্বাধীন জনতা চৰকাৰ। লোকসভাৰ নিৰ্বাচনত বিশেষকৈ উত্তৰ ভাৰতত জনতা পাৰ্টিৰ ধুমুহাত কংগ্ৰেছ নিশ্চিহ্নপ্ৰায় হৈছিল যদিও অসমত সিংহৰ নেতৃত্বত কংগ্ৰেছ প্ৰাৰ্থীয়েই প্ৰায় কেইখন আসনত জয়ী হৈছিল। ১৯৭৮ চনত বিধানসভাৰ নিৰ্বাচন হয় আৰু ইতিমধ্যে চলা কংগ্ৰেছ-বিৰোধী ঢৌত অসমতো কংগ্ৰেছ তথা সিংহৰ ৰাজত্ব উফৰিল আৰু গোলাপ বৰবৰা নেতৃত্বাধীন জনতা পি. টি. চি. চৰকাৰ এখন আহিল পাদপ্ৰদীপলৈ। (সিংহে মুঠতে ১৯৪৬-৫২, ১৯৬২-৬৭ ১৯৭২-৭৮ আৰু ১৯৭৮-৮২ এই কাৰ্য্যকালৰ বাবে বিধানসভালৈ নিৰ্বাচন হৈছিল। ইয়াৰ মাজতে তেওঁ অইল ইণ্ডিয়াৰ অধ্যক্ষ আৰু ভালেমান কৰ্মীসংঘৰো সভাপতি আছিল।)

ইতিমধ্যে কংগ্ৰেছতো আকৌ বিভাজন ঘটিল, কিন্তু পৰাজিত ইন্দিৰা গান্ধীৰ নেতৃত্বাধীন কংগ্ৰেছত সিংহ, হিতেশ্বৰ শইকীয়া আদি অসমৰ সৰহভাগে নোসোমাল। সিপিনে কেন্দ্ৰত অন্তৰ্দ্বন্দ্বত জনতা চৰকাৰৰ পতন ঘটিল ; অবধাৰিতভাৱে হোৱা ১৯৮০ চনৰ মধ্যকালীন নিৰ্বাচনত কেন্দ্ৰত পুনৰ চৰকাৰ গঠন হ'ল- ইন্দিৰা কংগ্ৰেছ চৰকাৰ।

অসমতো গোলাপ বৰবৰা চৰকাৰে ডেৰবছৰ পূৰ নৌহওতেই দলীয় বিসম্বাদতে পদত্যাগ কৰিবলগীয়া হয়। বিসম্বাদী যোগেন হাজৰিকাৰ নেতৃত্বত নতুন চৰকাৰ গঠন হয়। তাৰ পিছত বিদেশী বহিষ্কাৰৰ দাবীত আৰম্ভ হয় সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ নেতৃত্বত দীঘলীয়া আন্দোলন। বৰবৰা চৰকাৰ আৰু যোগেন হাজৰিকা চৰকাৰৰ পতনৰ পিছত আন কোনো পক্ষই সংখ্যাগৰিষ্ঠতা দেখুৱাব নোৱাৰাত ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্ত্তন হয়। ১৯৮০ চনত ইন্দিৰা কংগ্ৰেছ পাদপ্ৰদীপলৈ অহাত অসমৰ শৰৎ সিংহৰ পূৰ্বৰ সতীৰ্থ প্ৰায় আটায়েই ইন্দিৰাৰ টোপ গিলি তেওঁৰ কংগ্ৰেছলৈ ঢাপলি মেলে, অকলশৰীয়া হৈ ৰ'ল মাত্ৰ সিংহ। তাৰ পিছত ইন্দিৰা কংগ্ৰেছৰ নেতৃত্বতে এবাৰ কেশব গগৈ আৰু এবাৰ আনোৱাৰা টাইমূৰক অসমৰ মুখ্যমন্ত্ৰী পাতি সংখ্যালঘু চৰকাৰ একোখন গঠন কৰা হ'ল যদিও সেইকেইখন চৰকাৰো বেছিদিন নিটিকিল। অৰ্থাৎ ১৯৮৩ চনলৈকে প্ৰকাৰান্তৰে এহাতে ৰাষ্ট্ৰপতিৰ শাসন, আনহাতে উগ্ৰজাতীয়তাবাদী অসম আন্দোলন সমান্তৰালভাৱে চলিয়ে থাকিল।

এই সময়ছোৱাত সিংহ ক্ষমতাসীন দলৰ লগত থকাহেঁতেন, হয়তো তেওঁ আন্দোলন চম্ভালিব আৰু সুস্থিৰ চৰকাৰ এখন গঠন কৰিব পাৰিলেহেঁতেন এনে অনুভৱ তেতিয়া অসমৰ বুজন সংখ্যক লোকৰ মনততো হৈছিললেই, আনকি স্বয়ং

প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ মনতো হৈছিল যি তেওঁলোকৰ পৰিয়ালৰ ঘনিষ্ঠ এম. জে. আকবৰক সিংহক সৈমান কৰাবৰ নিমিত্তে গুৱাহাটীলৈ পঠোৱাৰ কথা আমিও জানো। সিংহলৈ ইন্দিৰাৰ পৰা এনে আমন্ত্ৰণ দুবাৰো আহিছিল, কিন্তু দুয়োবাৰেই তেওঁ প্ৰত্যাখ্যান কৰে। সিংহই টৌত উটি নিজকে প্ৰতিষ্ঠা কৰাৰ সলনি বৰং উগ্ৰজাতীয়তাবাদ আৰু মৌলবাদৰ বিৰুদ্ধে আপোচবিহীন স্থিতি লৈ চৰম বিপদসংকুলতাৰ মাজতো সামাজিক আৰু ৰাজনৈতিক ভূমিকা লৈছিল, প্ৰজ্ঞা দেখুৱাইছিল। আন্দোলনৰ সময়ছোৱাত যেতিয়া গণতান্ত্ৰিক চিন্তা-ভাৱনা বাধাগ্ৰস্ত হৈছিল আৰু সাংবিধানিক অনুষ্ঠান, পৰম্পৰাবোৰ ভঙাৰ প্ৰয়াস চলিছিল, তেতিয়া সিংহৰ কংগ্ৰেছ (স) আৰু কমিউনিষ্ট দলকেইটা ক্ষীণগায় গণতান্ত্ৰিক পক্ষতে একেলগে আছিল। আনকি ১৯৮৩ চনত সাংবিধানিক বাধ্যবাধকতাত পাতিবলগীয়া হোৱা বিধানসভাৰ নিৰ্বাচন যেতিয়া আন্দোলনকাৰী নেতৃত্বৰ আহ্বানত লাখ লাখ লোকে বৰ্জনৰ নামত হিংসাত্মক পন্থাৰে প্ৰায় নস্যাৎ কৰিছিল, তেতিয়াও সিংহই প্ৰবল সাহসেৰে সক্ৰিয়তাৰে প্ৰতিদ্বন্দ্বিতা কৰিছিল, যদিও কংগ্ৰেছ আই প্ৰাৰ্থীৰ হাতত তেওঁ পৰাজিত হৈছিল। ১৯৮৩ চনৰ এই নিৰ্বাচনক "অবৈধ" বুলি বুজন সংখ্যক অসমীয়াই আজিও অভিহিত কৰে, যিহেতু বেছিভাগ সমষ্টিতে ২০০/৩০০ৰ অধিক ভোট পৰা নাছিল, আনকি ইচ্ছুক সকলো ব্যাপক সিংসাত্মক ঘটনাৰ মাজত ভোট দিবলৈ অহাটো সম্ভৱপৰ নাছিল। সি যি কি নহওঁক, আৰক্ষীৰ বেষ্টনিৰ মাজত অনুষ্ঠিত এই নিৰ্বাচনত প্ৰায় কেইখন আসন লাভ কৰি ইন্দিৰা কংগ্ৰেছে হিতেশ্বৰ শইকীয়া নেতৃত্বত মন্ত্ৰীসভা গঠন কৰে। ইন্দিৰা গান্ধীৰ আশীষ-ধন্য শইকীয়াই নেলী আদিৰ গণহত্যাৰ ক্ষতিগ্ৰস্তসকলৰ সংস্থাপনৰ নিমিত্তে কেন্দ্ৰৰ পৰা বুজন অনুদানো পায়, কিন্তু তেনেধৰণৰ সৰহখিনিয়ে মন্ত্ৰী, বিষয়া আৰু ঠিকাদাৰৰ জেপলৈ যায় বুলি আজিও কোৱাকুই শুনা যায়। কিছুদিন পিছতে নিজৰ আৰক্ষীৰ গুলিতেই ইন্দিৰা গান্ধীৰ মৃত্যু ঘটে আৰু প্ৰধানমন্ত্ৰী হয় তেওঁৰ বৰপুত্ৰ ৰাজীৱ গান্ধী। ৰাজীৱে অসম আন্দোলনৰ নেতৃবৰ্গ বিশেষকৈ ছাত্ৰ-সন্থাৰ সভাপতি প্ৰফুল্ল কুমাৰ মহন্ত, সাধাৰণ সম্পাদক ভৃগু কুমাৰ ফুকন আদিৰ লগত আলোচনা কৰি ১৯৮৫ চনৰ ১৪ আগষ্টৰ মাজনিশা অসম চুক্তি সম্পাদন কৰে আৰু এই চুক্তিৰ আধাৰতে শইকীয়া চৰকাৰ আৰু অসম বিধান সভা ভাঙি বছৰটোৰ শেষৰ পিনে নিৰ্বাচন পাতে— য'ত ক্ষমতাসীন হয় অসম আন্দোলন শিবিৰে নকৈ গঠন কৰা অসম গণ পৰিষদ (অ. গ. প.) দল। মুখ্যমন্ত্ৰী হয় অগপৰ সভাপতি প্ৰফুল্ল মহন্ত। মহন্তৰ পিছত ১৯৯১ চনত পুনৰ শইকীয়াৰ নেতৃত্বত কংগ্ৰেছ চৰকাৰ, ১৯৯৬ চনত আকৌ মহন্তৰে নেতৃত্বত চাৰি দলীয় মৰ্চাৰ (চি.পি.আই.চি.পি.এম.কে. ধৰি)

চৰকাৰ, ২০০১ চনত আহিল তৰুণ গগৈ নেতৃত্বাধীন কংগ্ৰেছ আই চৰকাৰ।

এই সুদীৰ্ঘ কালছোৱাত ক্ষমতাৰ ৰাজনীতিৰ পৰা আতৰত থাকিলেও সিংহই বিভিন্ন সময়ত সমাজবাদী কংগ্ৰেছ, এন. চি. পি. আদি দলৰ লগত থাকি সক্ৰিয় বিৰোধীৰ ভূমিকা লৈও আছে। কেন্দ্ৰত ভি. পি. সিং প্ৰধানমন্ত্ৰী থকা কালত তেওঁক মহাৰাষ্ট্ৰৰ ৰাজ্যপালৰ পদবীও যাঁচিছিল, তেওঁ কিন্তু নল'লে। সমাজবাদী কংগ্ৰেছত বহুদিন সভাপতিও আছিল। আজিও যিকোনো সমস্যাত ৰাজ্যখনৰ বহু মানুহে তেওঁৰ পৰামৰ্শ বিচাৰে, হয়তো প্ৰমূল্যবোধৰ ৰক্ষক হিচাপে। এতিয়া কাকতে পত্ৰেও তেওঁ প্ৰায়ে ধাৰাবাহিকভাৱে লিখি আছে, বিভিন্ন সভা সমিতিতো অংশ গ্ৰহণ কৰি আছে। সিংহ কবিও-তেওঁৰ কবিতা ল'ৰালিকালৰ পৰাই কাকতে আলোচনীয়ে ওলাইছে, কবিতাৰ কিতাপো প্ৰকাশ পাইছে। অসমীয়া, ইংৰাজী আৰু বঙলা ভাষাত সলসলীয়াকৈ বক্তৃতা দিব পৰা গুণৰো তেওঁ অধিকাৰী।

কিন্তু সিংহৰ প্ৰচুৰ মেধা, কৰ্মশক্তি আৰু দক্ষতা সত্বেও ৰাজ্যখনৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক ভেটি মজবুত কৰাত এচাম নিস্বাৰ্থ, আদৰ্শবাদী আৰু বাস্তৱবাদী তৰুণ উলিয়াব নোৱাৰাটো তেওঁৰ ব্যৰ্থতা। আজিৰ সুবিধাবাদী ৰাজনীতিত সি সম্ভৱো নহয়। একমাত্ৰ নিৰ্বাচন-সৰ্ব্বচ্চ ৰাজনীতিক আধাৰ কৰি আৰু বৈপ্লৱিক চিন্তাচৰ্চা আৰু কৰ্মপন্থা বাদ দি তেনে কাম সহজো নহয়। ভাৰতত ছিন্ন-ভিন্ন হোৱা এন. চি. পি. তেওঁ আদৰ্শৰ ভিত্তিতে এৰিব পৰা নাই। ক'বলৈ গ'লে প্ৰায় অকলশৰে এই দলটো অসমত তেওঁ সম্প্ৰতি বৰ্তাই ৰাখিছে। অসমত সমস্ত গণতান্ত্ৰিক শক্তিৰ লগত একত্ৰিত কাম নকৰিলে পীড়িত জনসাধাৰণৰ মুক্তিৰ পথ দেখুৱাৰ আশাও দুৰূহ। সিংহই তেওঁলোকৰ লগ লাগিহে নিঃসংগ অনুভৱ কৰিব নালাগিলহেঁতেন। অৱশ্যে ব্যক্তিগত পৰ্য্যায়তো তেওঁ যি আদৰ্শ দেখুৱাই গৈছে, সি নতুন পুৰুষৰ বাবে কিংবদন্তী হৈয়ে থাকিব। মুখ্যমন্ত্ৰী হৈ থকা কালতো তেওঁ ৰাজনীতিৰ বাহিৰলৈ গ'লে চাৰ্কিট হাইছ আদিত নাথাকি স্কুলঘৰত থকা, দিশপুৰতো চৰকাৰী বাসভৱনত সাধাৰণ আচবাবেৰে থকা, মুখ্যমন্ত্ৰীত্ব যোৱাৰ পিছত বাছ, ৰিক্সাৰে ঘূৰি-ফুৰা, আনকি প্ৰদেশ কংগ্ৰেছ সভাপতি হৈ থকা কালত ৰাজ্যৰ স্বাৰ্থ ৰক্ষাৰ হকে দিল্লীত মাত মাতিবলৈ দলে বলে সহকৰ্মীসকলক লৈ যোৱাৰ বাবদ সমস্ত ব্যয় নিজেই কৰিবলগীয়া হোৱাত মাটি-ভেটিও বিক্ৰী কৰিবলগীয়া অৱস্থা কম কথা নহয়। ■

---

জয়কান্ত শৰ্মা এজন বিশিষ্ট লেখক, সমালোচক। শৰ্মাদেৱ বৰ্তমান দৈনিক অসমৰ উপ-সচিব হিচাবে কাৰ্য্য নিৰ্বাহ কৰি আছে। তেওঁ গুৱাহাটী অম্বিকাগিৰি নগৰৰ বাসিন্দা।

# খুৰাৰ সৈতে সৰু সৰু মুহূৰ্ত

■ সুনীতি সোণোৱাল

শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ হিচাপে নহয় পিতৃ বন্ধু হিচাপে, খুৰা হিচাপে মনত পৰা দিনৰে পৰা প্ৰাতঃস্মৰণীয় ব্যক্তিসকলৰ এজন হিচাপে তেখেতৰ নাম জানো বাবে খুৰাৰ সতে পতা সৰু সৰু কথা দুটামান উল্লেখ কৰিব খুজিছো। তেওঁ আজিৰ দিনতো গান্ধীজীৰ সঁচা অনুগামী, ত্যাগী, কৰ্মযোগী, চিন্তাশীল, বাগ্মীবৰ, অসমৰ সীমান্ত প্ৰহৰী, সিংহপুৰুষ আৰু মোৰ বাবে এসাগৰ মৰমৰ ভাণ্ডাৰ, বৰ্তমানৰ ভীষ্ম পিতামহ। এনে বহু বিশেষণেৰে বিভূষিত এইজন ব্যক্তিয়ে কয়— আত্ম প্ৰশংসা মানে আত্ম হত্যা কৰা. সেয়ে কিবা লিখিলেও ভয় জানোচা কিবা আঘাতেই দিওঁ।

সদায় সমাজক লৈ চিন্তিত ব্যক্তিজনে সমাজৰ কাম কৰিবলৈ গৈ কোনোবা জাত্যাভিমানী লোকৰ ঘৰত আহাৰ গ্ৰহণৰ শেষত নিজে কাঁহী-বাতি ধুই থৈ আহিবলগীয়া কথা দেউতাৰ মুখে শুনিছিলো। সেই প্ৰসংগতে লিখিব খুজিছো যে মই মোৰ লিখা উপন্যাস 'আঁহতৰ তলৰ চল কথা' পঢ়িবলৈ দিছিলো। তেখেতে পঢ়ি উঠি এদিন কৈছিল - 'এই জাত-পাতৰ আত্মম্ভৰিতাৰ কথাবোৰ সঁচা। তোমাৰ কিতাপখন খুব ভাল হৈছে খুব Thought Provoking'

তেখেতৰ মতামতি শুনি মোৰ মন আনন্দত নাচি উঠিছিল। তেখেতক ক'লো — 'খুৰা, ঠিক এইখিনি কথাকেই আপুনি লিখি দিব।'

মোৰ ইচ্ছা তেখেতে কোৱা এই দুষাৰি কথা তেখেতৰ হাতৰ আখেৰেৰে লিখি দিলে মোৰ সম্পদৰ বৰপেৰাত সাঁচি থব পাৰিম। কিন্তু তেখেতে বেচ দীঘলকৈ লিখি দিলে, কাকতত প্ৰকাশ হ'ল যি মতামত মোৰ বাবে অমূল্য সম্পদ হৈ ৰ'ল।

তেওঁৰ লিখনিৰ কিয়দংশ তুলি দিলো— 'বিদ্যাৰ পোহৰ নপৰা এখন বড়ো গাৱঁত এখন প্ৰাথমিক স্কুল পাতিব। ছাত্ৰ-ছাত্ৰী যথেষ্ট হ'ব লাগিব। প্ৰতিবেশী হাৰ্চ্চা গাৱঁৰ পৰা ছাত্ৰ-ছাত্ৰী আহিব লাগিব। হাৰ্চ্চাসকলে বড়োৱে কটা তামোল নাখায়, বড়োৰ লগত একে শাৰীতে বহি নেখায়, বড়োৱে পতা স্কুলত হাৰ্চ্চাই পঢ়িবলৈ ল'ৰা-ছোৱালী পঠাবনে?— গভীৰভাৱে অন্তৰ স্পৰ্শ কৰা তদানীন্তন সমাজৰ এনে এক নিৰ্মম প্ৰশ্ন চল কথাই প্ৰক্ষেপ কৰিছে সমাজৰ আত্মম্ভৰি নেতৃত্বলৈ। এয়া এক তীক্ষ্ণ প্ৰত্যাহ্বান। পঢ়ুৱৈ সমাজৰ মনোগ্ৰাহী হ'ব পৰাকৈ গ্ৰন্থখনিয়ে শুভ সমাজৰ চেতনা জাগৃত কৰাত আমাক এখোজ আগুৱাই লৈ যাব পাৰিলেও লেখিকা সুনীতি সোনোৱাল আইতীৰ বিপ্লৱ চিন্তাধাৰা কিঞ্চিৎ হ'লেও সাৰ্থক হ'ব।'

তেখেতৰ এই আশীৰ্বাদ মোৰ জীৱনৰ পাথেয় হ'ব। এইখিনিতে মোৰ প্ৰতি থকা তেখেতৰ অসীম মৰমৰ চানেকিৰূপে সৰু সৰু দুটামান কথা উল্লেখ কৰিব খুজিছো। সেইদিনা আছিল ১৯৯৯ চনৰ ২৩ আগষ্ট। আগতে কৈ থোৱা মতে শ্ৰীযুত দিলীপ হাজৰিকাৰ স'তে মোৰ ঘৰত তেখেত উপস্থিত হৈছিলগৈ। তেখেতসকলক স্বাগতম জনালো। তেখেতে পিছত ক'লে— নিৰ্বাচনৰ সময়ত তোমাৰ সহায়-সহযোগ বিচাৰিছো।

উত্তৰত কৈছিলো— সাধ্যানুযায়ী সহায় কৰিম বুলি। কিন্তু পিছত যিষাৰ কথা ক'লে তাত মোৰ চকু কপালত উঠিল। মই ক'লো— মোৰ কাৰণে আজিৰ দিনটো Red letter day। সেয়ে আজিও এই তাৰিখটো মোৰ মনত আছে, মই কিন্তু কতো লিখি থোৱা নাই। খুৰাই বিচৰা সহায়-সহযোগৰ উত্তৰ দিয়াটো মোৰ বাবে কিন্তু বৰ সহজ কথা নাছিল।

দুদিনমান পিছত তেখেতে মোৰ উত্তৰ বিচাৰিছিল মই তেতিয়া ওলোটাই সুধিছিলো 'খুৰা মই কি কৰাটো আপুনি বিচাৰে?'

"সহযোগ কৰাটো। কাৰণ মই তোমাৰ সদায়েই কল্যাণ বিচাৰো। ইয়াৰ অৰ্থ এইটো নহয় যে নিৰ্বাচনত জিকিবাই। হাৰিলেও তোমাৰ কল্যাণেই হ'ব।"

সেয়া মোৰ প্ৰতি থকা তেখেতৰ অসীম মৰমৰ চানেকি। আৰু এটা কথালে আহো।

এদিন মোৰ বান্ধৱী এগৰাকীয়ে তেখেতক মোলৈ আঙুলিয়াই ক'লে— 'ছাৰ,

আপুনি তাইক মতাৰ দৰে মোকো তুমি বুলি সম্বোধন কৰিব।

ময়ো লগতে যোগ দিলো— মোক মতাৰ দৰে 'মা' বুলিও মাতিব।

তেখেতে ৰগৰ কৰি ক'লে— মোৰ যে তেতিয়া বহুত 'মা' হ'ব। বহুত মা হ'লে অসুবিধা হ'বই। এজনী মাই ভাল।

বান্ধৱী ক'লে— 'মা' বুলি মাতিব নালাগে, তুমি বুলি মাতিলেই হ'ব বুলি ক'লে।

মোৰ এই সম্বোধনৰ লগত কোনো অংশীদাৰ হোৱাগৈ নাই।

মোৰ দেউতা-মা ঢুকোৱাৰ পিছৰে পৰা এই এজন ব্যক্তি আছে যাৰ পৰা মোৰ আজি এই বয়সলৈকে সৰু ছোৱালীৰ দৰে 'মা' সম্বোধন লাভ কৰাৰ সৌভাগ্য ঘটিছে আৰু মই মোৰ আজীৱন যেন তেখেতৰ এই সম্বোধন শুনি থাকো এয়ে ভগৱানৰ ওচৰত প্ৰাৰ্থনা।

তেখেত এগৰাকী মহান কৰ্মযোগী। কৰ্মই তেখেতৰ জীৱন, কৰ্মই তেখেতৰ ধৰ্ম। কাম নোহোৱাকৈ এক মুহূৰ্তও থাকিব নোৱাৰে। তেখেতে আমাক কৈয়েই থাকে, 'কিবা এটা হ'লেও কাম কৰি থাকিব লাগে। কোনো কামৰে ফলাফলৰ কথা আগতীয়াকৈ ভাবিব নেলাগে। তৎকালীনভাৱে দেখাত সেই কামৰ সুফল নেপাবও পাৰা, কিন্তু এদিন হ'লেও তাৰ সুফল পোৱা যাবই। একো কাম কৰিবলৈ নেথাকিলে বা কৰিব নোৱাৰিলে গাঁত এটা হ'লেও খান্দা আৰু পোতা, আৰু খান্দা আৰু পোতা। এদিন সেই শ্ৰমৰো মূল্যায়ন হ'ব। সেই খান্দি থোৱা গাঁতত গছ এজোপা ৰুব পৰা হ'ব।'

কিছুদিনৰ আগৰ কথা। খুৰাই কিবা কাকতত চহী কৰি আছিল। ওচৰত আমি বহি আছিলো। লগত ধেমালি কৰি কিবা কিবি কৈ আছিল। চহী কৰাৰ শেষত ক'লে— মই যেন জীৱনৰ শেষ মুহূৰ্তলৈ এইদৰে কাম কৰি যাব পাৰো। যমদূত আহি ওচৰত থিয়া হ'লেহিও যেন ক'ব পাৰো- এক চেকেণ্ড ৰবাচোন মোৰ শেষ চহীটো মাৰি লওঁ।

তেখেত যে কৰ্মযোগী এই কথাৰ পিছত নিশ্চয় আৰু ব্যাখ্যাৰ আৱশ্যক নাই।

অল্পভোগী তেখেত। এদিন তেখেতক ভাত পৰিবেশন কৰাৰ সৌভাগ্য ঘটিছিল।

আৰু অলপ দিওনে খুৱা বুলি সোধোতে কৈছিল হাঁহি হাঁহি ঃ হ'ব মা, আৰু নেলাগে। মইতো তোমালোকৰ ভাগৰহে খাই আছো— মোৰ কোঠা কেতিয়াবাই শেষ হ'ল।

মোৰ চকু চলচলীয়া হৈ উঠিছিল। সমাজত নাৰীৰ মৰ্যাদা, নাৰীৰ সন্মানৰ কথাত তেখেত অতি সচেতন। এন.চি.পি.ৰ মহিলা শাখাত তেখেতে সদায় উপদেশ দিয়ে নাৰীৰ নিজৰ মৰ্যাদা, নাৰীৰ সন্মান ৰক্ষাৰ বাবে, নাৰী সবলীকৰণৰ বাবে সজাগতাৰ কিমান প্ৰয়োজন। নাৰী কোনো পণ্য দ্ৰব্য নহয় যে নাৰীৰ ইচ্ছাৰ বিৰুদ্ধে সমাজত প্ৰচলিত কন্যাদানৰ দৰে প্ৰথা চলি থাকিব। সময় লাগিব সেই ভাব আঁতৰাবলৈ, কিন্তু তাৰ বাবে সজাগতা তথা প্ৰচেষ্টা অব্যাহত থাকিব লাগিব।

খুৰাৰ ওচৰত লাভ কৰা এই সৰু সৰু মুহূৰ্তবোৰ মোৰ বাবে মনৰ মণিকোঠাত সাঁচি থব পৰা অমূল্য ৰত্ন। তেখেতৰ সুস্বাস্থ্য আৰু সুদীৰ্ঘ জীৱনৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো। ■

---

(লেখিকা সুনীতি সোনোৱাল এগৰাকী বিদুষী মহিলা আৰু বিশিষ্টা লেখিকা। ইতিমধ্যে তেখেতৰ কাপৰ পৰা কেইবাখনো গ্ৰন্থ প্ৰকাশ পাইছে। তেখেতে বৰ্তমান গুৱাহাটী উচ্চ ন্যায়ালয়ত অধিবক্তা হিচাপে সুখ্যাতিৰে কাৰ্য্যনিৰ্বাহ কৰি আছে। বিশেষকৈ পৰিয়াল কোৰ্টৰ অধিবক্তা হিচাবে দুখীয়া সহায়হীন মহিলাক আইন সাহায্য প্ৰদান কৰি সমাজৰ উপকাৰ সাধি আছে। তেখেত বিশিষ্টা শিক্ষাবিদ, প্ৰাক্তন বিধায়ক, সাংসদ আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত সীতা নাথ ব্ৰহ্ম চৌধুৰীৰ সুযোগ্যা কন্যা আৰু গুৱাহাটীৰ ৰাধা গোবিন্দ বৰুৱা পথৰ নয়নপুৰৰ বাসিন্দা)।

# জননেতা শৰৎ চন্দ্ৰ সিংহ

■ ড° নিশিপদ দেৱ চৌধুৰী

অসমৰ জননেতা শ্ৰী শৰৎ চন্দ্ৰ সিংহদেৱ বহুমুখী প্ৰতিভাসম্পন্ন এগৰাকী স্বনামধন্য লোক। তেখেত ৯১ বছৰ বয়সতো কৰ্মৰ ক্ষেত্ৰত এগৰাকী চফল ডেকা। বাৰ্ধক্যই তেখেতক চুব পৰা নাই। মনটো ডেকা হৈয়ে আছে। নিৰৱচ্ছিন্নভাৱে দেশৰ উন্নতি সধা আৰু ৰাইজক সেৱা কৰা কাৰ্যত সৰ্বদায় ব্যস্ত। শাৰীৰিক অসুস্থতাৰ সময়ৰ বাহিৰে তেখেতে ঘৰত জিৰণি নলয়। দেশৰ উন্নতি আৰু ৰাইজক সেৱা কৰাৰ বাবে নিজৰ জীৱন উছৰ্গা কৰা লোক সিংহদেৱৰ বাহিৰে দেখা নাই।

গুৱাহাটী জ্যেষ্ঠ নাগৰিক সন্মিলনৰ ফালৰ পৰা ৯০ বছৰ অতিক্ৰম কৰা গুৱাহাটীৰ জ্যেষ্ঠ নাগৰিকক সম্বৰ্ধনা জনোৱা হয়। এই বছৰ জননেতা শ্ৰীশৰৎ চন্দ্ৰ সিংহদেৱক ধৰি কেইগৰাকীমান বয়োজ্যেষ্ঠ নাগৰিকক সম্বৰ্ধনা জনোৱাৰ বাবে সিদ্ধান্ত লোৱা হয়। সাধাৰণ সম্পাদক শ্ৰী ধীৰেন্দ্ৰ নাথ চক্ৰবৰ্তীয়ে গুৱাহাটী জ্যেষ্ঠ নাগৰিক সন্মিলনৰ সিদ্ধান্ত সিংহদেৱক অৱগত কৰিবলৈ আৰু সম্বৰ্ধনা অনুষ্ঠানৰ দিনাখন তেখেতক লৈ যোৱাৰ দায়িত্ব আমাৰ ওপৰত অৰ্পণ কৰিলে। লগতে তেখেতক মুকলি সভাত ৰাইজৰ আগত পৰিচয় কৰি দিবলৈও দায়িত্ব দিয়া হয়।

শ্ৰীসিংহদেৱ বেলতলাৰ মোৰ ঘৰৰ ওচৰতে নিগাজিকৈ বহু বছৰৰ পৰা বসতি কৰি আছে। কেইদিনমান গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ হাস্পতালত থাকি সুস্থ হৈ আহি ঘৰত আছে। শাৰীৰিক দুৰ্বলতাৰ কাৰণে দুদিনমান জিৰণি লৈছে। ঘৰলৈ গৈ তেখেতক লগ পালো। গুৱাহাটী জ্যেষ্ঠ নাগৰিক সন্মিলনে তেখেতক সম্বৰ্ধনা জনাবলৈ লোৱা সিদ্ধান্তৰ কথা অৱগত কৰাত তেখেতে প্ৰত্যাখ্যান কৰিলে। আমি যথেষ্ট চেষ্টা কৰিও সন্মতি ল'ব নোৱাৰিলো।

বৰ্তমান অসমত সম্বৰ্ধনা লোৱাৰ প্ৰতি বহুলোক আগ্ৰহী। বহুতে আকৌ ৰাষ্ট্ৰীয় বা ৰাজ্যিক পৰ্যায়ৰ উপাধি বা সন্মানৰ বাবে বিভিন্ন সূত্ৰৰ মাধ্যমেৰে প্ৰচেষ্টা চলাই কৃতকাৰ্য হোৱাও দেখা যায়। কিছুমানে আকৌ বুজন পৰিমানৰ আৰ্থিক অনুদান দি কোনো অনুষ্ঠান-প্ৰতিষ্ঠাৰ পৰা সন্মান লাভ কৰাৰ দৃষ্টান্ত পোৱা যায়। বাতৰি-কাকতত নাম প্ৰচাৰ কৰাই হ'লেও নিজে এগৰাকী বিশিষ্ট বুদ্ধিজীৱী হিচাপে সমাজত স্থান লাভ কৰিবলৈ সক্ষম হয়। এনেকুৱা এচাম বুদ্ধিজীৱী আছে তেওঁলোকে নিজাববীয়াকৈ ধন খৰচ কৰি হ'লেও সমিতি গঠন কৰি সেই সমিতিৰ জৰিয়তে সম্বৰ্ধনা গ্ৰন্থ প্ৰকাশ কৰি ৰাজহুৱা ভাৱে সম্বৰ্ধনা লোৱাৰ দৃষ্টান্ত বিৰল নহয়। এনেকুৱা ৰাজহুৱা ভাৱে সম্বৰ্ধনা বা উপাধি গ্ৰহণ কৰি খ্যাতি আৰ্জি সমাজত প্ৰভাৱ বিস্তাৰ কৰাই হৈছে তেওঁলোকৰ উদ্দেশ্য। তেনেকৈ তেওঁলোকে সমাজত স্বীকৃতি লাভ কৰে। স্বীকৃতি লাভ কৰিবলৈ তেওঁলোকে বিভিন্ন প্ৰথা অৱলম্বন কৰিবলগীয়াও হয়। তেনেকুৱা ক্ষেত্ৰত সিংহদেৱে গুৱাহাটী জ্যেষ্ঠ নাগৰিক সন্মিলনৰ নিচিনা প্ৰস্তাৱমূলক সম্বৰ্ধনা দিবলৈ লোৱা সিদ্ধান্তক প্ৰত্যাখ্যান কৰা বাবে মোৰ মূৰ সিংহদেৱৰ ওচৰত দো খাই গ'ল।

সিংহদেৱে কৈছিল মই বুঢ়া নহয়। ৯১ বছৰীয়া চফল ডেকা। কথা প্ৰসংগত কৈছিল তেখেতে হেনো হস্পিতালৰ পৰা আহিয়ে ডিব্ৰুগড়লৈ গৈছিল। ডিব্ৰুগড়ৰ পৰা ঘূৰি আহি পাইছেহে। বৰ্তমানো তেখেতে ডেকাৰ নিচিনাকৈ ৰাইজৰ সেৱা আৰু দেশৰ উন্নতিৰ অৰ্থে অহৰহ কৰ্ম কৰি আছে। বাইদেউ (শ্ৰীমতী সিংহ), সিংহ ছাৰ আৰু মই তিনিও ভালেমান সময় কথা পাতিলো। চাহ খাই তেখেতৰ পৰা বিদায় ললো। ঘূৰি আহোতে সিংহ চাৰে কোৱা কথাখিনি মোৰ মনলৈ আহিল। সিংহদেৱে হেনো সম্বৰ্ধনা লোৱাৰ যোগ্য ব্যক্তি নহয়। দেশৰ উন্নতি সধা আৰু শান্তি বিৰাজ কৰাৰ প্ৰতিহে তেখেত আগ্ৰহী। তেখেতে জীৱনত সম্বৰ্ধনা লোৱা নাই আৰু ভবিষ্যতেও সম্বৰ্ধনা নলয়। তেখেতে কৈছিল 'মই আৰু কিমান দিন থাকিম? দেশৰ আৰু জনতাৰ হিতৰ বাবে বহু কৰিবলগীয়া আছে। সেই অসম্পূৰ্ণ কামখিনি সম্পূৰ্ণ কৰিবলৈ উত্তৰ পুৰুষলৈ মোৰ আহ্বান আছে। তেওঁলোকে আগবাঢ়ি আহক।' তেখেতৰ আদৰ্শ আৰু প্ৰেৰণা লৈ উত্তৰ পুৰুষে দেশৰ শান্তি আৰু উন্নতিৰ হকে কাম কৰক এয়া হৈছে সিংহদেৱৰ মতবাদ। সেয়ে তেখেতে জ্যেষ্ঠ নাগৰিক সন্মিলনৰ সভাত উপস্থিত থাকি তেখেতৰ আদৰ্শৰ কথা ক'বলৈ সুযোগ পাব বুলি কৈছিলো। মই গাড়ীৰে লৈ যোৱাৰ কথা কোৱাত তেখেতে কৈছিল সভাস্থলী জিলা পুথিভঁৰালৰ প্ৰেক্ষাগৃহলৈ তেখেতে নিজাববীয়াকৈ আহিব। তেখেতৰ সভা এখন হেনো উজান বজাৰত থকা বিষ্ণু-নিৰ্মলা ভৱনত আছে। তাৰ পৰা তেখেতে পোনে পোনে আহিব।

সিংহদেৱে হেনো কাহানিও সম্বৰ্ধনা লোৱা নাই। অৱশ্যে সভা-সমিতিলৈ গ'লে গামোচা বা মালা পিন্ধাই আদৰণি জনালে গ্ৰহণ কৰে। সিংহদেৱৰ নিচিনা ব্যক্তিত্বশালী লোক বিৰল।

সিংহদেৱ সময়ৰ প্ৰতি অতি সচেতন। এক মুহূৰ্তও তে.খতে অবাৱত খৰচ নকৰে। দক্ষিণ বেলতলা হাইস্কুলৰ খেল পথাৰত অনুষ্ঠিত কৰা বিগত বহাগী সন্মিলনলৈ সিংহদেৱক মুকলি সভাৰ মুখ্য অতিথি হিচাপে নিমন্ত্ৰণ কৰিছিল। নিৰ্দিষ্ট সময়ৰ কিছু আগতে তেখেতে ঘৰৰ পৰা ওলাইছে। মই তেখেতক দেখি গাড়ী ৰখাই ক'লৈ যাব সুধিলো। একে ঠাইলৈ দুয়ো ওলাইছো। ছাৰক মোৰ গাড়ীত এক প্ৰকাৰ জোৰ কৰিয়ে লৈ গলো। সাংস্কৃতিক অনুষ্ঠান আৰু বঁটা-বিতৰণী সভা গধূলি ৬-৩০ বজাৰ পৰা হোৱাৰ কথা। আমি গৈ দেখো যে প্ৰেক্ষাগৃহত কোনো দৰ্শক নাই। উদ্যোক্তাসকল বিভিন্ন কামত ব্যস্ত আছে। আমাক দেখি ৰাজিন ৰাভাকে ধৰি কেইজনমানে আথে-বেথে প্ৰেক্ষাগৃহত বহুৱালে। ইতিমধ্যে ড° যোগেন্দ্ৰ নাথ ফুকন উপস্থিত হৈছিল। আমি তিনিওজনে কথা পাতি আছো। সাত বাজিবৰ হ'ল। তেতিয়াও প্ৰেক্ষাগৃহত দৰ্শক নাই। ছাৰে ক'লে, তেখেতক ৭-৩০ বজাত থৈ আহিব লাগে। তেখেতে সময়ৰ প্ৰতি সচেতন। নিশা আঠ বজাত তেখেতে নিশাৰ আহাৰ গ্ৰহণ কৰি ৮-৩০ বজাত বিছনাত শোৱে। ইতিমধ্যে উদ্যোক্তাসকলে চাহ লৈ আহিল। ছাৰক ঠিক ৭-৩০ বজাত মই ঘৰত থৈ আহিলো। সময়ৰ প্ৰতি গুৰুত্ব দিয়া আৰু সভা-সমিতিত সময়মতে উপস্থিত থকা ৰাজনৈতিক নেতাসকলৰ ভিতৰত সিংহদেৱ আৰু হিতেশ্বৰ শইকীয়াদেৱক পাইছো। সময়ৰ প্ৰতি সচেতন থকা এই দুগৰাকী ৰাজনৈতিক নেতা...।

কলকাতাত থকা অসমীয়া প্ৰবাসী শিল্পী হেমন্ত মিশ্ৰ এগৰাকী সৰ্বভাৰতীয় মানদণ্ডৰ চিত্ৰ শিল্পী। তেখেতৰ চিত্ৰ কলা দেশ-বিদেশত প্ৰদৰ্শিত হৈ ভূয়সী প্ৰশংসা লাভ কৰাটো অসমৰে গৌৰৱ। গুৱাহাটীত তেখেতৰ চিত্ৰ কলাৰ প্ৰদৰ্শনী এখন ভাগৱতীপ্ৰসাদ বৰুৱা ভৱনত থকা কলা বীথিকাত কৰিবলৈ ব্যৱস্থা কৰা হয়। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী আছিল শ্ৰী শৰৎ চন্দ্ৰ সিংহ। প্ৰদৰ্শনী উদ্বোধন কৰিবলৈ সিংহদেৱক নিমন্ত্ৰণ জনোৱা হ'ল। নিৰ্দিষ্ট সময়ৰ আগতে সিংহ দেৱ উপস্থিত হ'ল। উদ্যোক্তাসকলে নিৰ্দিষ্ট সময়ৰ আগতে মুখ্যমন্ত্ৰী উপস্থিত হ'ব পাৰিব বুলি ভবাই নাছিল। সকলোৱে দৌৰা দৌৰি কৰি প্ৰদৰ্শনীৰ দ্বাৰৰ ফিটা কাটিবলৈ সিংহদেৱক আনুষ্ঠানিকভাৱে নিমন্ত্ৰণ জনালে। প্ৰদৰ্শনী উদ্বোধন কৰা ভাষণত সিংহদেৱে চিত্ৰ-কলা সম্বন্ধে অজ্ঞ বুলি কৈ এনেকুৱা তত্বগধুৰ ভাষণ দিছিল যিটো মই আজিও পাহৰিব পৰা নাই। সিংহদেৱে যে অধ্যয়নপুষ্ট তাক তেখেতৰ ভাষণটোৰ পৰা উপলব্ধি কৰিব পাৰিছো।

মই অসমৰ ঐতিহাসিক প্ৰত্নতত্বৰ ওপৰত গবেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰি ১৯৭৪ চনৰ পৰা আমাৰ পৰিয়ালৰ পুস্তক প্ৰতিষ্ঠান পাঠশালাৰা বাণী প্ৰকাশত আছিলো। সিংহদেৱ তেতিয়া অসমৰ মুখ্যমন্ত্ৰী আৰু হিতেশ্বৰ শইকীয়াদেৱ শিক্ষামন্ত্ৰী। শিক্ষামন্ত্ৰী হিচাপে হিতেশ্বৰ শইকীয়াদেৱক সম্বৰ্ধনা জনাবলৈ পাঠশালাৰ হৰিখ্যাত এখন সভা আহ্বান কৰা হৈছিল। পাটাছাৰকুছিৰ থানাৰ পৰা তেখেতৰ আগমনৰ খবৰ কৰি মোক তাৰ পৰা লৈ আহিবলৈ দায়িত্ব দিছিল। মই গৈ থানাত খবৰ কৰোতে জানিলো শিক্ষামন্ত্ৰী ইতিমধ্যে পাঠশালা পাইছে। মই ঘূৰি আহি দেখো যে শইকীয়াদেৱ নিৰ্দিষ্ট সময়ৰ পূৰ্বে সভাস্থলত উপস্থিত হৈছে। সভা শেষ হোৱাৰ পিছত তেখেতে মোক ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়লৈ লৈ গ'ল। হিতেশ্বৰ শইকীয়াদেৱৰ পাঠশালা ভ্ৰমণৰ কেইদিনমান পাছত প্ৰকাশন গোষ্ঠীৰ ফালৰ পৰা এটা সঁজাতি দলে মুখ্যমন্ত্ৰীক সাক্ষাৎ কৰাৰ কথা। সঁজাতি দলটোত আমিও অন্তৰ্ভুক্ত। সঁজাতি দলত যাওঁতে শৰৎ চন্দ্ৰ সিংহদেৱক মই ঘনিষ্ঠভাৱে লগ পোৱাৰ সৌভাগ্য হৈছিল। তেখেতে স্মাৰক-পত্ৰখন পঢ়ি চাই আমাৰ লগত আলোচনা কৰি সেইখন শিক্ষামন্ত্ৰী শইকীয়াদেৱৰ হাতত দিয়াৰ কথা ক'লে। মুখ্যমন্ত্ৰীদেৱৰ উপদেশমৰ্মে আমি শইকীয়াদেৱৰ কোঠালৈ গ'লো। তেখেতে আমাক বহিবলৈ কৈয়ে পিয়নজনক চাহ আনিবলৈ ক'লে। স্মাৰক-পত্ৰখন পঢ়ি আমাৰ সৈতে আলোচনাও কৰিলে। মন্ত্ৰীৰ কোঠাত চাহ খোৱাৰ অভিজ্ঞতা সেইদিনাই মোৰ প্ৰথম আছিল। মুখ্যমন্ত্ৰী আৰু শিক্ষামন্ত্ৰী দুয়োগৰাকীৰ ব্যৱহাৰে মোক অভিভূত কৰিছিল।

১৯৭৬ চনত মই ৰাজ্যিক প্ৰত্নতত্ব আৰু সংগ্ৰহালয়ত এগৰাকী বিষয়া হিচাপে নিযুক্তি পাওঁ। ইতিমধ্যে নিখিল ভাৰতীয় কংগ্ৰেছ মহাসভাৰ পূৰ্ণাংগ অধিৱেশনৰ বেলতলাৰ জবাহৰ নগৰত প্ৰস্তুতিৰ কাম আৰম্ভ হৈছে। এদিন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহদেৱ আমাৰ অফিচলৈ আহিল। লগত আনকি তেখেতৰ গা-ৰক্ষীও নাই। মোৰ সৈতে সংগ্ৰহালয়টো চালে। ইতিমধ্যে আমাৰ বিভাগৰ সঞ্চালক গুণীন্দ্ৰ নাথ ভূঞা, ড° ৰবীন দেব চৌধুৰী আছিল। সংগ্ৰহালয়টো সৌন্দৰ্যবৰ্ধন কৰিবলৈ কি কি বস্তুৰ অভাৱ এখন তালিকা বিচাৰিলে। আমি বিজুলী বাতি, গেলাৰী-বীথিকাসমূহ, বাগিচা, সংগ্ৰহালয় ভৱনটো ৰং কৰা আৰু সংগ্ৰহালয় সজোৱা কোঠাটো পকী কৰাৰ কথা ক'লো। তেখেতে আঁচনি এখন প্ৰস্তুত কৰি জৰুৰীভাৱে দাখিল কৰিবলৈ উপদেশ দিলে।

প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে গুৱাহাটীলৈ আহোতে হেনো এবাৰ নিৰ্দিষ্ট প্ৰগ্ৰেম নোহোৱাকৈয়ে সংগ্ৰহালয়ত সোমাই সংগ্ৰহালয়টো চাইছিল। সেয়ে কংগ্ৰেছ মহাসভাৰ অধিৱেশনত উপস্থিত হ'বলগীয়া বিশিষ্ট অতিথিসকলে সংগ্ৰহালয় দৰ্শন কৰিব পাৰে বুলিয়ে আগতীয়াকৈ সিংহদেৱে সংগ্ৰহালয়ৰ শোভাবৰ্ধনৰ ওপৰত বিশেষভাৱে গুৰুত্ব

দিছিল। মুখ্যমন্ত্ৰী সিংহদেৱৰ বাবে অসম ৰাজ্যিক সংগ্ৰহালয় বিভাগটোৰ যথেষ্ট উন্নতি হৈছিল।

সিংহদেৱ অতি মিতব্যয়ী। জনসাধাৰণৰ পৰা সংগৃহীত প্ৰতিটো টকা পৰিকল্পনাৰ মাজেৰেহে খৰচ হোৱাটো বিচাৰে। নিজৰ ঘৰুৱা জীৱনতো তেখেত মিতব্যয়ী। আনকি নিজৰ ছোৱালীৰ বিয়াত নিৰ্দিষ্ট সংখ্যক মানুহক নিমন্ত্ৰণ জনাইছিল। ছোৱালীক বিয়া দিওঁতে সা-সম্পত্তি দিয়া নাছিল। বাইদেৱে লগ পালে এইবোৰ কথাও মোক কয়। বহু মন্ত্ৰী আছে যিসকলে বিবাহ দিন বৰ ধুমধামেৰে অনুষ্ঠিত কৰাৰ দৃষ্টান্ত আছে। মন্ত্ৰীৰ নিজৰ বা ল'ৰা-ছোৱালীৰ বিয়া লাখ লাখ টকা খৰচ কৰি পতাৰ নজিৰ এই অসমতে পোৱা যায়।

কেইবছৰমান আগতে প্ৰাতঃ ভ্ৰমণলৈ যাওতে বাইদেউক লগ পাওঁ। বাইদেউ অতি সৰল আৰু মৰমিয়াল। বাইদেউ বা ছাৰৰ অসুখ বুলি শুনিলে মই খবৰ কৰিবলৈ কেতিয়াবা কেতিয়াবা যাওঁ। মই গ'লে বাইদেৱে বৰ ভাল পায়। দুয়ো কিন্তু চাহ নোখোৱাকৈ মোক কেতিয়াও আহিবলৈ নিদিয়ে। বাইদেউৰ মনটো বৰ খোলা। ছাৰে হেনো ঘৰৰ কথা একেবাৰে চিন্তা নকৰে। ঘৰত কিবা আছে নে নাই, ঘৰ কেনেকৈ চলে ইত্যাদি লৈ ছাৰৰ ভ্ৰূক্ষেপ নাই। ৰাইজৰ কামতহে সৰ্বদায় ব্যস্ত। দেশৰ সৰ্বাংগ উন্নতিৰ প্ৰতিহে অহৰহ চিন্তা কৰি থাকে হেনো। মাজে সময়ে ছাৰক চিটি বাছত থিয়হৈ যোৱা লগ পাওঁ। এই বয়সত ছাৰে থিয় হৈ গ'লে আমাৰ ভাল নালাগে। মই বহা চিটটো এৰি দিলেও ছাৰে নবহে। ছাৰক এদিন মাথোন বৰ জোৰকৈ মোৰ চিটটোত বহুৱাইছিলো। আজি কেইবছৰমানৰ পৰাহে ছাৰক পাৰ্টিৰ ফালৰ পৰা গাড়ী এখন দিছে। অকল পাৰ্টিৰ কামৰ বাবেহে ছাৰে সেই গাড়ীখন ব্যৱহাৰ কৰে।

মানবেন্দ্ৰ শৰ্মাৰ সৈতে কেইবছৰমান আগতে এদিন মই নলবাৰীলৈ যাবলগীয়া হৈছিল এটি বিশেষ ব্যক্তিগত কাৰণত। শৰ্মাৰ সৈতে কথা পাতোতে ছাৰৰ কথা ওলাইছিল। শৰ্মাৰ বক্তব্য আছিল পাৰ্টিৰ কামৰ বাবে হেনো ছাৰে জীৱনটো উৰ্ছগা কৰিছে। পাৰ্টিৰ কামলৈ ট্ৰেইনেৰে যাওতে কেতিয়াবা ট্ৰেইন কেইবা ঘণ্টাও পলমকৈ আহিলে নিশাটো প্লেটফৰ্মৰ বেঞ্চতে ছাৰে হেনো শুই থাকে। কামৰ হেঁচাত দিনত হেনো নোখোৱাকৈয়ে দিনটো পাৰ কৰি দিয়া উদাহৰণ বিৰল নহয়। ছাৰৰ দৰে নিস্বাৰ্থভাৱে দেশৰ উন্নতিৰ হকে কাম কৰা মানুহ মই দেখা নাই। বৰ্তমান যুগত সুবিধাবাদী আৰু স্বাৰ্থপৰ লোকেৰে দেশ ছানি ধৰিছে।

মুখ্যমন্ত্ৰীৰ গাদী ত্যাগ কৰা সময়ত ছাৰে চুটকেচটো হাতত লৈ খোজকাঢ়ি গৈ ঘৰ পাইছিল। এনেকুৱা গান্ধীবাদী নেতা ভৱিষ্যতো পোৱা নাযাব। ছাৰে উচ্চ শিক্ষা লবলৈ কটন কলেজলৈ আহিছিল। তাৰ পৰা বিজ্ঞানত স্নাতক ডিগ্ৰী লাভ কৰে।

বেনাৰসলৈ গৈ বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা আইনৰ স্নাতক ডিগ্ৰী লাভ কৰে। চাপৰ হাইস্কুলত তেখেতে প্ৰধান শিক্ষক হিচাপে কৰ্ম জীৱন আৰম্ভ কৰে।

১৯৪৬ চনত হোৱা সাধাৰণ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি বিপুল ভোটত জয়ী হৈ বিধানসভাৰ সদস্য নিৰ্বাচিত হয়। তেখেত আছিল অসম বিধান সভাৰ বয়সৰ ক্ষেত্ৰত কণিষ্ঠ এম.এল.এ.।

ৰাজ্য পুনৰ গঠনৰ (State re-organisation) সময়ত গোৱালপাৰা জিলাক অসমৰ পৰা কাটি নি পশ্চিমবঙ্গৰ অন্তৰ্ভূক্ত কৰিবলৈ লোৱা পৰিকল্পনাৰ সময়ত শ্ৰীসিংহদেৱৰ নেতৃত্বত গঢ়ি উঠা আন্দোলনে গোৱালপাৰা জিলাক অসমৰ পৰা পৃথক কৰিব নোৱাৰিলে। অসমৰ অবিচ্ছেদ্য অংগ হিচাপে অবিভক্ত গোৱালপাৰা জিলা অসমৰ সৈতে থাকিল সিংহদেৱে লোৱা সফল নেতৃত্বৰ বাবে। কোচ বিহাৰকে ধৰি উত্তৰবঙ্গৰ অধিবাসীসকল অসমীয়া সমাজ আৰু সংস্কৃতিৰ প্ৰভাৱেৰে পৰিপুষ্ট। সেয়ে তেখেতে উত্তৰবঙ্গ অসমৰ অন্তৰ্ভূক্ত কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেখেতৰ নেতৃত্বত আন্দোলনৰ কাৰ্যসূচী হাতত লৈছিল। এই সম্পৰ্কে পশ্চিমবঙ্গ চৰকাৰৰ সৈতে আলোচনা কৰিবলৈ তেখেতে কলকাতালৈও গৈছিল। কিন্তু সফল হ'ব নোৱাৰিলে।

স্বাধীনতাৰ পূৰ্বে অসমত কোৰ্ট-কাছাৰীকে ধৰি স্কুলসমূহৰ মাধ্যম হিচাপে বঙালী ভাষাৰ প্ৰচলন আছিল। ভাষা আন্দোলনৰ সময়ত বিশেষকৈ অবিভক্ত গোৱালাপাৰা জিলাত অসমীয়া ভাষা প্ৰয়োগৰ ক্ষেত্ৰত সিংহদেৱৰ ভূমিকা স্মৰণীয়। এই ভাষা আন্দোলনে বঙালী ভাষাৰ পৰিবৰ্তে অসমীয়া ভাষা প্ৰয়োগৰ ক্ষেত্ৰত কৃতকাৰ্যতা লাভ কৰে।

অসমৰ মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীৰ পিছতে শ্ৰী শৰৎ চন্দ্ৰ সিংহদেৱে ১৯৭১ চনত অসমৰ মুখ্যমন্ত্ৰী হয়।

১৯৭১ চনত তেখেতে শ্বিলঙৰ পৰা অসমৰ ৰাজধানী দিশপুৰলৈ স্থানান্তৰ কৰাৰ বাবে অসমীয়াই চিৰদিন মনত ৰাখিব। তেখেতে অতি কম দিনৰ ভিতৰত দিশপুৰত অস্থায়ীভাৱে হ'লেও অসমৰ নিজস্ব ভূমিত ৰাজধানী পাতি শ্বিলঙৰ পৰা ৰাজধানী দিশপুৰলৈ স্থানান্তৰিত কৰি অনা কাৰ্য প্ৰতিজন অসমবাসীৰ বাবে প্ৰশংসনীয়।

১৯৭৬ চনত নিখিল ভাৰতীয় কংগ্ৰেছ মহাসভাৰ অধিবেশন বেলতলাৰ জৱাহৰ নগৰত অনুষ্ঠিত হয়। সিংহদেৱে জৱাহৰ নগৰ আৰু দিশপুৰ কংগ্ৰেছ অধিবেশনৰ সময়ত নতুন পৰিকল্পনাৰে অস্থায়ীভাৱে হ'লেও সজাই উলিয়াইছিল।

# জীৱন আৰু কৃতি

প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে জাৰি কৰা জৰুৰী অৱস্থাৰ সময়ত তেখেতে গুৱাহাটীৰ পাণবজাৰ, ফাঁচী বজাৰ, পল্টন বজাৰ, মাছখোৱাকে ধৰি আটাইবোৰ ঠেক ৰাস্তা বহল কৰি নগৰখনৰ বজাৰসমূহৰ ঠেক ৰাস্তাসমূহ বহলায়। অকল গুৱাহাটীয়েই নহয়, অসমৰ সকলোবোৰ হাট-বজাৰকে সামৰি পথসমূহ বহল কৰি উলিয়ায়। পথসমূহ বহল কৰাৰ ফলত যান-বাহনকে ধৰি মানুহক যাতায়াতৰ বাবে সুবিধা কৰি দিয়ে। তেখেতে মুখ্যমন্ত্ৰী হৈ থাকোতে নগৰ পৰিকল্পনা বিভাগৰ হতুৱাই গুৱাহাটী নগৰ হিচাপে উন্নতি সাধিবলৈ পৰিকল্পনা হাতত লৈছিল।

মুখ্যমন্ত্ৰী হিচাপে শ্ৰী সিংহদেৱে অসমত ঔদ্যোগীকৰণৰ প্ৰচেষ্টা হাতত লয়। তেখেতৰ সময়তে যোগীঘোপাৰ কাগজ কলকে ধৰি বহু উদ্যোগ, প্ৰতিষ্ঠান স্থাপন কৰে। পৰৱৰ্তী কালত অসমত হোৱা বিদেশী বিতাৰণ আন্দোলনৰ চুক্তি অনুসৰিহে একমাত্ৰ নুমলীগড় ৰিফাইনেৰী স্থাপিত হয়। একমাত্ৰ নুমলীগড় ৰিফাইনেৰীৰ বাহিৰে কোনো উদ্যোগ অনুষ্ঠান স্থাপন হোৱা নাই। সিংহদেৱৰ সময়ত হোৱা উদ্যোগ প্ৰতিষ্ঠানসমূহৰ পৰাই তেখেতৰ দূৰদৰ্শিতাৰ পৰিচয় পোৱা যায়।

অসমত গঢ়ি উঠা সমবায় আন্দোলনৰ গুৰিতে হৈছে সিংহদেৱ। তেখেতে সমবায় প্ৰতিষ্ঠানসমূহ স্থাপন কৰি অসমত সমবায় আন্দোলনৰ ভেটি ৰচনা কৰে। তেখেতৰ দিনত প্ৰতিষ্ঠা লাভ কৰা সমবায় প্ৰতিষ্ঠানসমূহ বৰ্তমান মৃত্যুমুখত পৰিছে।

শ্ৰী শৰৎ চন্দ্ৰ সিংহদেৱ জাতিৰ পিতা মহাত্মা গান্ধীৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত। প্ৰকৃততে সিংহদেৱ হাড়ে-হিমজুৱে এগৰাকী গান্ধীবাদীলোক। সিংহদেৱৰ ৰাজনীতিত চল-চতুৰালি নাই। তেখেত এগৰাকী আদৰ্শবান, সৎ, বিনয়ী আৰু গান্ধীবাদী লোক। তেখেত বহুমুখী প্ৰতিভাসম্পন্ন এগৰাকী জননেতা। জনসাধাৰণৰ সেৱা কৰাটোৱে তেখেতৰ জীৱনৰ সংকল্প। দুৰ্নীতিমুক্ত ৰাজ্য হিচাপে অসম গঢ়াৰ যি সপোন দেখিছিল বাস্তৱত ৰূপ দিবলৈ ৯১ বছৰ বয়সতো তেখেতে চেষ্টাৰ ক্ৰটি কৰা নাই। ইয়াৰ বাবে বিভিন্ন স্থানলৈ গৈ অহৰহ চেষ্টা কৰি আছে। বাৰ্ধক্যই তেখেতৰ ভ্ৰমণ সূচী আৰু কৰ্মক স্তিমিত কৰিব পৰা নাই।

সিংহদেৱৰ আদৰ্শ, সাহস, কৰ্মদক্ষতা, সদিচ্ছা সকলোৰে পাথেয় হওঁক। তেখেতৰ দীৰ্ঘায়ু কামনা কৰিলো। ৯১ বছৰ পূৰ্তি উপলক্ষ্যে আমাৰ ফালৰ পৰা তেখেতলৈ আন্তৰিকভাৱে অভিনন্দন জনালো। ■

---

(এই প্ৰবন্ধৰ লেখক নিশিপদ দেৱ চৌধুৰীদেৱ অকল সাহিত্যানুৰাগীয়ে নহয়, এজন প্ৰতিষ্ঠিত লেখকো। তেখেতে সিংহ ছাৰক বহুত দিন নিচেই ওচৰৰ পৰা লগ পাইছে। তেখেতে অসম ৰাজ্যিক প্ৰত্নতত্ত্ব আৰু সংগ্ৰহকালয়ৰ সঞ্চালকালয়ৰ সহকাৰী সঞ্চালক বিষয়া হিচাপে সেৱা আগবঢ়াইছিল। চৌধুৰীদেৱ বৰ্তমান গুৱাহাটীৰ বেলতলাৰ বাসিন্দা)।

# উত্তৰ-পূৰ্বাঞ্চলৰ শান্তিদূত স্বৰূপ

## শ্ৰদ্ধেয় শৰৎ চন্দ্ৰ সিংহ

■ পূণ্যধৰ চেতিয়া ফুকন

খুব সম্ভৱ শৰৎ চন্দ্ৰ সিংহদেৱেই বৰ্তমান একমাত্ৰ ব্যক্তি যি মহামানৱ মহাত্মা গান্ধীৰ পদ অনুসৰণ কৰি নিজৰ গতানুগতিক বিকাৰ, দোষ ত্ৰুটি সংশোধনৰ কাৰণে নিজৰ বিৰুদ্ধে নিজেই যুদ্ধ কৰাৰ অতি কঠোৰ ব্ৰত বাল্যকালৰ পৰাই অনুসৰণ কৰি আহিছে। ইয়াৰ দ্বাৰাই নিজৰ সম্বন্ধে গোটেই মানৱ সমাজত এটি বিৰল বাতাবৰণ সৃষ্টি কৰাত তেখেত পূৰা মাত্ৰাই সক্ষম হৈছে। সোণ যিমানে পাৰে সিমানে উজ্বল হোৱাৰ দৰে ক্ষমতাৰ পৰা আঁতৰি অহাৰ পাছত ক্ষণজন্মা পুৰুষ শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱৰ দিব্য নৈতিক ব্যক্তিত্ব দিনক দিনে উজ্জ্বলতৰ হৈ আহিছে। নিয়তিৰ কি অভিশাপ যে এই মহান ব্যক্তিজনৰ মহান গুণাৱলীৰ অনুশীলন কৰিবলৈ কোটি কোটি মানুহৰ কোনো এজন ব্যক্তি আজিলৈকে ওলাই নাহিল, অথচ জাতিৰ চিন্তা নায়কসকলে হঠাতে দেশত কিবা অপায়-অমংগল হ'লে তেওঁৰ ওচৰত দিহা পৰামৰ্শ ল'বলৈ দৌৰি যাব লগা হয়। আমাৰ নিচিনা অজ্ঞাত ক্ষুদ্ৰমতিৰ অন্ধলা প্ৰাণীয়ে তেখেতৰ দৰে বিশাল আত্মাৰ গুণাৱলীৰ স্মৃতিচাৰণ কৰিবলৈ যোৱাটো একপ্ৰকাৰ ধৃষ্টতা নতুবা বাওঁনা হৈ চন্দ্ৰলৈ হাতমেলাৰ দৰে হয়। তথাপি এইটো স্বীকাৰ কৰিব লাগিব যে সিংহদেৱৰ নিখুঁট চৰিত্ৰ আচৰণৰ যি অহৰহ ধাৰাবাহিকতা আজীৱন চলি আহিছিল তাৰ দ্বাৰাই মহৎ ব্যক্তিৰ মূলগত ভেটি, কাঠামো ৰচনা হৈ আহিছিল।

প্ৰকৃতিৰ চিৰন্তন প্ৰতিক্ৰিয়া হিচাপে তেওঁৰ গাত দৈৱিক মহাগুণ 'প্ৰজ্ঞাশক্তি' লভিছিল যি শক্তিৰ বলত এদিন ইন্দিৰা গান্ধীৰ দৰে ৰাজ ৰাজেশ্বৰী মহাপ্ৰতাপশালী শক্তিৰ বিৰুদ্ধে নীতিৰ ক্ষেত্ৰত দৃঢ় প্ৰতিবাদ কৰি সিংহই গোটেই দেশ কপাই তুলিব পাৰিছিল। "এনে প্ৰজ্ঞাশক্তি সাধাৰণতে দেৱতাসকলৰ গাতহে বিৰাজমান হৈ থাকে" বুলি জ্ঞানীসকলে কয়। এই প্ৰজ্ঞাশক্তি লাভ কৰাৰ কাৰণেই গৌতম সিদ্ধাৰ্থক বুদ্ধ বুলি কোৱা হৈছিল। তেখেতৰ দৰে যে এজন ব্যক্তি আমাৰ অসমত জন্ম হৈছিল তাৰ বাবে অসম, পূৰ্বাঞ্চল, ভাৰতবাসী, দক্ষিণ-পূব এছিয়া ভাগ্যবান। চীন দেশৰ মাওচেতুং, ভিয়েটনামৰ হোচিমিন, কিউবাৰ ফিডেল কাষ্ট্ৰ'ৰ দৰে ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চল খণ্ডত শৰৎ সিংহদেৱ এজন আদৰণীয় মান্যৱন্ত পুৰুষ। পূৰ্বাঞ্চলৰ কাৰণে নিয়তিয়ে সিংহদেৱক হিন্দু-মুছলমান-খ্ৰীষ্টিয়ান, জনজাতি-অজনজাতি, শ শ বিচিত্ৰ অদ্ভুত কৃষ্টি-সংস্কৃতিৰ মহামিলনৰ সাঁকো হিচাবে নিৰ্মাণ কৰি আহিছে। এনে ভাব হয় যেন তেখেতৰ মাধ্যমেদিহে উত্তৰ-পূৰ্বাঞ্চলৰ আদৰ্শৰ দৃঢ় প্ৰতীক হিচাপে দক্ষিণ পূব এছিয়াত শান্তি প্ৰতিষ্ঠাৰ পহিলা ভেটি তৈয়াৰ হ'ব। এই দূৰ দৃষ্টিসম্পন্ন ভাবধাৰাৰ দ্বাৰাহে পাহাৰীয়া ভাই-ভনীৰ ৰাজ্যবোৰৰ মাজত ঐক্য সংহতি, আত্মবিশ্বাসৰ ভাব ঘূৰাই আনি এই খণ্ডলৈ শান্তিৰ বাতাবৰণ সৃষ্টি কৰা সম্ভৱ হ'ব। দিল্লীৰ উপৰিও আমাৰ পূৰ্বৰ নেতাসকলৰ বহু চিন্তাশূন্য, অদূৰদৃষ্টি ঠেক মনোবৃত্তিৰ কৰ্মকাণ্ডৰ ফলত স্বাভাৱিকতে উগ্ৰবাদৰ সৃষ্টি হোৱাটো স্বীকাৰ নকৰি উপায় নাই। যেনেকৈ পাহাৰীয়া ভাই-ভনীৰ স্বাৰ্থক বহুকাল জুৰি অৱহেলা কৰি অহা হৈছে, তেনেকৈ দক্ষিণ-পূব এছিয়াক পশ্চিমীয়া শক্তিৰ প্ৰভাৱত বহুকাল ধৰি দুই নং আফ্ৰিকা হিচাপে অৱহেলা কৰি অহা হৈছে যাৰ বাবে অলকাইদাৰ দৰে পৃথিৱী কপোৱা উগ্ৰবাদৰ সৃষ্টি হৈছে। ভোকাতুৰৰ অন্ন-বস্ত্ৰৰ সমস্যাই অদৃশ্যভাৱে এনে উগ্ৰবাদৰ সৃষ্টি কৰিছে। এনে পৰিস্থিতিত বয়োজ্যেষ্ঠ মাননীয় সিংহদেৱে ইচ্ছা কৰিলে স্বপ্ৰণোদিতভাৱে এছিয়াৰ মিলন ভূমি উত্তৰ-পূৰ্বাঞ্চলত আপোন ব্যক্তিত্বৰ মহিমাৰে মধ্যমনি হিচাপে থিয় হৈ বিশ্বশান্তিৰ দিশে নিজৰ প্ৰজ্ঞাজ্ঞানৰ সুদৰ্শন চক্ৰ পৰিচালনা কৰিব পাৰে। তেখেতৰ আদৰ্শৰ বাবে সমৰ্পিত জীৱনৰ সাৰ্থকতা, কিজানি তাতেই প্ৰকৃতিয়ে নিৰ্ণয় কৰিব। কিজানি নিজৰ জীৱনদৰ্শনৰ সাৰ্থকতা, চৰম তৃপ্তি আৰু শান্তি অনুভৱ কৰিব পাৰিব। এইজনা শৰৎ সিংহ দেৱৰ মহানতা বাস্তৱিকতে অনুধাৱনযোগ্য।

### কি শক্তিৰ বলত মানুহ মহান হয়?

সাত শত্ৰুৰেও স্বীকাৰ কৰিব লাগিব দুৰ্গতজনক সহায় কৰা, নিৰাশ্ৰয়জনক আশ্ৰয় দিয়া, মাননীয় শৰৎ সিংহদেৱৰ এক চাৰিত্ৰিক বৈশিষ্ট্য। কৰ্মৰ প্ৰতি গভীৰ

নিষ্ঠা, অধ্যৱসায় তেখেতৰ আন দুটা মহান গুণ যাৰ বলত তেখেতৰ দৈৱিক প্ৰজ্ঞাৰ উদয় হৈছে। কথাতে কয় প্ৰজ্ঞাহীনৰ ধ্যান নহয়, যাৰ ধ্যান নাই তাৰ প্ৰজ্ঞা লাভ নহয়। নিষ্ঠা, ধ্যান আৰু প্ৰজ্ঞাৰ সংযোগ নঘটিলে কোনো মানুহেই মহান হ'ব নোৱাৰে! নিষ্ঠা আৰু প্ৰজ্ঞাইহে এজন মানুহৰ ভিতৰত ঐশ্বৰিক গুণৰ বিকাশ ঘটায়। বিখ্যাত ব্যক্তিত পৰিণত কৰিব পাৰে। মহৎ ব্যক্তি এজন হওঁ বুলি হঠাৎ কোনেও হ'ব নোৱাৰে। তাৰ বাবে দৈহিক, মানসিক গুণৰাজি নিজৰ ভিতৰত থাকিব লাগিব; আৰু তেনে পৰিবেশ পাব লাগিব। কেৱল সেইবোৰ গুণ মনন আৰু চিন্তনত সোমাই থাকিলেই নহ'ব যদিহে মহৎ গুণবোৰৰ অনুশীলনত নিজকে দেহে প্ৰাণে উৰ্ছগা কৰি দিন-ৰাতি হাতে-কামে লাগি থকা নাযায়। মহৎ ব্যক্তি হ'বলৈ হ'লে সামাজিক লক্ষ্যৰ গতিময়তাৰ দ্বাৰা স্বাভাৱিকতে প্ৰণোদিত হ'ব লাগিব; আৰু নিজৰ উদ্ভাৱনী শক্তি আৰু চিন্তাৰ বলেৰে তীব্ৰ গতিৰে সমাজৰ মাজত থাকি চাফাইৱালাৰ দৰে কাম কৰি যাবলৈ সৰ্বক্ষণে দৈহিকভাৱে প্ৰস্তুত হ'ব লাগিব। শৰৎ চন্দ্ৰ সিংহৰ গাত চমকপ্ৰদভাৱে এই সকলোবোৰ গুণেই জন্মসূত্ৰে বাল্যকালৰ পৰাই বিৰাজমান বুলি ক'লে নিশ্চয় অত্যুক্তি কৰা নহয়; যিবোৰ মহান গুণ কেইবাকোটি মানুহৰ মাজত দৈবাৎ এজনৰ গাতহে দৈবজনিত কাৰণত সৰ্বসাধাৰণতে সমাহাৰ হোৱা দেখিবলৈ পোৱা যায়। সেইকাৰণে তেওঁক উত্তৰ-পূৰ্বাঞ্চল তথা দক্ষিণ-পূব এছিয়াৰ শান্তিদূত বুলি কোৱা হৈছে।

## সিংহৰ গাত ৰাজনীতি আৰু মহৎ গুণবোৰৰ কেনেকৈ সমাহাৰ হৈছে?

সিংহদেৱে উল্লিখিত ধ্যান, জ্ঞান, প্ৰজ্ঞা আৰু নিজৰ ঐকান্তিক অধ্যৱসায়ৰ দ্বাৰা 'ৰাজনীতি'ক ব্যক্তিগত জীৱন সাধনাৰ অলৌকিক সংগী কৰি লৈছে। বোকাৰ মাজত থাকিও যেনেকৈ পদুমফুল অতি সুন্দৰ অতি পবিত্ৰ থাকে তেনেকৈ ৰাজনীতিৰ দৰে মহা পংকিলময়তা, কলুষতা নতুবা পঞ্চ ইন্দ্ৰিয়ৰ অসংযত দুৰ্গন্ধময় বিপদজনক কামনা-বাসনাৰ পাঁচ বিকাৰৰ বোকাৰ মাজত থাকিও নিৰ্মোহ, নিস্পৃহ হৈ থাকিব পৰা নিষ্কাম কৰ্মযোগীৰ অপাৰ ক্ষমতাৰ আক্ষৰিক প্ৰমাণ দেখুৱাবলৈ সমৰ্থ হৈছে কোনো দৈব শক্তিৰ প্ৰভাৱত, সেইজন মহান আত্মাৰ অধিকাৰী মানৱৰূপী আমাৰ নৰমনুষ্য কুলৰেই শৰৎ সিংহদেৱে। তেখেতৰ নাম যেনে, কামো তেনে। শৰৎকালৰ অন্তৰালত পবিত্ৰতা, শুদ্ধতা নিহিত থকাৰ দৰেই তেখেতৰ জীৱনটোৱেই যেন শৰৎকালৰ শীতলতাৰ পৰিণত হৈছে। শৰৎ শব্দটো যেন এক অভিনৱত্বৰ প্ৰৱাহমান গতি, ই যেন এক স্বৰ্গীয় আশীৰ্বাদৰ মধুৰ সুকুমাৰ কলাৰ ধ্বনি। তেখেতে যেতিয়া লিখিবলৈ হাতত কলম তুলি লয়, তেওঁৰ লিখিত বক্তব্যত এই ধ্বনি সুন্দৰভাৱে

প্ৰস্ফুতিত হয়।

সিংহদেৱৰ প্ৰচাৰ-বিমুখ পৰ্দাৰ আঁৰত থকা মহীয়ান জীৱনৰ কৃতিত্ব হ'ল সমাজৰ মাজত ভাতৃত্ববোধ, প্ৰেম, মৰম আৰু সহানুভূতি বিলোৱা। এইখিনিতে কোৱা উচিত যে যাৰ তৃতীয় নয়ন খুলিছে তেওঁ হয়তো সহজে দেখিবলৈ পাব যে সিংহদেৱে বাস্তৱিকতে দৈবিক গুণেৰে বহু আগতেই বিভূষিত হৈ 'দেৱ মানৱলৈ' ৰূপান্তৰিত হৈছিল। সেইজন একালৰ পিতৃ ঁলাল সিং সিংহ আৰু মাতৃ ঁআয়সিনী দেবীৰ অতি চেনেহৰ লৌকিক পুত্ৰ হ'লেও আচলতে শৰৎ চন্দ্ৰ সিংহদেৱ অলৌকিক দৈৱী ৰাজ্যৰ কোনো সৰগৰ এগৰাকী দেৱীৰ অভিনৱ সন্তান। এওঁৰ বৰ্তমান স্থিতিৰ বিষয়ে ভৱিষ্যতৰ বংশধৰে নতুবা এইদেশৰ প্ৰজন্মই বিশ্বাস কৰিবলৈ টান পাব। সঁচাকৈয়ে এনে এজন অমায়িক কঠোৰ পৰিশ্ৰমী সমাজৰ পৰম হিতৈষী তেজ-মাংসৰ মানুহ সেই চাপৰ ভকত গাঁৱত জন্ম হৈছিল আৰু অলৌকিক আদৰ্শ প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হৈছিল। স্কুলীয়া জীৱনত বঙালী মাধ্যমেৰে শিক্ষাগ্ৰহণ কৰি কৰ্মজীৱনত কেনেকৈ অসমীয়া মহাজাতি গঠনত অৰিহনা যোগাইছিল তাৰ তুলনা পাবলৈ টান। এই বিষয়ে গৱেষণা কৰিলে কোনোৱে হয়তো ডক্টৰেট ডিগ্ৰী লোৱাটো আশ্চৰ্য্যজনক ঘটনা নহ'ব। অথচ এনে এটা অতি গুৰুত্বপূৰ্ণ ঘটনা আমি সাধাৰণ অসমীয়া নৰমনিচে ইমান তৎকালেই কেনেকৈ পাহৰি গৈছো ইয়ো এটা অতি ৰহস্যজনক কথা। ই হয়তো নিয়তিৰ কিবা অভিশাপৰ ফলতো সংঘটিত হ'ব পাৰে। তেখেতলৈ গতানুগতিকভাৱে জাতীয় সন্মানৰ নিম্নতম প্ৰস্তাৱ ইমান কাল ধৰি আগবঢ়োৱা হোৱা নাই, ইও অন্য এক চিন্তনীয় বিষয়ত পৰিণত হৈছে।

### গোৱালপাৰা, ধুবুৰী জিলা কেনেকৈ অসমত ৰৈ গ'ল?

সকলোৱে জানে যে কাছাৰ জিলাৰ নিচিনাকৈ সৌ সিদিনালৈকে অবিভক্ত গোৱালপাৰা বঙালী-ভাষী জিলা আছিল। এই অজুহাততেহে সেই জিলাখনৰ স্বাৰ্থজড়িত কেইজনমান বঙালী লোকে জিলাখন পশ্চিমবঙ্গৰ লগত চামিল কৰিবলৈ ১৯৫৬ চনৰ ৰাজ্য পুনৰ গঠন আয়োগৰ আগত দাবী জনাইছিল। জিলাখন অসমতে থাকিব লাগিব বুলি সিংহ ডাঙৰীয়াৰ নেতৃত্বত প্ৰবল আন্দোলন আৰম্ভ হৈছিল। তেখেতে কিংকৰ্ত্তব্য বিমূঢ় হৈ, টোপনি, ভাত-পানী এৰি, দিন-ৰাতিৰ ছেদভেদ নোহোৱাকৈ ঘূৰিমেলি, বিভিন্ন ঠাইত সভা-সমিতি পাতি জনসাধাৰণক জাগৃত কৰি তুলিলে। খিলঞ্জীয়া বিভিন্ন জনগোষ্ঠীয়ে ৰাজ্য পুনৰগঠন আয়োগৰ সন্মুখত অসমীয়াত্ব সাব্যস্ত কৰিলে। সিংহৰ আন্দোলনৰ ফলত ৰাজ্য পুনৰ গঠন আয়োগে জিলাখনক অসমৰ লগতে ৰাখিবলৈ বাধ্য হ'ল। এই কথা অসমবাসীয়ে ইমান সোনকালে পাহৰি

গ'লে সিংহ ডাঙৰীয়াৰ প্ৰতি অবিচাৰ কৰা নহ'বনে?

**গোৱালপাৰা-ধুবুৰী জিলাত অসমীয়া ভাষা কোনে প্ৰচলন কৰিলে?**

পূৰ্বৰ পৰা চলি থকা বঙালী ভাষা এই জিলা দুখনৰ কৰ্ট কাছাৰীৰ আদালতৰ পৰা গুচাই তাৰ ঠাইত অসমীয়া ভাষা প্ৰচলন নোহোৱালৈকে সিংহ ডাঙৰীয়াই কাকো ৰক্ষা দিয়া নাছিল। এইবোৰ কামৰ বেলিকা অহৰহ লাগি থাকোতে বহু সময়ত তিৰস্কাৰ, লাঞ্চনা-গঞ্জনা আনকি প্ৰাণে মৰাৰ গুৰুত্বপূৰ্ণ ভাবুকিৰ তেওঁ সন্মুখীন হ'ব লগা হৈছিল। কিন্তু তেওঁৰ গাত মহাবীৰ চিলাৰায়ৰ সাহসৰ গুণ, কৰ্তব্য পালনৰ তীব্ৰ ইচ্ছা শক্তি আৰু অদম্য প্ৰতিজ্ঞা প্ৰজ্বলিত হৈ থকাৰ কাৰণে সকলোবোৰ ভয়ানক বাধা-বিঘিনি ফুটুকাৰ ফেনৰ দৰে কেনিবাদি উৰি যাবলৈ বাধ্য হৈছিল। এইখিনিতে উল্লেখযোগ্য যে শংকৰ-মাধৱৰ পীঠস্থান কোচবিহাৰক অসমৰ লগত পুনৰ চামিল কৰিবলৈ সিংহ দেৱৰ মনৰ ভিতৰত গভীৰ হেঁপাহ আছিল কিন্তু তেনে সময়তে দেশত ওলট-পালট ঘটি মন্ত্ৰী সভা ভাঙি যোৱাৰ কাৰণে সেইকাৰ্য্য অসম্পূৰ্ণ হৈ ৰ'ল। আজিও কোচবিহাৰৰ কাৰণে মাত মাতিবলৈকে কোনেও সাহস গোটাব পৰা নাই। অসম সাহিত্য সভা নতুবা বিশাল শংকৰদেৱ সংঘইও কিয় মৌনভাৱে তাপ মাৰি শুই আছে ভাবিবলগীয়া কথা। অথচ মহাৰাজ নৰনাৰায়ন, বীৰ চিলাৰায়ৰ ৰাজ্য কোচবিহাৰেই মহান অসমীয়া জাতিৰ ভেটি প্ৰতিষ্ঠাৰ এসময়ত যে কেন্দ্ৰবিন্দু আছিল এই কথা বুৰঞ্জীৰ পৰা কেনেকৈ মচিব?

**পাকিস্তানৰ লগত জিলা দুখনক চামিলকৰণ তেওঁ ব্যৰ্থ কৰিছিল**

মহাত্মা গান্ধীৰ মহান উদাৰতৰাৰ ইংগিতত গোপী বৰদলৈ, শৰৎ সিংহ আদি নেতাসকলে পাকিস্তানৰ লগত ছিলেট, গোৱালাপাৰা-ধুবুৰী-কাছাৰ চামিলকৰণৰ (গ্ৰুপিং)ৰ কুটনৈতিক ভয়াবহ অভিসন্ধিৰ বিৰুদ্ধে কংগ্ৰেছৰ লগত অসহযোগ প্ৰতিবাদ কৰাই নহয় বৰং নানান প্ৰকাৰে তীব্ৰতৰ আন্দোলন গঢ়ি তুলিছিল। অসমখন পাকিস্তানৰ লগত চামিলকৰণৰ কথা বাদেই, অৱশেষত উক্ত জিলা দুখন সামৰি ল'বলৈ কৰা জবৰদস্ত ষড়যন্ত্ৰৰ প্ৰচেষ্টা সিংহদেৱৰ দ্বাৰা সৃষ্ট সিংহৰূপী জনজাগৰণৰ অভূতপূৰ্ব তীব্ৰ আন্দোলনৰ সন্মুখত ধূলিসাৎ হৈ গৈছিল।

দেশ বিভাজনৰ ফলত উদ্ভৱ হোৱা সাম্প্ৰদায়িক সংঘৰ্ষৰ সময়ত সিংহদেৱৰ সুদৃঢ় নেতৃত্বই বহু ধন জন হানি হোৱাৰ পৰা ৰক্ষা কৰিছিল। এইখিনিতে মুছলীম লীগৰ আতংকিত কৰা শ্লগান শুনিলে অনুভৱ কৰিব পাৰি অসমখনক কেনেকৈ তেওঁলোকে ছলে-বলে কৌশলে দখল কৰাৰ পৰিকল্পনা কৰিছিল। প্ৰতিধ্বনিত হোৱা খহতা অনা অসমীয়া শ্লগানৰ নমুনা চাওঁক—

'চল চল আসাম চল, জবৰদস্তী দখল কৰ

আসাম চল দলে দলে; বৰদলৈৰ মাথা লাগে' ইত্যাদি

বৈজ্ঞানিক দৃষ্টিভংগীৰ সাংবাদিক, জীৱনীকাৰ ডঃ নমিতা ডেকাৰ দৰে লেখিকাই নিজ মন্তব্য আগবঢাই লিখিছে, 'শৰৎ চন্দ্ৰই তেতিয়া ভয়াবহ পৰিস্থিতিত জনতাৰ কাষ চাপি শোৱা-খোৱা-লোৱা সকলো ত্যাগ কৰি অবিৰাম শান্তি প্ৰচেষ্টাত আত্মনিয়োগ কৰিছিল; শৰণাৰ্থী সমস্যাৰ গুৰু দায়িত্ব পুনৰ সংস্থাপনৰ ব্যৱস্থা আদি তেওঁ নিজে কান্ধ পাতি লৈছিল।' মুছলীম লীগৰ উক্ত চক্ৰান্ত ওফৰাবলৈ যাওঁতে সিংহদেৱে নিজৰ চকুৰ টোপনি এৰি জনজাগৰণ কৰি একপ্ৰকাৰ ধুমুহাৰ সৃষ্টি কৰিছিল। বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি হিচাবে তেওঁৰ অৱশেষত জয় হৈছিল। তেখেতৰ প্ৰভাৱে মহম্মদ আলি জিন্না চাহাবক প্ৰচণ্ডভাৱে অন্তৰত খুন্দিয়াইছিল আৰু তেওঁ নিজৰ পৰিকল্পনা সলনি কৰিব লগা হৈছিল।

## আদৰ্শ ৰক্ষাৰ কাৰণে সিংহদেৱৰ মহান ত্যাগৰ নমুনা

এদিন এইজন শৰৎ সিংহৰ প্ৰভূত জনপ্ৰিয়তাৰ কথা জানিবলৈ পাই অসম কংগ্ৰেছৰ অন্যতম অগ্ৰগণ্য সৰবৰহী চিন্তাশীল নেতা ঁ মহেন্দ্ৰ মোহন চৌধুৰীদেৱে ১৯৪৫ চনত সিংহৰ ওচৰলৈ গৈ শিক্ষকতা এৰি ৰাজনীতিৰ যোগেদি সমগ্ৰ দেশখনৰ সেৱাত ব্ৰতী হ'বলৈ বিনম্ৰভাৱে অনুৰোধ কৰিছিলগৈ। লগতে সৰ্বশক্তিমান কংগ্ৰেছ দলৰ হৈ এম.এল.এৰ প্ৰাৰ্থীত্ব যাচি নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ বাবেও প্ৰস্তাৱ আগবঢ়াইছিল। সেইদৰে ভালেদিনৰ পাছত ঘটনাৰ দোমোজাত পৰি ঁইন্দিৰা গান্ধীয়ে প্ৰধান মন্ত্ৰীৰ আসনৰ পৰা অন্য চাৰিজন পিছপৰা শ্ৰেণীৰ ব্যক্তিক মুখ্যমন্ত্ৰী হিচাপে বেলেগ বেলেগ প্ৰদেশৰ বাবে নিযুক্তি দিয়াৰ দৰে একে সময়তে শৰৎ সিংহদেৱকো পিছপৰা শ্ৰেণীৰ লোক বুলি গণ্য কৰি মুখ্যমন্ত্ৰীৰ পদত ১৯৭২ চনত নিযুক্তি দিছিল। ঠিক তেনেকৈ অন্য এক পৰিস্থিতিত গুণীৰ গুণৰ মূল বুজি পাছৰ কালৰ প্ৰধানমন্ত্ৰী বিশ্বনাথ প্ৰতাপ সিংহদেৱে শৰৎ সিংহদেৱক মহাৰাষ্ট্ৰৰ দৰে এখন বিশাল ৰাজ্যৰ ৰাজ্যপাল পদত অধিষ্ঠিত কৰিবলৈ বুলি লিখিত প্ৰস্তাৱ আগবঢ়াইছিল। কিন্তু সিংহদেৱে সেই সন্মানীয় পদ অতি বিনয় আৰু কৃতজ্ঞতাৰে প্ৰত্যাখ্যান কৰিবলৈ বাধ্য হৈছিল, কাৰণ ইতিমধ্যে তেখেতৰ অৱশিষ্ট জীৱন মহান আদৰ্শ ৰক্ষাৰ কাৰণে উছৰ্গা কৰিছে। তেখেতৰ মতে ৰাজভৱনৰ সুখ, সম্ভোগ, মান, গৌৰৱ আদি মহান আদৰ্শৰ নিয়ম নীতি পালনত পৰিপন্থী হৈ উঠিব পাৰে। এই উদ্দেশ্যৰ তাগিদাত ঁ ইন্দিৰা গান্ধী, প্ৰধানমন্ত্ৰীৰ শেষবাৰৰ ব্যক্তিগত অনুৰোধ মানি ল'ব নোৱাৰিলে। ইন্দিৰা গান্ধীৰ মতে চলা হ'লে হয়তো নৰসিংহ ৰাওৰ পাছত ভাৰতীয় জনতাই তেওঁকেই প্ৰধানমন্ত্ৰী

হিচাপে মনোনীত কৰিবলৈ বাধ্য হ'লহেঁতেন, আৰু সেয়ে নহ'লেও অগত্যা আন্তৰ্জাতিক মহাসভালৈ তেখেতক নিৰ্বাচিত প্ৰতিনিধি হিচাবে পঠোৱা হ'লেও সেই সভাত মহান পদবীত অধিষ্ঠিত হৈ গোটেই বিশ্ব সমাজত সিংহৰ গুণ গৰিমা চৌদিশে বৈ বৈ গ'লহেঁতেন বুলি সহজে ঠাৱৰ কৰিব পাৰি।

কোৱা বাহুল্য যে ত্যাগৰ মাজেদি সিংহদেৱে সাধাৰণ আত্মাৰ পৰা পৰিক্ৰমা কৰি এদিন তাৰ পৰাও উত্তৰণ হৈ তেওঁ 'বিশ্ব আত্মা'ত world spirit হিচাবে স্থিত হৈছে; ই হ'ল প্ৰকৃতি বা নিয়তিৰ অমোঘ নিয়ম। বিশ্ব আত্মা মানেই ৰাজঋষিত প্ৰাপ্তি। সেই কাৰণেই সমুখত বা ৰাইজৰ সভা-সমিতিত তেওঁক মুখামুখিকৈ প্ৰশংসা কৰিলে জুয়ে পোৰা যেন মনোকষ্ট, মৃত্যু যন্ত্ৰণা অনুভৱ কৰে; কিন্তু আমি মানুহবোৰ তেখেতৰ সেই অন্তৰৰ কান্দোন বিননি বেদনা তিলমানো বুজি নাপাওঁ বৰং বেছিকৈ হেঁচা মাৰি ধৰি তেওঁক দগ্ধ কৰি ৰং চাই থাকো। কি কৰিলে তেওঁৰ মনত ভাল লাগিব তিলমানো আমি ভাবি নাচাও। তেওঁ পশ্চিমবঙ্গত জন্ম লোৱা হ'লে তেওঁৰ আদৰ্শ ৰক্ষাৰ কাৰণে ইতিমধ্যে অনেক অনুষ্ঠান-প্ৰতিষ্ঠান গঢ়ি উঠিলহেঁতেন ই ধ্ৰুৱপ।

### শৰৎ সিংহৰ ভিতৰত গান্ধীজী এতিয়াও জীৱিত

শৰৎ সিংহই মুখ্যমন্ত্ৰী হিচাবে অসমৰ ৰাজধানী নিৰ্মাণৰ বাবে মঞ্জুৰ হোৱা কোটি কোটি টকা অপব্যৱহাৰ বা আত্মসাৎ কৰিছে বুলি নিজৰ মন্ত্ৰী সভাৰ সদস্যৰ পৰা লিখিত অভিযোগ পাই নিৰুপাই হৈ এদিন প্ৰধানমন্ত্ৰী মোৰাৰজী দেশাই নিজে সোঁ শৰীৰে স্বজমিন তদন্তৰ কাৰণে দিশপুৰত সিংহৰ কাৰ্য্যালয়ত উপস্থিত হৈছিলহি। আশ্চৰ্য্যজনকভাৱে শৰৎ চন্দ্ৰ সিংহই নিজে মুখ্যমন্ত্ৰীৰ কাৰ্য্যালয়ত আধাপুৰণি অতি কম দামৰ আচবাব চকী-টেবুল আওপুৰণি খদ্দৰৰ পৰ্দাৰ খিৰিকী, পিন্ধন-উৰণত অতি নিমাখিত জীৱন যাপন কৰা দেখি তবধ মানিলে আৰু এনে এজন মানুহক চোভামানি ইমানদুৰ বাটকুৰি বাই তেওঁ কিয় আহিল এই কথা ভাবি মহাত্মা গান্ধীৰ জীৱনলৈ মনত পৰি তেওঁৰ হৃদয় অনুতাপত বিগলিত হ'ল। ফলশ্ৰুতি হিচাপে দিল্লীলৈ ঘূৰি গৈ সেইজন শৰৎ সিংহৰ ভিতৰত মহাত্মা গান্ধী এতিয়াও জীয়াই আছে বুলি প্ৰকাশ্যে প্ৰধান মন্ত্ৰী দেশায়ে নিজৰ মন্ত্ৰীসভাত বীৰদৰ্পে ঘোষণা কৰিবলৈ বাধ্য হৈছিল যি সময়ত দেশাই আৰু সিংহ পৰস্পৰ বিৰোধী দলৰহে সদস্য আছিল। ৰহস্যজনকভাৱে এই ঘটনাৰ বিষয়ে ভাৰতৰ আগশাৰীৰ বাতৰি-কাকতবোৰত হুবহু প্ৰকাশ পাইছিল। নিয়তিৰ অসমীয়া জাতিৰ ওপৰত কিযে গভীৰ অভিশাপ! এইবোৰ ঘটনা দেখি শুনিও অসমীয়াৰ হৃদয় জাগৰিত নহ'ল; আমি অসমীয়াসকলে ইমানেই আত্মকেন্দ্ৰিকভাৱে ব্যস্ত যে সিংহদেৱৰ আদৰ্শৰ ফালে ঘূৰি এবাৰ কটাক্ষ কৰি চাবলৈকো

আজৰি নাপালো। অথচ ইমানকেইটা দশক হেলাৰঙে বাগৰি গুচি গ'ল জাতিটো দিনক দিনে অধঃপতন হৈ গুৰিয়াল নোহোৱা নাৱৰ দৰে পানীৰ তললৈ ডুবি গৈ আছে যেন এই দেশত জাতিটোৰ হৈ হাতে কামে চিন্তা কৰা এজন মানুহ পাবলৈ নাই।

## সিংহৰ দৰে সমাজৰ কামত সৰ্বস্বান্ত হোৱা নজিৰ নাই

অন্য এক ঘটনা। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী আছিল ˚বিমলা প্ৰসাদ চলিহা আৰু কংগ্ৰেছৰ কোষাধ্যক্ষ আছিল ˚ প্ৰবীণ কুমাৰ চৌধুৰী। অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ সভাপতি শৰৎ চন্দ্ৰ সিংহই ৰাজ্যখন খণ্ড-বিখণ্ড হোৱাৰ পৰা ৰক্ষা কৰিবলৈ বুলি ঘনাই দিল্লীলৈ যাব লগা হৈছিল। এইবোৰ ঘটনা ঘটিছিল অসম পুনৰ গঠন (দ্বিতীয়বাৰ ১৯৬৮-১৯৭০ চনলৈকে) আঁচনি কাৰ্য্যকৰী কৰাৰ ক্ষেত্ৰত। ফলস্বৰূপে দিল্লীলৈ অহা-যোৱা কৰোতে খৰচ হোৱা ধনৰ ধাৰ মাৰিবলৈ তেওঁৰ (শৰৎ সিংহৰ) ৰিহাবাৰীস্থ দালান ঘৰৰে সৈতে মাটিখিনি বেচি দিব লগা হৈছিল। এই সম্পৰ্কে কংগ্ৰেছ দলৰে সাধাৰণ সম্পাদক ˚ধ্ৰুৱ নাৰায়ণ বৰুৱাই ১৯-২-১৯৮৮ তাৰিখে অসমবাণীত এনেদৰে লিখিছিল—

'তেওঁক (কোষাধ্যক্ষ) আটাইখিনি টকা ফিৰাই দিব লগা হোৱাত সিংহ ডাঙৰীয়াই সেই টকা নিজে থকা একমাত্ৰ ঘৰকে বিক্ৰী কৰি দি কংগ্ৰেছৰ কোষাধ্যক্ষক সমুদায় টকা আদায় কৰি দিয়ে। ৰাজ্যখনৰ সমূহীয়া স্বাৰ্থত এজন মানুহে এনেদৰে সৰ্বস্বান্ত হোৱা স্বাধীনোত্তৰ অসমত উদাহৰণ পাবলৈ নাই।'

মুঠতে অসমীয়া বৃহত্তৰ জাতি ৰক্ষাৰ কাৰণে দধীচিৰ দৰে সকলো বিসৰ্জন দিব পৰা আৰু কি বিৰল উদাহৰণ লাগে? এনে এজন আদৰ্শবান ব্যক্তিক ৰক্ষণা-বেক্ষণ দিয়াটো অসমীয়া জাতিৰ কৰ্ত্তব্য আছিল।

## তেওঁক ভুল বুজোতা জনহে আচলতে জগৰীয়া

সত্যৰ প্ৰতি থকা শৰৎ চন্দ্ৰ সিংহৰ দৃঢ়তা, ত্যাগ, কৰ্মময় জীৱনৰ প্ৰতি আস্থা, কৰ্তব্য নিষ্ঠা, প্ৰেমময় হৃদয়, পদুমৰ দৰে কোমল অথচ ব্ৰজৰ দৰে কঠিন, বিনম্ৰতা জীৱন ব্ৰতৰ প্ৰতি ঐকান্তিক অটলতা, সহিষ্ণুতা আদি অনেক গুণৰাজিৰ সমাহাৰ সাধাৰণতে এজন ব্যক্তিৰ চৰিত্ৰত পোৱা দুলৰ্ভ বুলি জীৱনীকাৰে উচিত ভাবেই মন্তব্য কৰিছে। তেখেতৰ অসাধাৰণ ব্যক্তিত্বৰ আজিও অম্লান হৈ আছে আৰু ভৱিষ্যতলৈকো থাকিব। প্ৰলোভনে বিচলিত কৰিব নোৱাৰা, সমৃদ্ধিয়ে বিকাৰগ্ৰস্ত নকৰা, সহজ-সৰল জীৱন যাপন কৰা এনে ব্যক্তিত্ব অধিকাৰী দেশনেতা পাবলৈ টান। ইমানবোৰ গুণে তেখেতক এফালে যিদৰে এক অসামান্য ব্যক্তিত্ব প্ৰদান কৰিছে

আনহাতে আকৌ তেখেতক ভুল বুজাৰ দুৱাৰো মুকলি কৰিছে; কিন্তু তাৰ বাবে ভুল বুজোতাজনহে জগৰীয়া, শৰৎ সিংহ ডাঙৰীয়া নহয়।

## সিংহদেৱ সাধাৰণ মানুহ নহয়, এজন ফেৰেষ্টা, দেৱতা

চৰবাসীসকলে সিংহদেৱক সাক্ষাৎ 'ফেৰেষ্টা' দেৱতা হিচাবে বিশ্বাস কৰি আহিছে; কাৰণ তেওঁ দুৰ্ভিক্ষ আৰু বানপানীৰ সময়ত আক্ৰান্ত সকলৰ নিমিত্তে আশ্ৰয় শিবিৰ মুকলি কৰি তেওঁলোকৰ খোৱা-লোৱা, থকা সমস্ত দায়িত্ব নিজে কান্ধ পাতি লৈছিল। তেওঁ মৃত্যুমুখত পৰি থকা বহুজনৰ সমুখত নতুন প্ৰাণৰ আৰু নতুন জীৱনৰ সঞ্চাৰ কৰি আহিছে। নিয়মানুবৰ্তিতা, সময় সচেতনতা, মহানুভৱতা, ধৈৰ্য্যশীলতা, কৰ্তব্যপৰায়নতা জন দৰদী গুণৰ আচল মানুহ নিযুতৰ মাজত এজন পাবলৈ টান। দ্বিজেন্দ্ৰ নাথ চক্ৰবৰ্তীৰ মতে সিংহদেৱ এজন সাধাৰণ মানুহ নহয় তেখেত এজন হাড়ে-হিমজুৰে এজন মহাত্মাহে। সত্য স্বীকাৰত কৃপণালি নকৰি কোৱা উচিত যে ডঃ নমিতা ডেকাই পোন প্ৰথমবাৰৰ বাবে অশেষ শাৰীৰিক পৰিশ্ৰম কৰি শৰৎ সিংহ দেৱৰ মহান গুণৰাজি বৈজ্ঞানিক দৃষ্টিভংগীৰে অতি সুক্ষ্মজ্ঞান আৰু দক্ষতাৰে বিশ্লেষণ কৰি সুধী সমাজৰ আগত সাৱলীলভাৱে অকাট্য যুক্তিৰে দাঙি ধৰাৰ কাৰণে আমি অসমীয়া জাতিয়ে তেওঁৰ ওচৰত নথৈ কৃতজ্ঞ।

## সিংহদেৱৰ মহৎ আচৰণ সন্তানৰ পক্ষে সাঁথৰ

সিংহদেৱে নিষ্পেষিত নিৰ্য্যাতিত জন জীৱনক প্ৰগতিমুখী কৰিবলৈ সদা উদগ্ৰীৱ হৈ থাকে। নিজৰ সুখ স্বাচ্ছন্দ্যতকৈ দুখিত, তাপিত, শোষিত অৱসন্নজনৰ সমস্যা সৰ্বৰ্ক্ষনে অতি ধৈৰ্য্যৰে কাণ পাতি শুনে। এনে দুখিত ব্যক্তিক পৰাপক্ষত কাহানিও তেওঁ বিমুখ নকৰে, কিবা নহয় কিবা প্ৰকাৰে সকাহ দিবলৈ চেষ্টা কৰিবই। এইজন আত্মদৰ্শী, পৰোপকাৰী ব্যক্তি হাজাৰ কুৎসা ৰতনা, ককৰ্থনা, গালি গালাজৰ দ্বাৰা তিলমানো বিচলিত নহয়। নিজৰ জীৱনৰ বাছি লোৱা আদৰ্শৰ পথ সৰ্বক্ষণে স্মৃতিত ৰাখে, আদৰ্শবাদী ব্যক্তিসকলে শৰৎ সিংহদেৱক আদৰ্শ ৰক্ষাৰ চানেকি হিচাপে সদায় স্মৰণ কৰিব পাৰে। এইজন সিংহই ব্যক্তিতকৈ আদৰ্শকহে বেছি গুৰুত্ব দিয়ে। আধুনিক মনত ডেকা পুত্ৰই সমুচিতভাৱে পিতৃ শৰৎ সিংহৰ মান আদৰ্শসমূহক উপলব্ধি কৰিব নোৱাৰি সেইবোৰৰ অৰ্থ বিচাৰি ৰাইজৰ বিদিতাৰ্থে মহৎ গুণবোৰৰ তাৎপৰ্য আৰু বিশ্লেষণ বিচাৰি আলোচনী আদিত প্ৰবন্ধ লিখিব লগা হৈছে।

সাধাৰণ গতানুগতিকতাৰ ওপৰত উত্তৰণ কৰি যেতিয়া প্ৰিয় পিতৃ, প্ৰিয় স্বামী হৈ প্ৰিয় পৰিয়ালৰ সদস্যক মুখ্যমন্ত্ৰীৰ নিচিনা বাসভৱনত প্ৰৱেশ কৰিবলৈ বাৰণ

কৰে, যেতিয়া অতি চেনেহৰ পুতেক-জীয়েকৰ ৪/৫খন শুভ বিবাহত কোনো বিয়াৰ নামত উপহাৰ নাযাচিবৰ কাৰণে মিটিৰ কুটুম, বিষয়াবৰ্গকে ধৰি ৰাইজক প্ৰিয় পিতৃ মুখ্যমন্ত্ৰীয়ে আগতীয়াকৈ খবৰ কাগজত জাননী দিয়ে, ই বাস্তৱিকতে তথাকথিত পৰম্পৰা, ৰীতি-নীতিত নপৰে সঁচা, অন্য হাতেদি চাবলৈ গ'লে ক'ব লাগিব যে মহৎ কামবোৰৰ নমুনা বা লক্ষণ সদায় সাধাৰণ বিচাৰ বিবেচনাৰ গণ্ডীৰ ওপৰত বিৰাজমান হৈ থাকে; ব্যক্তিয়ে কি কয় তালৈ মহৎজনে ভ্ৰূক্ষেপ নকৰে; নীতিৰ তুলাচনীত যিটো শুদ্ধ বুলি অনুভৱ কৰে সেইটোৱে কৰ্তব্যত অনুসৰণ কৰে। শৰৎ সিংহদেৱৰ ক্ষেত্ৰত এইটোৱেই প্ৰত্যক্ষ হোৱা দেখা যায়।

## মুখ্যমন্ত্ৰী হিচাপে সিংহদেৱৰ কেইটিমান কাম

এইজন ভীষ্মৰূপী শৰৎ সিংহৰ দৰে গদাৰ প্ৰচণ্ড প্ৰহাৰত শ্বিলং পাহাৰৰ প্ৰায় এশ বছৰীয়া মোহ ভংগ কৰি একেদোপেই ১৯৭৪ চনত গুৱাহাটীৰ ভৈয়ামলৈ ৰাজ্যৰ ৰাজধানীখন হুৰহুৰকৈ নামি আহিবলৈ বাধ্য হৈছিল। অৱশ্যে স্থায়ী ৰাজধানীৰ স্থানলৈ অনেক বাদানুবাদ চলি থকাত উপায়হীন হৈ দিশপুৰতেই অস্থায়ী ৰাজধানী স্থাপন কৰিবলৈ বাধ্য হৈছিল নানান ৰাজনৈতিক, কাৰিকৰী হিচাপ-নিকাচ কৰি। এবাৰ জাগীৰোড বা সোনাপুৰত ৰাজধানী স্থাপন হ'ব বুলিও উৰা বাতৰি শুনা গৈছিল, কিন্তু সেয়াও সম্ভৱ নহ'ল ৰাজনৈতিক টনা আজোৰা আৰু অন্যান্য কাৰণৰ হেতুকে।

সেইজনেই একালৰ অসমৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ যি এবাৰ এটা সিদ্ধান্ত শুদ্ধ বুলি থিৰাং কৰি লোৱাৰ পাছত সেই সিদ্ধান্তত কোনো বাধা বিপত্তি কাৰো কথা সহজতে মানি ল'ব নুখুজিছিল, আনকি কাৰো ধমক, ভাবুকিলৈকো পৰোৱাই নকৰিছিল। তেখেতেই ধনকুবেৰৰ কেবা মহলীয়া অট্টালিকা বুলডজাৰৰ দ্বাৰা ভাঙি ওফৰাই দি হ'লেও গুৱাহাটীৰ মাজ মজিয়াত পুৰণি ঠেক মূল ৰাজহুৱা পথবোৰ অতি দৃঢ় পদক্ষেপৰে সৈতে বহলাইছিল; যি ঘটনাই হাজাৰ হাজাৰ পথযাত্ৰীৰ চকুত চমক লাগিছিল; খবৰ কাগজত ডাঙৰ ডাঙৰ হৰফেৰে এই ঘটনা প্ৰকাশ পাইছিল, আনকি কাণেৰে শুনাজনেও বিস্ময়ত অভিভূত হৈছিল। প্ৰশ্ন উঠিছিল ঃ শৰৎ চন্দ্ৰ আচলতে কি ধাতুৰে নিৰ্মিত? আচলতে সেইসময়ত প্ৰয়োগ থকা ইমাৰজেন্সিৰ যাদুৱে তেওঁক যথেষ্ট পৰিমানে সহায় কৰিছিল।

## নাঙল যাৰ মাটি তাৰ (চিলিং), পঞ্চায়তৰাজ, সমবায় ইত্যাদি আইন

গোৱালপাৰা-ধুবুৰীৰ জমিদাৰসকলে নিমাখিত প্ৰজাসকলৰ ওপৰত কৰা নিৰ্য্যাতন-নিষ্পেষন লাঘৱ কৰিবৰ কাৰণে 'নাঙল যাৰ মাটি তাৰ' 'চিলিং এ'''

নামকৰণেৰে এক আইন বিধানসভাই অনুমোদন কৰিছিল। ইয়াৰ দ্বাৰাই গৰীব-দুখীয়াক মাটিৰ অধিকাৰী পট্টা দিবৰ কাৰণে ব্যৱস্থা কৰিছিল। ইয়াৰ বাহিৰেও চৰকাৰে নিজৰ মুনাফা বাদ দিলে গান্ধীজীৰ 'পঞ্চায়তৰাজ' সৰ্বশ্ৰেষ্ঠ প্ৰশাসন হ'ব বুলি দৃঢ় বিশ্বাস কৰি সিংহ ডাঙৰীয়াই 'পঞ্চায়তৰাজ আইন' পাছ কৰিছিল। পিছে আমাৰ মানসিক দুৰ্বলতা অন্যহাতেদি নিস্বাৰ্থ প্ৰকৃত গুৰিয়ালৰ অভাৱত সেই সুকৰ্মৰ মহান আঁচনি, পৰিকল্পনাবোৰ দুৰ্ভাগ্যজনকভাৱে বৰ্তমান ধোঁৱা চাঙতহে ঠাই পাইছে। ভাল আঁচনি, পালেও তাক আমি পৰিচালনা কৰিব নাজানো। আমি সঁচাকৈয়ে মানুহৰ শাৰীৰ পৰা নামি গৈ অৰ্দ্ধমানুহ sub human শ্ৰেণীলৈ ক্ৰমান্বয়ে গতি কৰা বুলি এইবোৰ ঘটনাৰ পৰাই অনুমান হয়। কাৰণ ক'লে অপৰাধ হয়, তথাপিও নকৈ নোৱাৰি, আমি যেন খাব নাজানি এফালৰ পৰা সকলোবোৰ ভাল আঁচনি চোবাই নাশ কৰিছো।

শৰৎ চন্দ্ৰ সিংহদেৱে গৰীব-দুখীয়া, নিচলা, খাটি খোৱা গাঁৱলীয়া লোকক বচোৱাৰ মানসেৰে নিজে গীত-মাত ৰচি আবৃত্তি কৰি 'সমবায় আন্দোলন' জনপ্ৰিয় কৰিবলৈ হাতেকামে লাগি গৈছিল। গাঁৱলীয়া সমবায় বেংক খুলি সকলোৰে মাজত উৎসাহ উদ্দীপনাৰ নতুন যোগসূত্ৰ স্থাপন কৰিছিল; ৰাইজৰ মনত নতুন আনন্দৰ খলকনি, জোঁৱাৰৰ ধাৰা বোৱাই দিছিল যিটো ঘটনা বাস্তৱিকতে এক অভূতপূৰ্ব ক'ব পাৰি। সঁচাকৈয়ে জনসাধাৰণৰ মনত এক নতুন আলোড়নৰ সৃষ্টি কৰিব পৰাটো কম কথা নহয়। তেওঁ যেন নতুন দিগন্ত বুলি নতুন আশাৰ সঞ্চাৰ কৰিছিল। সময়ৰ গতিত সেইবোৰ কলৈ গ'ল ক'ত হেৰাল আমি তাৰ কোনেও খবৰ ৰখা নাই। কোনো এজনো চলাই নিওঁতা নোলাল।

## বাহিৰৰ মানুহৰ সিংহ দেৱৰ প্ৰতি কেনে অসীম শ্ৰদ্ধা

বহুদূৰৰ যেনে পশ্চিম আৰু দক্ষিণ ভাৰতৰ ভাৰী ভাৰী নেতাই শাৰী পাতি চৰণ চুই এবাৰ দিল্লীহেন মহানগৰীত শৰৎ সিংহ দেৱৰ পুণ্যজন্ম দিনত আন্তৰিক সম্ভাষণ জনোৱা নজিৰ আছে। ইমানদূৰৰ হাজাৰ হাজাৰ মাইল দূৰৰ নিলগৰ মানুহে সিংহ দেৱক বুকুৰ মানুহ বুলি চিনি পাইছে আৰু তেনেকৈ সন্মান জনাই আহিছে। কিন্তু বাৰীৰ ঘাঁহ আৰু ঘৰৰ গৰুৱে ৰাহি নহাৰ দৰে আমি অসমীয়াসকলে নিজৰ মনক এবাৰ নিৰলে সুধি চাইছোনে বাহিৰৰ লোকে সিংহদেৱক কিয় ইমান নিবিড়ভাৱে ভাল পায়? আমাৰ ভিতৰত থকা বদগুণবোৰেই ইয়াৰ প্ৰধান প্ৰতিবন্ধক আৰু অন্তৰায়

নহয় জানো? সদ্‌গুণ অৰ্জন কৰা পৰম সৌভাগ্যৰ বলত হয়। জাতীয় আত্ম সচেতনা নহ'লে স্বজাতিৰ দেশপ্ৰেম, বীৰ পূজাৰ মহান গুণ ক'ৰ পৰা আহিব? মানৱ আক্ৰমণৰ ফলস্বৰূপে অসমবাসীৰ জাতি হিচাবে আত্মসচেতনা বহুলাংশ হেৰাই গ'ল। তাৰ পাছতে বহু ষড়যন্ত্ৰ কৰি ভৱিষ্যতে বিদ্ৰোহৰ অগনি যাতে অসমত জ্বলিব নোৱাৰে সেই কু উদ্দেশ্যেৰে বৃটিছে বৰ বিহ কানী খুৱাই জাতিটোক ভিতৰৰ পৰা পিত মাৰিলে, কলিজাৰ সাহস আৰু অন্যান্য গুণবোৰ সমূলি হেৰুৱাই পেলোৱাৰ দৰে হ'ল; বাকী ৰ'ল ভয়ানক খং-ৰাগ, জাতি হিংসা, আত্মবিশ্বাসহীনতা, এলাহ, কৰ্মক্ষমতাহীনভাৱ, পৰৰ ওপৰত খোৱা, ভটিয়নী নাৱত যোৱা স্বভাৱ। অথচ এটা মহান জাতি গঢ়ি তুলিবলৈ যিমানবোৰ সম্পদ লাগে অসমীয়াৰ ভাগ্যত সকলো আছে; পৃথিৱীৰ কোনো জাতিৰে বোধহয় ইমানবোৰ জাতি গঠনৰ বিশাল সম্পদৰাজি নাই। জাপান আৰু জাৰ্মানীক দ্বিতীয় মহাযুদ্ধৰ ফলত সম্পূৰ্ণ বিধ্বংস কৰি দিয়াৰ পাছতো তলে-তলে কোনেও গম নোপোৱাকৈ কেৱল দেশপ্ৰেমৰ বলত তেওঁলোকে পুনৰ পৃথিৱীৰ অন্যতম শক্তিশালী জাতি হিচাপে চকুৰ আগতে কেনেকৈ থিয় হৈছে? খুব সম্ভৱ নিয়তিয়ে অসমীয়া জাতিৰ পুনৰ সচেতনা, আত্মবিশ্বাস, জাতিপ্ৰেম ঘূৰাই আনিবলৈকে শৰৎ সিংহৰ নিচিনা মহাগুণী, মহাশক্তিধৰক এই অসম মুলুকলৈ পঠাইছিল। মুঠতে আগন্তুক বিশ্বসমাজৰ ভয়ানক ব্যাভিচাৰ, অনাচাৰৰ পৰা সৃষ্টি হ'ব পৰা মহা বিপদৰ পৰা হাত সাৰিবৰ কাৰণে হ'লেও সিংহ দেৱৰ সাত্বিক বাণীবোৰলৈ মনকাণ দিয়া উচিত। জাতিয়ে তেওঁৰ আদৰ্শ গ্ৰহণ কৰা বুলি বুজিলেহে তেওঁৰ কৰ্মপ্ৰেৰণা এই ভাটি বয়সতো দুগুনে বাঢ়িব; তেওঁৰ ভিতৰত লুকাই থকা অদম্য শক্তি জাগ্ৰিত হ'ব। আমাক জাতি হিচাপে দৰকাৰ হৈছে জাতীয় প্ৰেম, স্বাবলম্বন, পৰিশ্ৰমী মনোভাৱ, আত্মবিশ্বাস, জাতি হিচাপে জীয়াই থকাৰ প্ৰৱল ইচ্ছা শক্তি, কষ্টসহিষ্ণু গুণ, দৃঢ় প্ৰতিজ্ঞা ইত্যাদি আনক মাৰি মই জগত জিনিম এইভাৱ মনত পুহিলে অন্তিমত নিজৰেই পতন অনিবাৰ্য্য। আনৰ মংগল কামনাৰে সিবিলাকৰ সেৱাৰ মাজেদি সকলোৰে অন্তৰত ত্যাগৰ মাজেদি প্ৰবেশ কৰিব পাৰিলেহে আমি জগত জিনিব পাৰিম এয়া শৰৎ সিংহদেৱৰ শিক্ষা। দিন যিমানে অতিবাহিত হৈ গৈ থাকিব সিমান গুণে সাধাৰণ চহা মানুহৰ মন মন্দিৰত শ্ৰদ্ধেয় শৰৎ সিংহৰ প্ৰতি থকা ভাবমূৰ্তি মহামতি গান্ধী, লেনিন, আব্ৰাহাম লিংকনৰ দৰে ক্ৰমাগতভাৱে বৃদ্ধি পাব আৰু চিৰদিন তেখেত বিশালৰ পৰা বিশালতৰ হ'ব। তেখেতৰ দীৰ্ঘ জীৱন কামনা কৰা হ'ল।

## জীৱন আৰু কৃতি

### শৰৎ সিংহদেৱৰ জীৱনপঞ্জী

১৯১৪ চনৰ ১ জানুৱাৰীত জন্ম। পিতৃৰ নাম ˚ লালসিং সিংহ, মাতৃৰ নাম আয়াসিনী দেৱী। জন্মস্থান - চাপৰ ভকত গাঁও, জিলা- ধুবুৰী, অসম। ১৯২৭ চনত ভকত গাঁও এল পি স্কুলৰ পৰা পাছ কৰে। চাপৰ এম ভি স্কুলৰ পৰা উত্তীৰ্ণ হয় ১৯৩০ চনত। ইন্দ্ৰ নাৰায়ন একাডেমীৰ পৰা মেট্ৰিকলেচন পাছ কৰে ১৯৩৫ চনত। কটন কলেজৰ পৰা ১৯৩৭ চনত আই এচ চি আৰু ১৯৩৯ চনত বি এচ চি। বেনাৰচ হিন্দু ইউনিভাৰচিটিৰ পৰা ১৯৪২ চনত আইন পাছ কৰে। দুগৰাকী ভনীয়েক বিন্দেশ্বৰী সিংহ আৰু সিদ্ধেশ্বৰী সিংহ।

### কৰ্মজীৱন

১৯৪২ চনৰ পৰা ১৯৪৪ চনলৈকে বীৰঝোৰা হাইস্কুলৰ প্ৰধান শিক্ষক, ১৯৪৪ চনৰ পৰা ১৯৫২ চনলৈ চাপৰ স্কুলৰ প্ৰধান শিক্ষক; ১৯৪৫ চনত লোকেল বৰ্ডৰ সদস্য; ১৯৪৬ চনত বিধান সভাৰ সদস্য; ১৯৫২ চনৰ পৰা ১৯৫৯ চনলৈ গুৱাহাটী মেডিকেল কলেজ আৰু পাণ্ডু কলেজৰ গৰ্ভনিং বডিৰ সভাপতি; ১৯৭১ চনৰ পৰা ১৯৭২ চনলৈ অইল ইণ্ডিয়া লিমিটেডৰ চেয়াৰমেন। কংগ্ৰেছ (এচ) সমাজবাদী দলৰ সভাপতি ১৯৮৭ চনৰ পৰা ১৯৯৯ চনলৈ। সভাপতি, প্ৰদেশ এন চি পি দল ২০০০ চনৰ পৰা ২০০৩ চনলৈ। পুনৰ সভাপতি, এন চি পি দল ২০০৪ চনত।

### বিধান সভাৰ সদস্য

১৯৪৬ চনৰ পৰা ১৯৫২ চনলৈ; ১৯৬২ চনৰ পৰা ১৯৬৭ চনলৈ; ১৯৭২ চনৰ পৰা ১৯৭৮ চনলৈ আৰু ১৯৭৮ চনৰ পৰা ১৯৮৩ চনলৈ অসম বিধান সভাৰ বিধায়ক আছিল। ১৯৭২ চনৰ পৰা ১৯৭৮ চনলৈ মুখ্যমন্ত্ৰী আছিল।

### বিবাহ

১৯৪১ চনত; পত্নী লাবণ্য সিংহ। জীয়েকসকল— প্ৰণতি সিংহ, মিনতি সিংহ, সুনীতি সিংহ। পুতেকসকল—˚ অপূৰ্ব সিংহ, প্ৰশান্ত সিংহ, জয়ন্ত সিংহ। ■

**(লেখক পুণ্যধৰ চেতিয়া ফুকন একেধাৰে বিশিষ্ট সাহিত্যিক, সমাজকৰ্মী আৰু ৰাজনৈতিক সমীক্ষক। তেখেত কেইবাখনো অনুসন্ধিৎসু, ৰাজনৈতিক আৰু ধৰ্মীয় গ্ৰন্থৰ উপৰিও চিন্তাগধুৰ প্ৰবন্ধৰ লেখক। বৰ্তমান তেওঁ গুৱাহাটীৰ খৃষ্টিয়ান বস্তিৰ বাসিন্দা)।**

# এজন অসাধাৰণ সাধাৰণ মানুহ বৰেণ্য শৰৎ চন্দ্ৰ সিংহ

■ ৰামচৰণ দাস

শৰৎ চন্দ্ৰ সিংহক জনগনৰ এজন সাধাৰণ মানুহ বুলি অভিহিত কৰিব পাৰি। কাৰণ তেওঁ শৈশৱ কালৰ পৰাই সাধাৰণ মানুহ হিচাপে জীৱন অতিবাহিত কৰিছে। কিন্তু তথাপি তেওঁক এজন অসাধাৰণ সাধাৰণ মানুহ বুলি অভিহিত কৰা হৈছে, কাৰণ তেওঁ অসমৰ মুখ্যমন্ত্ৰী হৈও এজন সাধাৰণ মানুহৰ দৰে নিৰলস জীৱন যাপন কৰি আহিছে।

সিংহ ডাঙৰীয়াৰ লগত মোৰ প্ৰথম যোগাযোগ হয় ১৯৫৫-৫৭ চনত গুৱাহাটীত। সেই সময়ত তেওঁ অসম কংগ্ৰেছ কমিটিৰ সাধাৰণ সম্পাদক আছিল আৰু গুৱাহাটীতে থাকিবলৈ লৈছিল। ১৯৫৩ চনৰ অক্টোবৰ মাহত মই অসম সেৱা সমিতিৰ সাধাৰণ সম্পাদক হিচাপে নিৰ্বাচিত হৈ শ্বিলঙত থাকিবলৈ লৈছিলো, কাৰণ তেতিয়া অসম সেৱা সমিতিৰ মুখ্য কাৰ্য্যালয় আছিল শ্বিলঙত। আগতে অসম সেৱা সমিতিৰ সাধাৰণ সম্পাদক আছিল প্ৰয়াত গান্ধীবাদী, সমাজসেৱক, অনাবিল চৰিত্ৰৰ অধিকাৰী বি.কে. ভাণ্ডাৰী। বি.কে. ভাণ্ডাৰী আছিল কৰ্ণাটকৰ। তেওঁ আহিছিল অসমৰ জনজাতি আৰু অনুন্নত লোকসকলৰ মাজত উন্নয়ন আৰু কল্যাণমূলক কাম কৰিবলৈ। ১৯৩৬ চনতেই অসমলৈ আহি বড়ো জাতি অধ্যুষিত নলবাৰী জিলাৰ বৰমাত এখন আশ্ৰয় পাতি তাৰ অধিবাসীসকলৰ মাজত উন্নয়ন আৰু কল্যাণমূলক কাম কৰিবলৈ আৰম্ভ কৰে। ১৯৫২ চনত ভাণ্ডাৰী আৰু তেতিয়াৰ শিক্ষা আৰু শ্ৰমমন্ত্ৰী প্ৰয়াত অমিয় কুমাৰ দাসৰ প্ৰচেষ্টাত অসম সেৱা সমিতি স্থাপিত হয়। ভাণ্ডাৰীদেৱ আছিল

অসম সেৱা সমিতিৰ অবৈতনিক প্ৰধান সচিব। কিন্তু দুৰ্ভাগ্যবশতঃ ১৯৫৩ চনৰ ২৫ আগষ্টত ভাণ্ডাৰীদেৱে আকস্মিকভাৱে মৃত্যুবৰণ কৰে। সেইকাৰণে মোক অসম সেৱা সমিতিৰ দায়িত্ব ল'বলৈ প্ৰধান সচিব হিচাপে নিৰ্বাচিত কৰে। ১৯৫৪ চনৰ নবেম্বৰ মাহত অসম সেৱা সমিতিৰ মুখ্য কাৰ্য্যালয় গুৱাহাটীলৈ স্থানান্তৰিত কৰা হয়। গতিকে মই গুৱাহাটীতে থাকিবলৈ লওঁ। সিংহ ডাঙৰীয়াৰ সৈতে গুৱাহাটীতে মোৰ যোগাযোগ হয়। অসম সেৱা সমিতিৰ কাৰ্য্যকৰী সমিতিৰ সদস্যসকলৰ প্ৰায়বোৰেই কংগ্ৰেছ পাৰ্টিৰ লোক আছিল। সেইকাৰণে মোৰো কংগ্ৰেছ পাৰ্টিৰ লোকসকলৰ লগত সঘনে যোগাযোগ ঘটিছিল। সেই সূত্ৰে সিংহ ডাঙৰীয়াৰ লগতো মোৰ এটা আত্মীয়তা গঢ়ি উঠে। সিংহ ডাঙৰীয়াক পিছত অসম সেৱা সমিতিৰ পৃষ্ঠপোষক হিচাপে নিৰ্বাচিত কৰা হয়। কংগ্ৰেছ কমিটিৰ এটা ৰিলিফ কমিটি আছিল। এই কমিটিৰ যোগেদি অসমৰ বিভিন্ন ঠাইত বানপানী বিধ্বস্ত আৰু ভূমিকম্প ক্ষতিগ্ৰস্ত লোকৰ মাজত কল্যাণমূলক কাম কৰা হৈছিল। অসম সেৱা সমিতিয়ে এই কমিটিৰ সহযোগত বিভিন্ন ঠাইত ক্ষতিগ্ৰস্ত লোকসকলৰ মাজত কাম কৰিছিল।

১৯৫৮ চনত অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু তামিলনাড়ুৰ ৰাজ্যপাল প্ৰয়াত বিষ্ণুৰাম মেধিক সম্বৰ্ধনা জনবালৈ এখন 'বিষ্ণুৰাম মেধি' সম্বৰ্ধনা সমাৰোহ সমিতি' গঠন কৰা হৈছিল। এই সমিতিৰ সভাপতি আছিল সিংহ ডাঙৰীয়া আৰু মই আছিলো সম্পাদক। এই সময়ত দুয়ো একেলগে কাম কৰাৰ সুযোগতে মই সিংহ ডাঙৰীয়াৰ ব্যক্তিত্ব নিৰীক্ষণ কৰিবলৈ সুবিধা পাইছিলো। সিংহ ডাঙৰীয়া তেতিয়া অসম কংগ্ৰেছ কমিটিৰ উপ-সভাপতিও আছিল।

সিংহ ডাঙৰীয়াৰ এটা স্বকীয় বৈশিষ্ট্য আছে। তেওঁ অনন্য স্বকীয়তাৰ বাবেই নিজৰ আদৰ্শৰ পৰা বিচলিত হোৱা নাই। তেওঁ এজন কৰ্মদক্ষ লোক। কৰ্মই ধৰ্ম বুলি তেওঁ বিশ্বাস কৰে। আৰু সেইকাৰণে তেওঁ কৰ্ম কৰিয়েই সময় অতিবাহিত কৰে আৰু অবাবত সময় নষ্ট নকৰে।

তেওঁৰ দায়িত্ববোধ অতি প্ৰবল। কোনো কামৰ দায়িত্ব ললে তেওঁ নিষ্ঠাৰে সেই দায়িত্ব পালন কৰে আৰু সুচাৰুৰূপে সমাধা কৰিবলৈ চেষ্টা কৰে। ১৯৭৬ চনত গুৱাহাটীৰ জৱাহৰ নগৰত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশন অনুষ্ঠিত হৈছিল। সিংহ ডাঙৰীয়া আছিল অভ্যৰ্থনা সমিতিৰ ধন ভৰালী। তেওঁ তেতিয়া মুখ্যমন্ত্ৰীও আছিল। মুখ্যমন্ত্ৰী হিচাপে তেওঁ কংগ্ৰেছৰ নেতাসকলৰ লগত হলিগলি কৰি সময়

অতিবাহিত কৰা নাছিল। কংগ্ৰেছ অধিবেশনখন কেনেকৈ সুকলমে আৰু সুচাৰুৰূপে শেষ কৰিব পাৰি তাৰ বাবে তেওঁ চিন্তা চৰ্চা কৰিছিল আৰু নিষ্ঠাৰে কৰ্তব্য কৰি প্ৰত্যেক উপ সমিতিৰ কাৰ্য্যৰ ওপৰত চকু ৰাখি আৰু সহকৰ্মীসকলক বিভিন্ন পৰামৰ্শৰে উৎসাহ দি কামবোৰ সম্পাদন কৰিছিল।

সিংহ ডাঙৰীয়া এজন প্ৰচাৰ বিমুখ নিষ্ঠাবান কৰ্মী। প্ৰচাৰতকৈ তেওঁ নিৰবচ্ছিন ভাৱে কাম কৰাত অধিক গুৰুত্ব আৰোপ কৰিছিল। তেওঁৰ মনৰ দৃঢ়তা অতি প্ৰবল। অন্যায়ৰ লগত কেতিয়াও আপোচ কৰা নাছিল। নিজৰ নীতি আৰু আদৰ্শৰ পৰা বিচলিত নহ'বলৈ দৃঢ়তা অৱলম্বন কৰিছিল।

সিংহ ডাঙৰীয়া এজন কোমল হৃদয়ৰ লোক, কিন্তু দুৰ্নীতিক কেতিয়াও প্ৰশ্ৰয় দিয়া নাই। মানুহক সহায় কৰে। তাৰ বাবে তেওঁ কেতিয়াও উৎকোচ গ্ৰহণ নকৰে।

সিংহ ডাঙৰীয়া বিলাসভোগী জীৱনৰ প্ৰতি উদাসীন। মুখ্যমন্ত্ৰী হৈও তেওঁ সাধাৰণভাৱে জীৱন-যাপন কৰিছিল আৰু পৰিয়ালবৰ্গয়ো তেওঁৰ দৰে চলিবলৈ আশা পোষণ কৰিছিল, সেইকাৰণে তেওঁ নিজৰ পৰিয়ালবৰ্গক মুখ্যমন্ত্ৰীৰ বাসভৱনলৈ নিয়া নাছিল। তেওঁ ভাবিছিল মুখ্যমন্ত্ৰীত্ব ক্ষণস্থায়ী। গতিকে তেওঁ পৰিয়ালবৰ্গকো সেই সম্বন্ধে সচেতন হ'বলৈ সোঁৱৰাই দিছিল যাতে তেওঁলোকে লাহ বিলাসৰ প্ৰতি আগ্ৰহী নহয়। তেওঁৰ কনিষ্ঠ ছোৱালীৰ বিয়াত আমিও নিমন্ত্ৰণী চিঠি পাইছিলো। তাত লিখা আছিল কোনেও যেন উপহাৰ লৈ নাহে। তেওঁ কেৱল ছোৱালীজনীক আশীৰ্বাদ দিবলৈহে চিঠিৰে জনাইছিল। গতিকে আমি লক্ষ্যধৰ চৌধুৰী আৰু বিশ্ব গোস্বামীৰ সৈতে ৰাতি পুৱাই বিয়াঘৰলৈ গৈ কেৱল আশীৰ্বাদ দি ঘূৰি আহিছিলো।

সিংহ ডাঙৰীয়া বহু গুণৰ সমাহাৰেৰে পৰিপুষ্ট। সততা, সৰলতা, দৃঢ়তা, কৰ্মদক্ষতা, সহৃদয়তা, কোমলতা, মানবতাবোধ, দায়বদ্ধতা, সহিষ্ণুতা, মিতব্যয়িতা, অহিংস সমাজবাদী নীতিৰ প্ৰতি একাগ্ৰতা আদি বহু গুণৰে অলংকৃত তেওঁ।

ৰাজনীতিক হিচাপেও তেওঁৰ এটা বিশেষত্ব আছে। তেওঁ 'আয়াৰাম গয়াৰাম'ৰ নিচিনা দল বাগৰি নুফুৰে। নিজৰ নীতি আৰু আদৰ্শত অচল-অটল। দৰকাৰ হ'লে 'একলা চল' আদৰ্শৰ মানসিকতাত আপ্লুত হৈ থাকে। যেতিয়া নিখিল ভাৰতীয় কংগ্ৰেছ কমিটিৰ বিভাজন হ'ল আৰু তাৰ প্ৰধান কমিটিখন 'ইন্দিৰা কংগ্ৰেছ' হ'ল তেওঁ তাৰ পৰা ওলাই আহি শাৰদ পাৱাৰ সমাজবাদী কংগ্ৰেছত যোগদান কৰিলে।

শাৰদ পাৱাৰ এতিয়া 'ইন্দিৰা কংগ্ৰেছ'ৰ সহযোগী হ'ল। সেই কাৰণে শৰৎ চন্দ্ৰ সিংহ সমাজবাদী কংগ্ৰেছৰ অধ্যক্ষ হিচাপে নিৰ্বাচিত হ'ল। বৰ্তমানে তেওঁ সমাজবাদী আদৰ্শ আগত ৰাখি ৰাজনৈতিক জীৱন যাপন কৰি আছে।

শৰৎ চন্দ্ৰ সিংহ দুৰ্বিষহ লোকৰ প্ৰতি অনুৰক্ত, তেওঁলোকৰ দৰিদ্ৰতা দূৰ কৰিবৰ বাবে প্ৰতিজ্ঞাবদ্ধ আৰু তাৰবাবে তেওঁ নতুন প্ৰজন্মৰ যুৱ সমাজক আহ্বান জনাইছে যাতে তেওঁলোকে ভোগ বিলাসত মত্ত নহৈ ভাতৃত্ববোধৰ মানসিকতাৰে উদ্বুদ্ধ হৈ দুৰ্নীতিৰ কৰাল গ্ৰাসত নপৰি, সৰল জীৱন যাপন কৰি সমাজখনক আগুৱাই নিব পাৰে। আশা কৰো সেই আহ্বানৰ ঐতিহ্য হৃদয়ঙ্গম কৰিবলৈ যুৱক-যুৱতীসকল আগবাঢ়ি আহিব আৰু এখন দুৰ্নীতিবিহীন নিকা সমাজ গঢ়িবলৈ চেষ্টা কৰিব। শেষত সিংহ ডাঙৰীয়াৰ বাকী থকা জীৱন যেন সুখ শান্তিৰে অতিবাহিত হয় তাৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো। ■

(লেখক ৰামচৰণ দাস এজন বিশিষ্ট সমাজ সেৱক, নৃতত্ত্ববিদ, শিক্ষাবিদ, গান্ধীবাদী, এগৰাকী আগশাৰীৰ লেখক। প্ৰাক্তন মুৰব্বী অধ্যাপক নৃতত্ত্ব বিভাগ আৰ্য্য বিদ্যাপীঠ কলেজ, গুৱাহাটী ; প্ৰাক্তন অধ্যক্ষ, বিকালী কলেজ, ধুপধৰা, একেৰাহে কেবাবছৰো অসম সেৱা সমিতিৰ সম্পাদক হিচাপে সেৱা আগবঢ়াইছিল। ৮৫ বছৰীয়া দাস সকলোৰে শ্ৰদ্ধা আৰু মৰমৰ ব্যক্তি। তেখেত গুৱাহাটীৰ ৰাজগড় পথৰ বাসিন্দা)।

# শৰৎ চন্দ্ৰ সিংহৰ জীৱন আৰু দৰ্শন

■ অজিত কুমাৰ ৰায়

শৰৎ চন্দ্ৰ সিংহৰ নামটো অসমত এটা অতি জনপ্ৰিয় নাম। তেখেত কংগ্ৰেছৰ সৰু গোট মণ্ডল কংগ্ৰেছ, অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি আদি পদ অলংকৃত কৰি দোপতদোপে এটা অৱস্থাত আহি অসমৰ মুখ্যমন্ত্ৰী পদতো অধিষ্ঠিত হয়গৈ। তেখেত মুখ্যমন্ত্ৰী হিচাবেও ৰাইজৰ মাজত জনপ্ৰিয় আছিল আৰু তেখেতৰ প্ৰচেষ্টাতেই অসমৰ ৰাজধানী শ্বিলঙৰ পৰা দিশপুৰলৈ স্থানান্তৰিত কৰা হৈছিল।

ছাত্ৰ হিচাবে তেখেত মেধাবীও আছিল। তেখেত বিজ্ঞান তথা আইনৰ স্নাতক। ৰাজনীতি তথা সাহিত্য সাধনাতো তেখেতৰ ৰাপ থকা দেখা যায়। তেখেত ৰাজনীতিজ্ঞ, দেশ সেৱক আৰু জনহিতাকাংক্ষী।

অসমৰ ধুবুৰী জিলাৰ চাপৰৰ তেখেত পূৰ্বৰ বাসিন্দা। বৰ্তমান অৱশ্যে গুৱাহাটী মহানগৰীতে তেখেতৰ নিজা ঘৰ। মোৰ দেউতা ঁনীল কমল ৰায়ৰ লগত (গাঁও- ডিংডিঙ্গা, জিলা-কোকৰাঝাৰ) তেখেতৰ ঘনিষ্ঠ বন্ধুত্ব আছিল। তেখেতে আমাৰ ঘৰলৈ কেবাবাৰো গৈছিল। তেখেতে এবাৰ গোসাইগাঁও বিধান সভা সমষ্টিৰ পৰাও বিধায়ক পদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰিছিল বুলি জনা যায়। তাহানি কোচবিহাৰ অসমৰে অন্তৰ্গত আছিল। পিছৰকালৰ ৰাজ্য বিভাজনৰ সময়ত কোচ বিহাৰক পশ্চিমবংগৰ লগত চামিল কৰাৰ অভিসন্ধিত মোৰ দেউতা, ধুবুৰী জিলাৰ ঁযাদৱ অধিকাৰী, শৰৎ চন্দ্ৰ সিংহ চাৰ আৰু পুৰণি গোৱালপাৰা জিলাৰ কিছুমান ৰাজনৈতিক নেতাই একেলগ হৈ সংঘবদ্ধভাৱে প্ৰতিবাদ জনোৱাৰ কথা গম পাইছিলো। সেইবোৰ প্ৰতিবাদ যেনিবা অৱশেষত ফলৱতী নহ'ল! তাহানিৰ কোচ ৰাজ্যৰ ৰাজধানী কোচবিহাৰ অৱশেষত

পশ্চিমবংগৰ লগতেই চামিল হ'ল। কোচবিহাৰ আৰু তাৰ ওচৰতে থকা মধুপুৰ সত্ৰই এতিয়াও কোচ ৰজা মহাৰাজ নৰনাৰায়ণৰ খিতাপ আৰু মহাৰাজ নৰনাৰায়ণ আৰু ভায়েক চিলাৰায়ৰ পৃষ্ঠপোষকতাত শ্ৰীমন্ত শংকৰদেৱে প্ৰচাৰ কৰা একশৰণ নাম ধৰ্মৰ সাক্ষ্য বহন কৰি আছে। কোচবিহাৰত এতিয়াও যেন অসমৰ প্ৰাণস্পন্দন আছে।

শ্ৰীশৰৎ চন্দ্ৰ সিংহ ৰাজবংশী জাতিৰ (কোচ বংশৰ) মানুহ। কিন্তু তেখেতৰ চিন্তাধাৰা আৰু দৃষ্টিভংগী বৰ উদাৰ। দেউতাৰ মুখত শুনিছিলো সিংহ ছাৰ হেনো সততা আৰু নীতি-আদৰ্শত অলৰ আৰু কোনো অৱস্থাতেই সততা-বিপৰীত ধৰ্মীৰ লগত হাত মিলোৱা মানুহ নহয়। তেখেত ৰাজবংশী জাতিৰ মানুহ হৈও ৰাজবংশী জাতিৰ বাবে অলপহে ভাবে; বৰং তেখেতৰ উদাৰ দৃষ্টিভংগীত প্ৰকাশ পায় অসমৰ উন্নতি, অসমীয়া জাতিৰ সৰ্বাংগীন উন্নতি আৰু অসমক ভাৰতৰ এখন লেখত ল'বলগীয়া তথা আগশাৰীৰ ৰাজ্যৰ পৰ্যায়লৈ উন্নীত কৰাৰ বহল মানসিকতা।

ইংৰাজী ১৯৭৩ চনত অসমৰ ৰাজধানী যেতিয়া শ্বিলঙৰ পৰা দিশপুৰলৈ স্থানান্তৰিত হয়, তেতিয়া শৰৎ চন্দ্ৰ সিংহ অসমৰ মুখ্যমন্ত্ৰী। শৰৎ চন্দ্ৰ সিংহই তেতিয়াই অসমত দেখা দিয়া শিক্ষিত নিবনুৱা সমস্যা সমাধানৰ বলিষ্ঠ পদক্ষেপ হিচাপে আত্ম নিয়োজন আঁচনি (Self Employment Programme) প্ৰৱৰ্তন কৰে। আমি গোৱালপাৰা (পুৰণি) জিলাৰ চাৰিজন শিক্ষিত নিবনুৱাই অসমৰ বাকীবোৰ জিলাৰ শিক্ষিত নিবনুৱাৰ লগতে একেলগে উক্ত আঁচনিৰ অন্তৰ্ভুক্ত কুকুৰা পোহা আঁচনি (poultry), দুগ্ধ উন্নয়ন আঁচনি (dairy farming) আৰু গাহৰি পালন (piggery) আঁচনিৰ প্ৰথমবিধ (poultry) আঁচনিৰ অধীনত এবছৰীয়া প্ৰশিক্ষণ খানাপাৰাত লৈছিলো। তেতিয়াৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই আমাক নিজা কাৰ্য্যালয় কক্ষলৈ মাতি আনি উক্ত আঁচনিবোৰৰ উপকাৰিতা তথা ইয়াৰ দ্বাৰা নিবনুৱা সমস্যা সমাধান কৰি কেনেকৈ নিজকে সমাজত অকল white colour job-ৰ ওপৰত নিৰ্ভৰ নকৰি প্ৰতিষ্ঠিত হ'ব পাৰি সেই বিষয়ে প্ৰায় এঘণ্টা মান বক্তৃতা দিছিল। আমাক কামৰূপ জিলাৰ ৰাণী নামৰ ঠাইত পাম খুলি দি প্ৰতিষ্ঠা কৰাৰ কথা দিছিল আৰু উক্ত আঁচনিবোৰৰ অন্তৰ্ভুক্ত পামবোৰৰ পৰা উৎপন্নজাত কণী, গাখীৰ আৰু গাহৰি আদিৰ বজাৰ চৰকাৰে নিজে ল'ব বুলিও প্ৰতিশ্ৰুতি দিছিল। দুৰ্ভাগ্যবশতঃ উক্ত গঠনমূলক আঁচনিবোৰ নানা কাৰণত অৱশ্যে বাস্তৱত ৰূপায়িত নহ'ল।

১৯৭৩ চন মানৰ কথা। দিশপুৰৰ ৰাজধানী চৌহদত এখন সভাত তেখেতৰ বক্তৃতা শুনাৰ আকৌ সৌভাগ্য ঘটে। উক্ত বক্তৃতাত 'দিশপুৰ' লৈ ৰাজধানী স্থানান্তৰিত

কৰাৰ প্ৰসংগত তেখেতে 'দিশপুৰ' শব্দটোৰ অৰ্থ বহলাই ব্যাখ্যা কৰে। বড়ো ভাষাত 'দিচ' মানে পানী আৰু 'পুৰ' মানে অঞ্চল। অৰ্থাৎ দিশপুৰত আগেতে হেনো পানীৰ অঞ্চল বা জলাশয় আছিল। ইয়াৰ আন এটা প্ৰসংগ উল্লেখ কৰি তেখেতে কয় 'দিশ' শব্দটো পূব, পশ্চিম, উত্তৰ, দক্ষিণ দিশো বুজায় আৰু 'পুৰ' মানে অঞ্চল বা নগৰ, অৰ্থাৎ ইয়াত বহুপুৰণি কালত হেনো দিশ নিৰ্ণয়কাৰী কেন্দ্ৰ (observatory centre/ side) এটা থকাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি। তাৰ পিছতে তেখেতে 'চৰকাৰে আমাৰ কাম নকৰে' ইত্যাদি প্ৰসংগত 'চৰকাৰ' বোলোতে যে দিশপুৰৰ সচিবালয়ৰ মন্ত্ৰী মণ্ডল, ভাৰতীয় প্ৰশাসনীয় বিষয়া, অসম অসামৰিক বিষয়াকে ধৰি সচিবালয়ৰ কৰ্মচাৰী বৃন্দকেই অকল নুবুজায় বৰং 'Govt is by the people, for the people and of the people' এইষাৰ বাক্যৰ উদাহৰণেৰে সকলো ৰাইজৰ চৰকাৰী গঠনমূলক আঁচনিসমূহ ৰূপায়নৰ ক্ষেত্ৰত যে সক্ৰিয় আৰু প্ৰত্যক্ষ ভূমিকা আছে সেয়া বহলাই বুজাই ৰাইজৰ মাজত সচেতনাবোধ জগাবৰ চেষ্টা কৰিছিল। তেখেতে ক'বলৈ গৈছিল 'চৰকাৰ' মানে ৰাইজ আৰু ৰাইজৰ সেৱাত মনোনীত বা নিয়োজিত কৰ্মচাৰীবৃন্দ আদি সকলোৱে।

এবাৰ পুৰণি গোৱালপাৰা জিলাৰ এজন ডেকা ল'ৰাই হেনো তেখেতৰ ওচৰত চৰকাৰী চাকৰি এটা মকৰল পোৱাৰ আশাৰে তেখেতৰ সহায় বিচাৰি আহে। শৰৎ চন্দ্ৰ সিংহই ল'ৰাজনক নিজৰ ভৰিত থিয় হ'ব পৰা যোগ্যতা বা অৰ্হতা অৰ্জনৰ কথা কয় আৰু তেখেতে ডেকা ল'ৰাজনক জনায় যে তেওঁ অসমৰ মুখ্যমন্ত্ৰীহে, গোৱালপাৰা জিলাৰ বাবেই অকল নহয়, সেয়ে মুখ্যমন্ত্ৰী এজনে অকল এখন জিলাৰ বিষয়ে চিন্তা কৰিলে নহ'ব। ডেকা ল'ৰাজনক নিজৰ শিক্ষাগত অৰ্হতা আৰু যোগ্যতাৰ চাকৰি এটা লাভ কৰিবলৈ উপদেশ দি পঠায়। এনেবোৰ ক্ষেত্ৰত আজিও তেখেতে নিজৰ ল'ৰা তিনিটা আৰু ছোৱালী তিনিজনীৰ চাকৰি-বাকৰিৰ বাবে কাকো ক'তো তোষামোদ কৰা নাছিল। ডাঙৰ লৰা অপূৰ্ব অভিযন্তা আছিল। তেওঁৰ ঘৈনীয়েকো একে বিভাগৰে অভিযন্তা। অপূৰ্ব ঢুকোৱাৰ পাছত ডাঙৰ বোৱাৰীয়েক মুম্বাইৰ এচ.এন.ডি.চি. কলেজত অধ্যক্ষা হৈ আছে। মাজু ল'ৰাটো প্ৰতিৰক্ষা বিভাগত চাকৰি কৰিছিল। তেওঁ এতিয়া চাকৰি বাদ দি ৰাজগড়স্থ ঘৰটোতেই পৰিয়ালসহ থাকে। একেবাৰে সৰু ল'ৰাটোৰ চাকৰি নাই। বাপেকে এনেবোৰ বিষয়ত কাকো কোৱাৰ অভ্যাসো নাই, সেয়ে ল'ৰা-ছোৱালীবোৰেও এইবোৰ বিষয়ত সিংহ চাৰক কেতিয়াও নকয়। ডাঙৰ জীয়েকৰ ল'ৰাও বৰ্তমান নিবনুৱা। নিঃস্বাৰ্থপৰতা, উদাৰতা, তোষামোদৰ বিৰুদ্ধাচৰণ তেখেতৰ ব্যক্তিত্বৰ মন কৰিবলগীয়া এটা দিশ।

## জীৱন আৰু কৃতি

একালৰ ভাৰতৰ প্ৰধানমন্ত্ৰী মোৰাৰজী দেশায়ে এবাৰ অসম ভ্ৰমণকালত তেখেতৰ দিশপুৰৰ আৱাসগৃহ দৰ্শন কৰে আৰু সিংহ চাৰৰ সহজ-সৰল জীৱন-যাপনৰ প্ৰণালী দেখি আচৰিত হয়। সিংহই এখন ৰাজ্যৰ মুখ্যমন্ত্ৰী হৈয়ো যে ইমান সহজ সৰল তথা মহা আদৰ্শবাদী জীৱন যাপন কৰিছে সেয়া দেখি স্তম্ভিত হয় আৰু বেলেগ ৰাজ্যৰ মন্ত্ৰীৰ তুলনাত সিংহ যে সম্পূৰ্ণৰূপে সুকীয়া তথা বিশেষ ব্যক্তিত্বৰ মানুহ এয়া মন্তব্য কৰিবলৈ বাধ্য হয়। তেখেতৰ ঘৈনীয়েকে কেতিয়াবা দৈনন্দিন বজাৰ খৰচৰ বাবে হেনো তেখেতৰ পকেটৰ পৰা খুচৰি পোৱা ২০/১০ টকাৰেও দৰকাৰী বয়-বস্তু, শাক-পাচলি কিনিবলগীয়া হয়। এনে ব্যক্তিত্বৰ মানুহ সঁচাকৈ বৰ বিৰল।

শৰৎ চন্দ্ৰ সিংহৰ ঘৈনীয়েকক অলপতে তেওঁলোকৰ বৰ্তমানৰ বেলতলাৰ এ.জি. অফিচলৈ যোৱা পথটোৰ বাঁওকাষে থকা সৰু ঘৰটোত লগ পাইছিলো। তেওঁলোকৰ ঘৰটো তেনেই অকণমানি এটা ঘৰ, জাক-জমকতাৰ পয়োভৰ নাই, যেন দুখীয়াৰ ভগা পঁজা এখনি যেন তীৰ্থস্থান য'ত বিৰাজ কৰে শান্তি আৰু নীৰৱতা। বহা কোঠালিটোত থকা আচবাব পত্ৰবোৰ তেনেই সস্তীয়া। কাঠৰ বেৰখনত ডাঙৰ ল'ৰা অৰ্পূব সিংহৰ ফটো এখন আঁৰি থোৱা, ওচৰতে কেইটামান প্ৰাইজ যেনে কাপ, শ্বিল্ড ইত্যাদি।

সিংহ ছাৰৰ বৰ্তমান দৈনন্দিন জীৱনৰ ৰুটিন হ'ল - ৰাতিপুৱা ৩/৩.৩০ মান বজাত উঠি মুখ-হাত ধুই কাৰ্য্যালয় সম্বন্ধীয় চিঠি-পত্ৰ বা কাৰোবাৰ চিঠি-পত্ৰৰ উত্তৰ বা কোনো কাকত বা আলোচনী/কিতাপৰ বাবে লগা চিঠি-পত্ৰ, প্ৰবন্ধ আদি লিখা। তেখেতৰ ৰাতিপুৱা প্ৰাতঃ ভ্ৰমণ কৰাৰ বৰ্তমান অভ্যাস নাই। ৮.৩০ মান বজাত ৰুটি খায় আৰু এন.চি.পি. কাৰ্য্যালয়লৈ যায় আৰু জিৰণি লয়। গধুলি ৮টা মান বজাতেই কিবা খাই শুই থাকে। গধূলি ৮টাৰ পিছত তেখেতে সাধাৰণতে কাকো লগ নকৰে।

সিংহ ছাৰৰ ঘৈনীয়েকৰ পৰা জানিলো তেখেতে হেনো মুখ্যমন্ত্ৰী হৈ থকাৰ সময়ত কাৰ্য্যালয়ৰ যিখন গাড়ী মুখ্যমন্ত্ৰীৰ ব্যৱহাৰৰ বাবে চৰকাৰৰ তৰফৰ পৰা দিয়া হৈছিল, সেইখন গাড়ী ঘৰৰ কোনো সদস্যক যেনে তেখেতৰ স্ত্ৰী, ল'ৰা-ছোৱালী আদিক ব্যৱহাৰ কৰিবলৈ নিদিছিল। তেখেতৰ পত্নীও অতি সহজ-সৰল, কথা-বতৰা মাৰ্জিত, ব্যৱহাৰ পাতি বৰ মধুৰ। সিংহ ছাৰৰ পত্নীয়ে আক্ষেপ কৰি কয়, "আমাৰো গাড়ীখনত কেতিয়াবা উঠি ফুৰিবলৈ মন যায়। তেখেতে কিন্তু গাড়ীখনত কাকোৰেই উঠিবলৈ নিদিয়ে, কাৰণ তেখেতৰ মতে মুখ্যমন্ত্ৰীৰ গাড়ীখন তেখেতক চৰকাৰে কাৰ্য্যালয়ৰ কাম-কাজৰ উদ্দেশ্যেহে ব্যৱহাৰ কৰিবলৈ দিছে, ব্যক্তিগতভাৱে ফুৰা-চকা বা

অঙহী-বঙহী ঘৰত ফুৰিবলৈ গাড়ীখন দিয়া নাই। সেয়ে এয়া নীতি বিৰুদ্ধ হেনো।"

বৰ্তমান বেলতলাৰ ঘৰটোত সিংহ চাৰ, তেখেতৰ পত্নী আৰু সৰু ল'ৰাটো থাকে। ডাঙৰ বোৱাৰী বছৰত এবাৰ হেনো শহুৰেকৰ ঘৰলৈ আহে। বোৱাৰীৰ প্ৰতি মৰম থকা বাবে মাজে মাজে বোৱাৰীৰ অনুৰোধত সৰু ল'ৰাটোৱে কিনা গাড়ীখন বা বেলেগ কোনোবা গাড়ীলৈ বোৱাৰীক ফুৰায়।

সিংহ চাৰে সংসাৰী হৈও পত্নী, ল'ৰা-ছোৱালী বা নাতি-নাতিনী সকলৰ প্ৰতি প্ৰবলভাৱে আসক্ত নহয় (non-attached)। সংসাৰ এখনৰ অভিভাৱক হিচাবে যেন কৰিবলগীয়া কৰ্তব্যখিনিয়ে কৰি গৈছে। তেখেত সুখ-দুখ, উত্থান-পতন, জয়-পৰাজয় আদি যিকোনো পৰিস্থিতিতে নিজৰ মনৰ ভাৰসাম্য বজাই ৰাখি চলা বিধৰ মানুহ। সুখতো বা ৰাজনৈতিক উত্থান বা কৃতকাৰ্য্যতাৰ আনন্দতো তেখেতক মতলীয়া হোৱা দেখা নাযায় বা দুখ বা ৰাজনৈতিক পতনতো তেখেত বিচলিত হৈ ভাগি পৰা বিধৰ মানুহ নহয়। তেখেতৰ জীৱনাদৰ্শত 'স্থিত প্ৰজ্ঞ'ৰ লক্ষণ পৰিস্ফুট হয়। 'দুখে স্বনুদ্ধিগ্নমনা সুখেষু বিগতস্পৃহঃ। বীতৰাগভয় ক্ৰোধঃ স্থিতদীৰ্মনিৰুচ্যতে।।' শ্ৰীমদ্ভাগৱদগীতৰ ২:৫৬ নং শ্লোকত 'স্থিত প্ৰজ্ঞ' বুলি মুখী বা সাধক তেওঁকেই কোৱা হৈছে যিজনে দুখ বেদনাতো বিচলিত নহয়, সুখৰ অনাবিল আনন্দতো মতলীয়া নহয় (উদ্বেগ শূন্য), অনুৰাগ, ভয়, ক্ৰোধ আদি সকলো অৱস্থাতে যিজন স্থিৰ থাকে। তেখেত ৰাজনৈতিক জীৱনত বহুবাৰ উত্থাপ-পতনৰ সন্মুখীন হৈছিল, ডাঙৰ ল'ৰা অপূৰ্বৰো অস্বাভাৱিক মৃত্যুত (দুৰ্ঘটনাজনিত) তেখেতে দুখ পাইছিল, কিন্তু তথাপিতো তেখেত বিচলিত হৈ ভাগি পৰা নাই। বগা ধুতি আৰু বগা আধা হাত কটা পাঞ্জাবী চোলা এটা পিন্ধি তেখেত জীৱন যুদ্ধ তথা দেশৰ সেৱাত আগবাঢ়ি গৈয়ে আছে। জীৱনৰ সংকল্প যেন, 'For men may come and men may go, but I go on for ever'। মানৱতা আৰু প্ৰজ্ঞাক সাৰোগত কৰি তেখেত ৰাইজৰ সেৱাত, দেশৰ সেৱাত নিঃস্বাৰ্থভাৱে, নিৰ্মল চৰিত্ৰ লৈ তথা কৰ্মৰ ফলাফল লাভৰ আশা নকৰি যেন নিজৰ জীৱন উছৰ্গা কৰাৰ দৃঢ় সংকল্প লৈ আগবাঢ়ি গৈয়ে আছে। সেয়ে তেওঁক মহান আত্মাৰ দেশসেৱক বুলি ক'লেও নিশ্চয় বঢ়াই কোৱা নহয়। এই সন্দৰ্ভত বিখ্যাত দাৰ্শনিক তথা ভাৰতৰ ভূতপূৰ্ব ৰাষ্ট্ৰপতি ড° সৰ্বপল্লী ৰাধাকৃষ্ণনৰ ভাষাত 'When we call one great, we do not mean great in physical courage or intellectual ability or artistic skill. These qualities have changed for time to time. One is great because of his humanity and wisdom.' সিংহ চাৰৰ জীৱন চৰিত্ৰত মানৱতা আৰু প্ৰজ্ঞাৰ লক্ষণ পৰিস্ফুট হয়। সেয়ে নিঃসন্দেহে তেখেতক মহা মানৱৰ

শাৰীত স্থান দিব পাৰি। এবাৰ ভাৰতৰ প্ৰধানমন্ত্ৰী মোৰাৰজী দেশায়ে হেনো কৈছিল মহাত্মা গান্ধী এতিয়াও মৰা নাই, তেওঁ এতিয়াও জীৱিত আছে। কোনোৱাই যদি এতিয়াও মহাত্মা গান্ধীৰ দৰ্শন কৰিব খোজে, তেওঁ অসমলৈ যাওক আৰু গুৱাহাটীত প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহক চালেই তেওঁৰ জীৱনাদৰ্শত মহাত্মা গান্ধীৰ নীতি-আদৰ্শ আৰু ত্যাগৰ আদৰ্শ দেখা পাব। শৰৎ সিংহৰ আদৰ্শ নীতিয়ে গান্ধীজীৰ আদৰ্শৰ অভিব্যক্তি।

শৰৎ চন্দ্ৰ সিংহৰ বয়স বৰ্তমান ৯২ বছৰ চুইছেগৈ। তেখেতে এই বয়সতো লিখা-পঢ়াৰ কামো কৰে। তেখেতে লিখা প্ৰবন্ধ পাতি, গঠনমূলক সমালোচনা আদি মাজে মাজে অসমৰ আগশাৰীৰ বাতৰি-কাকত, আলোচনী, বিভিন্ন লেখকৰ সম্পাদনাত ওলোৱা কিতাপ সমূহত পোৱা যায়।

অসমৰ বিশিষ্ট সাহিত্যিক আৰু লেখত ল'বলগীয়া সমাজ সেৱক হৰেন্দ্ৰ মোহন তালুকদাৰৰ বিষয়ে লিখা এটি প্ৰবন্ধত তেখেতৰ বলিষ্ঠ লিখনি, ভাৱৰ সাৱলীল গতি আৰু ভাষাৰ প্ৰাচুৰ্য্যৰ ওপৰত দখল থকা দেখা যায়। তেখেতে প্ৰবন্ধটোত লিখা শাৰী কেইটিমানৰ জৰিয়তে তেখেতৰ লিখনিৰ প্ৰকাশভংগী এইদৰে পোৱা যায় : তালুকদাৰ বুদ্ধিদীপ্ত, মননশীল। শোষিত, নিপীড়িতসকলৰ কল্যাণ সাধন কৰিবলৈ তেওঁ বিভিন্ন অনুষ্ঠান, প্ৰতিষ্ঠানৰ লগত সংপৃক্ত হৈ আছে। জাতীয়তাবাদী চিন্তাধাৰাৰ তেওঁ অনুৰক্ত। অসমত বসবাস কৰা জনগোষ্ঠীসমূহৰ আবেগ, অনুভূতি, আশা-আকাংক্ষাৰ সমন্বয় সাধন কৰি 'বিবিধেৰ মাঝে হেৰ মিলন মহান' আদৰ্শৰ ৰূপ দিব পৰা আঁচনিৰ প্ৰতি তালুকদাৰ বৰকৈ উদ্যোগী হোৱা দেখা যায়...' ইত্যাদি।

শৰৎ চন্দ্ৰ সিংহক মহান আদৰ্শবাদী, গান্ধীজীৰ নীতি অনুসৰণকাৰী, উচ্চ ব্যক্তিত্ব সম্পন্ন, নিৰ্মল চৰিত্ৰৰ, সৎ, ৰাইজৰ আৰু দেশ সেৱক, স্বচ্ছ, নিকা সমাজ গঠনৰ পৃষ্ঠপোষক, নিষ্ঠাবান, নিষ্কাম কৰ্মযোগী আৰু স্থিত প্ৰজ্ঞ, সাধক বুলি ক'ব পাৰি।

শৰৎ সিংহৰ দৰে মহান ব্যক্তিত্বসম্পন্ন তথা আদৰ্শবাদী মহান পুৰুষ জনকলৈ অসমীয়া ৰাইজৰ নিশ্চয় গৌৰব কৰাৰ থল আছে। তেখেতৰ মহান আদৰ্শই অসমৰ উঠি অহা ভবিষ্যত বংশধৰ সকলক সমাজ সেৱা আৰু অসমৰ সৰ্বাংগীন উন্নতিৰ হকে নিঃস্বাৰ্থভাৱে ত্যাগ কৰিবলৈ উদ্বুদ্ধ কৰক এয়াই আমাৰ কামনা। ■

---

(অজিত কুমাৰ ৰায়ৰ বিভিন্ন প্ৰবন্ধ-পাতি বিশেষকৈ ধৰ্ম সম্বন্ধীয়, আধ্যাত্মিক, যোগভিত্তিক কিছুমান প্ৰবন্ধ 'কালপুৰুষ' নামৰ আলোচনীত, 'পূৱালী' আলোচনীত এটা প্ৰবন্ধ, 'জনক্ৰান্তি'

কাকতত আৰু তিনিদিনীয়া 'অগ্ৰদূত'ত কেইবাটাও প্ৰবন্ধ, 'The Sentinel' ইংৰাজী কাকতত এটা যোগভিত্তিক প্ৰবন্ধ আৰু গুৱাহাটীৰ লাচিত নগৰৰ শ্ৰীশ্ৰী ভট্টদেৱ কৃষ্টি বিকাশ সমিতিৰ সৌজন্যত ১৯৮১ চনতে সম্পাদিত ভট্টদেৱৰ ওপৰত তেখেতৰ 'কথা গীতা আৰু ভট্টদেৱ' শীৰ্ষক তথ্যমূলক প্ৰবন্ধ এটা প্ৰকাশ পায়। ৰাজবংশী ভাষাৰ আলোচনী আৰু কাকত কিছুমানত তেখেতৰ ৰাজবংশী (গোৱালপৰীয়া) ভাষাতে লেখা কবিতা, প্ৰবন্ধ তথা সেই সম্বন্ধীয় অসমীয়া প্ৰবন্ধ-পাতিও কিছুমান ইতিমধ্যে প্ৰকাশিত হৈছে। তদুপৰি ইংৰাজী ২০০০ চনত উত্তৰ বংগৰ তুফানগঞ্জৰ পৰা পৰম গুৰু শ্ৰীশ্ৰীমৎ নৰনাৰায়ণ তীৰ্থদেৱৰ (সিদ্ধিপ্ৰাপ্ত) ১১১তম জন্মোৎসৱ উপলক্ষে প্ৰকাশিত স্মাৰক গ্ৰন্থ 'অমৃত সন্ধান'ত তেখেতে লেখা 'Siddha yoga the path to salvation' নামৰ তথ্যগধুৰ তথা আধ্যাত্মিক প্ৰবন্ধ আন এটিও প্ৰকাশ পায়। শ্ৰীযুত ৰায় কোকৰাঝাৰ জিলাৰ ডিংডিঙ্গা গাৱঁৰ বাসিন্দা হ'লেও চাকৰি সূত্ৰে গুৱাহাটীত দিশপুৰৰ বাসিন্দা।) ■

বিহঙ্গম দৃষ্টিৰে—

# মাটিৰ মানুহ মাননীয় শৰৎ চন্দ্ৰ সিংহ

■ শ্বেইখ্ চমছেৰ আলি

"All alone if need be" এই আপ্তবাক্যৰে চেলুলয়দত প্ৰস্ফুটিত হোৱা অসমৰ সমাজ জীৱনৰ পুৰোধা ব্যক্তি, প্ৰবীণ ৰাজনীতিবিদ মাননীয় শৰৎ চন্দ্ৰ সিংহৰ জীৱন-বীক্ষা চালি-জাৰি চালে-সচাঁকৈয়ে স্ব-মতত অটল, কৰ্ম্মত দৃঢ় আৰু দেশৰ সেৱাঁত, দহৰ সেৱাঁত আজীৱন ব্ৰতী- এগৰাকী ব্যক্তিৰ অৱয়ব আমাৰ মনত ভাহে। বিশিষ্ট সাহিত্যিক, সাংবাদিক, সমাজসেৱক বন্ধুবৰ হৰেন্দ্ৰ মোহন তালুকদাৰদেৱে ক'বৰ দৰে, "অকল অসমৰ ৰাজনীতিতেই শৰৎ চন্দ্ৰ সিংহ সকলোৰে এটি চিনাকি নাম নহয়, ভাৰতবৰ্ষৰ ৰাজনীতিতো তেখেত এগৰাকী নমস্য আৰু পৰিচিত ব্যক্তি। তেখেতে নিজস্ব নীতিৰ প্ৰশ্নত কেতিয়াও কাৰো লগত আপোচ কৰা নাই।" অসমৰ মাটি-পানী, পাহাৰ ভৈয়াম একাকাৰ কৰি তেখেতে মহামানৱ মহাত্মা গান্ধী আৰু বিনোবাজীৰ আদৰ্শেৰে জীৱনৰ বাটত, জীয়াই থকাৰ বাটত খোজ পেলাইছে। ক'তো উজুটি খোৱা নাই। সময়ৰ ধাম-খুমিয়াত মাজতে ৰাজনৈতিক ক্ষমতা আৰু কৰ্তৃত্ব হেৰুৱালেও, নৈতিক প্ৰভাৱ কিন্তু তেখেতৰ কোনো ক্ষেত্ৰতেই কমা নাই, বৰং বাঢ়িছেহে। "যদি তোৰ সাথে কেও নাহে তেনে একলা চলৰে"— কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ এই বাণীৰ মৰ্ম্মাৰ্থ শ্ৰীযুত সিংহ ডাঙৰীয়াৰ ব্যক্তিত্বত বাৰুকৈয়ে দৃষ্টিগোচৰ হয়। সাহসেৰে কথা ক'ব পৰাৰ কৃতিত্ব লভা বাবেই তেখেত ৰাইজৰ মানসত "সিংহ-পুৰুষ"।

সবল-সুঠাম দেহ, তেজাল মুখায়ব, অফুৰন্ত শক্তিৰ উৎস তথা বীৰ চিলাৰায়ৰ

## জীৱন আৰু কৃতি

বংশোদ্ভৱ কোচ-ৰাজবংশী সমগ্ৰদায়ৰ প্ৰতিভূ শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াই সৰু কালৰে পৰা মেধাসম্পন্ন ৰূপত আত্মপ্ৰকাশ কৰি আহিছে। ১৯১৪ চনৰ এক জানুৱাৰীত জন্ম-গ্ৰহণ কৰা এই গৰাকী কৃতী ছাত্ৰই ১৯৩৫ চনত বিলাসীপাৰাৰ ইন্দ্ৰ-নাৰায়ণ একাডেমীৰ পৰা মেট্ৰিক পাছ কৰে। ১৯৩৭আৰু ১০৩৯ চনত কটন কলেজৰ পৰা ক্ৰমে আই-এছ-ছি আৰু বি.এছ.ছি. (অংকত অনাৰ্চ সহকাৰে) পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হৈ ১৯৪০ চনত বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ অংক-শাস্ত্ৰৰ প্ৰিভিয়াচ শ্ৰেণীত ভৰ্ত্তি হয়। তেখেতে এই পৰীক্ষাত প্ৰথম শ্ৰেণী পাইছিল যদিও ফাইনেল পৰীক্ষা নিদিলে। অৱশ্যে পৰৱৰ্ত্তী সময়ত আইনৰ স্নাতক (বি এল্) হৈ অন্য এক কৃতিত্ব লভে।

জনামতে ১৯৫৫ চনৰ ৰাজ্য পুনৰ গঠন আন্দোলনৰ অন্যতম নেতা হিচাপে, মাননীয় সিংহ ডাঙৰীয়াই সম-সাময়িক ৰাজনৈতিক নেতাসকলৰ লগ হৈ ৰাজনীতিত প্ৰবেশ কৰে। অবিভক্ত গোৱালপাৰাৰ পৰা পাঁচবাৰ অসম বিধান সভালৈ নিৰ্ব্বাচিত হৈছিল। ১৯৭১ চনৰ পৰা ১৯৭৮ চনলৈকে প্ৰায় এক যুগ কাল অসমৰ ৰাজনীতিত, শৰৎ চন্দ্ৰ সিংহৰ যুগ বুলি ক'ব পাৰি। ১৯৭১ চনৰ পৰা ১৯৭৮ চনলৈকে ছ-বছৰৰো অধিক কাল তেখেতে অসমৰ মুখ্যমন্ত্ৰী হিচাপে সফলতাৰে কাৰ্য্যানিৰ্ব্বাহ কৰিছিল। এই সময়ছোৱাৰ ভিতৰত ১৯৭৪ চনৰ শেষৰ ফালে অসমৰ ৰাজধানী শ্বিলঙৰ পৰা দিছপুৰলৈ স্থানান্তৰ আৰু ১৯৭৬ চনত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ পূৰ্ণাঙ্গ অভিবেশন গুৱাহাটীলৈ আমন্ত্ৰণ কৰি আনি মহানগৰীখনক অন্য এক মাত্ৰা প্ৰদান কৰাত সফলকাম হোৱা কথাটো এক বিৰল কৃতিত্বৰ অধিকাৰী হিচাপে মাননীয় সিংহৰ নাম অসমৰ বুৰঞ্জীত সোণালী আখৰেৰে খোদিত হৈ ৰ'ব। ১৯৭৩ চনৰ মাৰ্চ মাহৰ অসম বিধান সভাৰ "বাজেট অধিবেশন" পোন প্ৰথমবাৰৰ বাবে দিশপুৰত অনুষ্ঠিত কৰা হৈছিল — একমাত্ৰ সিংহ ডাঙৰীয়াৰ কৰ্ম্মদক্ষতাৰ বাবে। এগৰাকী দক্ষ সংগঠক আৰু অসমৰ প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি হিচাপেও তেখেতৰ নাম ৰৈ বৈ যোৱা। ১৯৭৭ চনৰ নিৰ্ব্বাচনত কংগ্ৰেছ পাৰ্টি কেন্দ্ৰত ক্ষমতাচ্যুত হোৱাৰ পিছত ১৯৭৯ চনত কংগ্ৰেছৰ বিভাজন ঘটে। প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ নেতৃত্বৰ "ইন্দিৰা কংগ্ৰেছ" আৰু ব্ৰহ্মানন্দ ৰেড্ডীৰ নেতৃত্বত "সমাজবাদী কংগ্ৰেছ" নামৰ নতুন দ'ল এটি গঠিত হয়। সিংহ ডাঙৰীয়া "সমাজবাদী কংগ্ৰেছ"ত থাকি ক্ৰমে অসমৰ আৰু ভাৰতীয় সমাজবাদী কংগ্ৰেছ পাৰ্টিৰ লোভনীয় সভাপতিৰ পদো অলংকৃত কৰিছে। হেদায়েৎপুৰত থকা "কংগ্ৰেছ ভৱন" আৰু দীঘল পুখুৰীপাৰত থকা "সিদ্ধিনাথ শৰ্ম্মা ভৱন" দুটি আজিও সিংহ ডাঙৰীয়াৰ দখলত আছে। পৰৱৰ্ত্তী কালত ৰাজনৈতিক ধুমুহাই তেখেতক উৰুৱাই নিব পৰা নাই। তেখেত যে স্থিতপ্ৰজ্ঞ শিলৰ ৰেখা।

তেখেত এগৰাকী সু-লেখক হোৱা লগতে এগৰাকী সুবক্তাও। মানৱতাবাদী দৃষ্টিভঙ্গীৰে লিখা তেখেতৰ লেখা সমূহত মাটিৰ গোন্ধ পোৱা যায়। প্ৰকাশ ভঙ্গীৰ অনুপম মাধুৰ্যৰে পাঠকক সম্মোহিনী যাদুৰে প্ৰলোভিত কৰাত তেখেত সিদ্ধহস্ত। তেতিয়া তেখেতক বিজ্ঞান তথা আইনৰ ছাত্ৰ বুলি ভাবিবই নোৱাৰি। তেখেত অসম সাহিত্য সভাৰ বিলাসীপাৰা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। সভাৰ হিচাব নিকাচৰ পৰা আৰম্ভ কৰি সাংস্কৃতিক, সাহিত্যিক আলোচনা চক্ৰ, গ্ৰন্থমেলা, মুকলি অধিবেশনলৈকে সকলোদিশ ইমান নিয়াৰিকৈ তেখেতে পৰিচালনা কৰিছিল যে, ভাবিলে আজিও আমি অবাক হৈ যাওঁ।

ব্যক্তিগত ভাবে মাননীয় সিংহ ডাঙৰীয়াৰ লগত আমাৰ চা-চিনাকি তেনেই সীমিত। তৎস্বত্বেও ক'ব লাগিব আমাৰ মাজত যেন আত্মিক সম্পৰ্ক আছে। সেয়া বহুত কথা। থাওঁকতে ক'বলৈ হ'লে— এইগৰাকী ৰাজনীতিবিদ শিক্ষাবিদে ১৯৭৩ চনত এটি অভূতপূৰ্ব্ব আৰু অকল্পনীয় আঁচনি লৈছিল। সেয়া হ'ল অসমৰ সমূহ কলেজৰ ছাত্ৰ-ছাত্ৰীক একত্ৰিত কৰা। তাৰদ্বাৰা ছাত্ৰ-ছাত্ৰী সকলে ইজনে সিজনৰ ওচৰলৈ ওচৰ চাপি আহিব। ভাব-বিনিময় হ'ব। ঐক্য, শান্তি, সম্প্ৰীতি আৰু সদ্ভাৱ বাঢ়িব। লগতে ভাৰতৰ বিভিন্ন ঐতিহাসিক ঠাই ভ্ৰমণৰ সুবিধা পাব। শিক্ষা লাভ হ'ব ইত্যাদি।

সেই মৰ্ম্মে অসম চৰকাৰ আৰু অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ যুটীয়া উদ্যোগত "ভাৰত-দৰ্শন" শীৰ্ষক এটি এমহীয়া ভ্ৰমণৰ কাৰ্য্যসূচী প্ৰকাশ ক'ৰা হ'ল। ইয়াৰ পৃষ্ঠপোষকতা কৰিলে স্বয়ং অসমৰ মুখ্যমন্ত্ৰী মাননীয় শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াই। কংগ্ৰেছৰ ফালৰ পৰা সৰ্ব্বশ্ৰী মুনীন শৰ্ম্মা, নুৰ হুচেইন সমন্বিতে কেইগৰাকীমান সংগঠক। তত্বাৱধায়ক অধ্যাপক হিচাপে থাকিল শুৱালকুছি কলেজৰ অধ্যাপক শ্ৰী শ্ৰীমান চক্ৰবৰ্ত্তী, সন্দিকৈ কলেজৰ অধ্যাপিকা চেনেহী বেগম আৰু চৰকাৰৰ প্ৰতিনিধি হিচাপে কটন কলেজৰ অধ্যক্ষ আব্দুল জেলিল। চৰকাৰী আনুদানৰ আয়-ব্যয়ৰ হিচাব ৰক্ষাৰ দায়িত্ব এই অধমৰ ওপৰত অৰ্থাৎ মই হ'লো "একাউণ্টচ্ মেনেজাৰ"। মোৰ হাতেৰে লেন-দেন হোৱা ধনৰ পৰিমাণ আছিল ৭৫,০০০.০০ টকা।

সেই মৰ্ম্মে অসমৰ বিভিন্ন প্ৰান্তৰ বিভিন্ন কলেজৰ ৪৯৫ গৰাকী ছাত্ৰ ছাত্ৰীক এই "ভাৰত-দৰ্শন" শীৰ্ষক দীঘলীয়া যাত্ৰাৰ বাবে নিৰ্ব্বাচিত ক'ৰা হ'ল। তেওঁলোকৰ মাজৰ প্ৰতিগৰাকীৰ পৰা খাদ্য-আপ্যায়নৰ বাবে ১১/- টকাকৈ নিদ্ধাৰণ কৰিলে।

অৱশ্যে- আশাকৰা ধৰণে ধন সংগৃহীত নহ'ল যদিও অসম চৰকাৰৰ খাদ্য আৰু যোগান বিভাগৰ পৰা যাৱতীয় খাদ্য-সামগ্ৰী পৰ্যাপ্ত পৰিমাণে পোৱা গ'ল। ৰান্ধনি, বয় আদি একডজনমান। চিকিউৰিটি দুইডজন আৰু অন্যান্য প্ৰয়োজনীয় ডাক্তৰ, নাৰ্চ, হোমগাৰ্ড আদিবো যোগান ধৰা হ'ল। "ৰেলওৱে অথৰিটী"য়ে নতুন ডবা সংযোজন সহকাৰে এখন "বিশেষ ৰেল" এমাহ দহদিনৰ বাবে আমাৰ "কাষ্টডি"ত অৰ্পণ কৰিলে। মুঠতে এক "ইলাহি কাৰবাৰ"। কতো কোনো ধৰণৰ খুঁত নৰখাকৈয়ে এই ব্যয়বহুল যাত্ৰাৰ প্ৰস্তুতি চলিল।

১৯৭৩ চনৰ ৫ অক্টোবৰৰ এটি সুমধুৰ পুৱা গুৱাহাটীৰ পৰা আমাৰ যাত্ৰা আৰম্ভ হ'ল। বহুতো গণ্য-মান্য লোক, শিক্ষক, অভিভাৱক, শুভাকাংক্ষীয়ে ষ্টেচনত আমাক বিদায় সম্ভাষণ যাচিলে। সিও এক পাহৰিব নোৱাৰা দৃশ্য। এই যাত্ৰাত অসুবিধাবশতঃ অধ্যক্ষ আব্দুল জেলিল ছাৰে আমাক সঙ্গ দিব নোৱাৰিলে। তেখেতক প্ৰতিনিধিত্ব কৰিলে মীৰা জেলিল বাইদেৱে।

বঙাইগাৱঁত আমাৰ যাত্ৰা মিটাৰ গজ'ৰ পৰা "ব্ৰড গজ'লৈ ৰূপান্তৰিত হ'ল। প্ৰণিধান যোগ্য যে যিখন ট্ৰেইনে আমাক বঙাইগাৱঁৰ পৰা লৈ গৈছিল আকৌ সেইখন ট্ৰেইনে আমাক ৮ নবেম্বৰ, ১৯৭৩ তাৰিখে তাতেই নমাই দিছিলহি। ট্ৰেইনতে খোৱা-বোৱা, উঠা-বহা আৰু ৰাত্ৰি-যাপন দিল্লী-আগ্ৰা, এলাহাবাদ, আহমেদাবাদ, বোম্বাই, চণ্ডীগড়, চিমলা-য'লৈয়ে নাযাওঁ লাগিলে ট্ৰেইনখন য'ত ৰয়, তাতেই ডবাবোৰ খণ্ড-বিখণ্ড কৰি ৰখা হয় আৰু যাত্ৰাৰ শেষত সেইবোৰ একগোট কৰি যাত্ৰা আৰম্ভ হয়। চহৰ-নগৰৰ নিকটৱৰ্ত্তী ঐতিহাসিক ঠাইবোৰ অৱশ্যে বাছ, টেক্সী বা অন্যান্য যান-বাহনৰ সহায়ত সম্পন্ন কৰা হয়। এই সময়ছোৱাৰ ভিতৰত কতোৱেই দুপৰীয়া বা ৰাতিৰ আহাৰ গ্ৰহণ কৰিবলগীয়া হোৱা নাই। তাক ট্ৰেইনতেই সময় সাপেক্ষে প্ৰস্তুত কৰি পৰিচৰ্য্যা কৰা হয়। অৱশ্যে অহাৰ সময়ত কানপুৰত এবাৰ "বিৰিয়ানী"ৰ সোৱাদ লোৱা মনত পৰে। এই সময়ছোৱাৰ ভিতৰত দিল্লীৰ লালকিল্লা, "পাৰ্লিয়েমেণ্ট হাউছ", আগ্ৰাৰ তাজমহল আৰু ফতেহপুৰ বিক্ৰী দৰ্শন' আদি অতিশয় ৰোমাঞ্চকৰ আৰু আনন্দ উল্লাসেৰে ভৰা। দুই এটা সৰু সুৰা ঘটনাৰ বাহিৰে সমুদায় ভ্ৰমণটোৱেই আছিল অতিশয় চিত্তকৰ্ষক আৰু পাহৰিব নোৱাৰা বিধৰ।

এয়া আমাৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহৰ মহানুভৱতাৰ এটা নিদৰ্শনহে। তেখেতৰ গুণমুগ্ধ সকলে যথাস্থানত এইবোৰৰ বিশ্লেষণ কৰা আমি দেখি আহিছোঁ। পঢ়ি আপ্লুত হৈছোঁ। সান্ত্বনা লভিছোঁ আৰু শ্ৰদ্ধাত গদ্-গদ্ হৈ পৰিছোঁ।

এতিয়া দেশত বিষাক্ত ৰাজনৈতিক বাতাবৰণ আৰম্ভ হৈছে। সন্ত্ৰাসবাদী, বিচ্ছিন্নতাবাদী শক্তিসমূহে মূৰ দাঙি ধৰিছে। সাম্প্ৰদায়িক সম্প্ৰীতিত ঘূণে ধৰিছে। ধনী ধনী হৈ গৈছে। গৰীব দুখীয়াসকলে দাৰিদ্ৰতাৰ কৰাল গ্ৰাসত পৰি ত্ৰাহি মধুসূদন সুঁৰিব লাগিছে। বন্দুক-বাৰুদ বোমাৰ ধোঁৱাই চৌদিশ আচ্ছন্ন কৰি পেলাইছে। মানুহৰ বাচি থকাৰ অধিকাৰ কণো কাঢ়ি লোৱা হৈছে। এনে এক অৰাজক অৱস্থাত মাননীয় শৰৎ চন্দ্ৰ সিংহৰ দ'ৰে নিষ্কলুষ ব্যক্তিৰ খুবেই প্ৰয়োজন। কিন্তু ৰাজনৈতিক আকাশত আজি তেখেত অস্তমিত সূৰ্যৰ লেখীয়া তেনেই নিঃসঙ্গ, সঙ্গবিহীন। কিন্তু সততাৰ মৰণ নাই। মানুহৰ মনত এদিন সুবুদ্ধিৰ জোঁৱাৰ নামিব। আকাশ ফৰকাল হ'ব।

মাননীয় সিংহ ডাঙৰীয়াৰ সুদীৰ্ঘ জীৱন আৰু সুস্বাস্থ্য কামনাৰে। তেখেত আমাৰ বাবে প্ৰতীক হৈ ৰওঁক। ■

---

এই প্ৰবন্ধটিৰ লেখক আলহাজ শ্বেইখ চমছেৰ আলি এগৰাকী বিশিষ্ট সু-সাহিত্যিক, চুফী সাধক, বহুকেইখন গ্ৰন্থৰ প্ৰণেতা, ড° আম্বেদকাৰ ৰাষ্ট্ৰীয় ফেলশ্বিপ বঁটা বিজয়ী, প্ৰাক্তন সভাপতি কামৰূপ জিলা সাহিত্য সভা, আজান পীৰ বঁটা বিজয়ী, হজৰৎ মহম্মদ আৰু ইছলাম ধৰ্মৰ একান্ত অনুগামী আৰু ৰাজ্যিক চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰ। আলি ডাঙৰীয়া গুৱাহাটীৰ খৃষ্টিয়ান বস্তিৰ বাসিন্দা।

# শৰৎ চন্দ্ৰ সিংহ সম্পৰ্কে কিছুমান নজনা কথা

■ যামিনী কুমাৰ বৰুৱা

১৯৩৮-১৯৩৯ চনৰ কথা। এতিয়া ঠিক মনত নাই। তেতিয়া মই হাইস্কুলৰ ছাত্ৰ। শুনিলো বোকাখাতত হেনো গোৱালপাৰা জিলা ছাত্ৰ সন্মিলনৰ অধিবেশন হ'ব। বিলাসীপাৰা নগৰৰ পূব অংশটোৰ নাম বোকাখাত। আমাৰ চিনাকি ঠাই। মোৰ ঘৰ ফকিৰাগ্ৰামত। ফকিৰাগ্ৰামৰ পৰা বোকাখাতৰ দূৰত্ব আজিকালিৰ হিচাপ মতে ২০ কিলোমিটাৰ মান হ'ব। শুনিলো অধিবেশনলৈ হেনো চাপৰৰ শৰৎ চন্দ্ৰ সিংহ আৰু বঙাইগাৱঁৰ মথুৰা মোহন সিংহ আহিব। পৰৱৰ্তী কালত মথুৰা মোহন সিংহ এম.এল.এ. হৈছিল। তেওঁ এতিয়া নাই, কেতিয়াবাই স্বৰ্গী হ'ল। শৰৎ সিংহৰ নাম ইতিমধ্যে ৰাইজৰ মাজত জনাজাত হৈ পৰিছিল। তেওঁ হেনো ২৬ জানুৱাৰীৰ দিনাখন 'স্বাধীনতা দিৱস' পালন কৰি চাপৰত বিশাল সমদল উলিয়াইছিল। 'ভাৰত এতিয়াও স্বাধীন হোৱাই নাই। সিংহই এতিয়াই স্বাধীনতা দিৱস পালন কৰিলে?' আচৰিত হৈ গাঁৱলীয়া ৰাইজে কোৱাকুই কৰে।

অধিৱেশনৰ দিনাখন পুৱাই উঠি আমি দুজন ছাত্ৰ ফকিৰাগ্ৰামৰ পৰা খোজকাঢ়ি বোকাখাতলৈ যাত্ৰা কৰিলো। অধিবেশনত শৰৎ চন্দ্ৰ সিংহ, মথুৰা মোহন সিংহ, জাহানুদ্দিন আহমেদ, দেৱাজুদ্দিন আহমেদ আদি নেতাসকলে ভাষণ দিলে। জাহানুদ্দিন আহমেদ পৰৱৰ্তী কালত এম.এল.এ. আৰু এম.পি.ও হৈছিল। তেওঁ আছিল মুছলীম লীগ পন্থী। কিন্তু তেওঁৰ আপোন ভায়েক দেৱাজুদ্দিন আহমেদ আছিল আজীৱন কংগ্ৰেছ পন্থী। তেওঁ সদায় খদ্দৰৰ চুৰিয়া-চোলা পিন্ধিছিল। এতিয়া দুয়োগৰাকী নেতাই নাই, স্বৰ্গী হ'ল। সেইখন অধিবেশনত বিশিষ্ট অতিথি হিচাপে আহিছিল

অসমৰ এজন বিখ্যাত আইনজীৱী আৰু নেতা জগদীশ চন্দ্ৰ মেধি।

তাৰ কেইবছৰমান পিছত আমাৰ অঞ্চলৰ সাত-আঠখনমান গাঁও এটা বিশেষ সংকটৰ সন্মুখীন হ'ল। আগতে কচুগাঁও ফৰেষ্টৰ পৰা ফকিৰাগ্ৰামলৈ এটা নেৰ'গজ ৰে'ল লাইন আছিল। সেই লাইনেৰে কচুগাৱঁৰ পৰা কাঠ কঢ়িয়াই আনিছিল এটা সৰু ইঞ্জিনৰ দ্বাৰা আৰু কাঠবোৰ জমা কৰি ৰাখিছিল ফকিৰাগ্ৰাম ফৰেষ্ট ডিপোত। টিম্বাৰ মাৰ্চেন্টবোৰ থাকে সাপটগ্ৰামত। ফকিৰাগ্ৰাম ফৰেষ্ট ডিপোৰ পৰা কাঠবোৰ মিটাৰগজ লাইনেৰে নিয়া হয় সাপটগ্ৰামলৈ। তাৰ পৰা নৈৰে কাঠবোৰ লৈ যায় পূৰ্ব্ববংগৰ ঢাকা, বৰিশাল আদি ঠাইলৈ। সাপটগ্ৰামৰ টিম্বাৰ মাৰ্চেন্টসকলে চৰকাৰৰ ওচৰত দাবী কৰিলে যে, কচুগাৱঁৰ পৰা অহা নেৰ'গজ লাইনটো চিধাই সাপটগ্ৰামলৈ নিব লাগে। তেতিয়া হ'লে তেওঁলোকৰ সুবিধা হয়। চৰকাৰে তেওঁলোকৰ দাবী মানি প্ৰস্তাৱিত লাইনটো ফকিৰাগ্ৰাম ফৰেষ্ট ডিপোৰ তিনি কিলোমিটাৰমান উত্তৰৰ পৰা চিধাই সাপটগ্ৰামলৈ নিয়াৰ পৰিকল্পনা কৰিলে। এই প্ৰস্তাৱিত নেৰ'গজ লাইনটো উল্লেখ কৰা সাত-আঠখন গাৱঁৰ শালিপথাৰৰ মাজেৰে নিবলৈ জৰীপৰ কাম আৰম্ভ হৈ গ'ল। ৰাইজৰ মূৰত যেন ৰাম টাঙোন পৰিল। লাইনটো যদি শালিপথাৰৰ মাজেৰে যায়, তেন্তে বহুত মানুহ ভূমিহীন হ'ব। এনেকি কিছুমান মানুহৰ ঘৰ-বাৰীও উচ্ছেদ হ'ব পাৰে। দুশ্চিন্তাত মানুহবোৰ কিংকৰ্তব্যবিমূঢ় হৈ পৰিল। সেই সময়ত মই সমাজৰ কেইজনমান মুখিয়াল মানুহক শৰৎ সিংহৰ কথা ক'লো। মই ক'লো যে শৰৎ সিংহক আনি এটা আন্দোলন কৰা যাওক। মুখিয়াল কেইজনে ক'লে, 'কি হ'ব আন্দোলন কৰি? চৰকাৰে লাইন নিব খুজিছে যেতিয়া লাইন নিবই। বোলে, হাকিম লৰে হুকুম নলৰে। চৰকাৰে লাইন নিবলৈ হুকুম দিছে। সেই হুকুম লৰিব জানো?' ৰাইজৰ মাজত চূড়ান্ত হতাশা।

এনেতে জানিব পৰা গ'ল যে প্ৰস্তাৱিত লাইনটো চাবলৈ অসম বন বিভাগৰ চীফ কনজাৰভেটৰ চাহাব ফকিৰাগ্ৰামলৈ আহিব। তেওঁ আহি প্ৰস্তাৱিত লাইনটো চাই যোৱাৰ পিছতেই ৰে'ল লাইন বন্ধাৰ কাম আৰম্ভ হ'ব হেনো। তেওঁ কোন তাৰিখে আহিব সেইটো জানি লৈ আমি দুজন অতি উৎসাহী তৰুণে চাপৰলৈ যাবলৈ ঠিক কৰিলো। আমি সিংহক তেওঁৰ ঘৰতে লগ ধৰি আটাইবোৰ কথা বিৱৰি ক'লো আৰু চীফ কনজাৰভেটৰ অহাৰ দিনাখন ফকিৰাগ্ৰামলৈ আহিবলৈ তেওঁক অনুৰোধ জনালো। তেওঁ কথা দিলে আৰু আমি ঘৰলৈ উভতি আহি ৰাইজক কথাটো জনালো।

প্ৰস্তাবিত লাইনটো ঘূৰি চাবলৈ ফৰেষ্ট ডিপাৰ্টমেন্টে এটা হাতী আনিছিল। চীফ কনজাৰভেটৰ চাহাবে হাতীত উঠি শালি পথাৰৰ মাজেৰে যাবলৈ ধৰিলে। পিছে পিছে যাবলৈ ধৰিলে ডিপাৰ্টমেন্টৰ কৰ্মচাৰী আৰু টিম্বাৰ মাৰ্চেন্টৰ মানুহ কিছুমান। তেওঁলোকক আগুৰি ধৰিলে শ শ ৰাইজে। তুমুল বাদ-প্ৰতিবাদ কৰি কৰি তেওঁলোক হাতীৰ পিছে পিছে যাবলৈ ধৰিলে। এইদৰে কিছুদূৰ চোৱাৰ পিছত চীফ কনজাৰভেটৰ চাহাব উভতি আহিল ফকিৰাগ্ৰাম ফৰেষ্ট বাংলোলৈ। তাত শৰৎ সিংহৰ লগত শতাধিক মানুহ বৈ আছিল। চীফ কনজাৰভেটৰৰ লগে লগে সিংহ বাংলোৰ ভিতৰত সোমাল আৰু প্ৰায় এহেজাৰমান মানুহৰ চহীযুক্ত এখন স্মাৰক-পত্ৰ চীফ কনজাৰভেটৰক দিলে।

আমি বাংলোৰ বাহিৰত বৈ আছো। কিছু সময়ৰ পিছতে বাংলোৰ ভিতৰত আৰম্ভ হ'ল উত্তপ্ত তৰ্ক-বিতৰ্ক। আমি বাহিৰত উৎকণ্ঠিতভাবে শুনি আছো। আধা ঘণ্টামান তৰ্ক-বিতৰ্ক চলাৰ পিছত সিংহ ওলাই আহিল আৰু আমাক ক'লে যে মুষ্টিমেয় কেইজনমান টিম্বাৰ মাৰ্চেন্টৰ অধিক সুবিধা লাভৰ বাবে হেজাৰ হেজাৰ খেতিয়ক ৰাইজৰ ভাতৰ মুঠি কাঢ়ি খাবলৈ আমি কেতিয়াও দিব নোৱাৰো।

'দৰ্কাৰ হ'লে মই শ্বিলঙলৈ যাম' এইদৰে আমাক আশ্বাস দি সিংহ গুচি গ'ল। শেষত সিংহ তথা ৰাইজৰে জয় হ'ল। অৰ্থাৎ ফৰেষ্ট ডিপাৰ্টমেন্টে প্ৰস্তাৱিত ৰে'ল লাইন বন্ধাৰ পৰিকল্পনা ত্যাগ কৰিলে।

১৯৫২ চনত শৰৎ চন্দ্ৰ সিংহ ধুবুৰী জিলা কংগ্ৰেছ কমিটিৰ সভাপতি নিৰ্বাচিত হয়। তেওঁ সভাপতি হৈয়ে কংগ্ৰেছ অফিচৰ পৰা এখন সাদিনীয়া বাতৰি-কাকত আৰু এখন মাহেকীয়া আলোচনী উলিয়ালে। সাদিনীয়া বাতৰি-কাকতখনৰ নাম 'সেৱক' আৰু মাহেকীয়া আলোচনীখনৰ নাম 'কৰ্মী'। কংগ্ৰেছৰ নীতি আৰু আদৰ্শ প্ৰচাৰেই কাকত দুখনৰ মূল উদ্দেশ্য বুলি কাকত দুখনৰ প্ৰথম সংখ্যাত লিখা হৈছিল যদিও ইয়াৰ মূল উদ্দেশ্য আছিল বাংলা ভাষাৰ প্ৰাধান্য থকা এই সীমামূৰীয়া জিলাখনত কিছুমান অসমীয়া সাংবাদিক আৰু অসমীয়া লেখক সৃষ্টি কৰা। এতিয়া ধুবুৰী অঞ্চলত যথেষ্ট অসমীয়া সাংবাদিক আৰু অসমীয়া লেখকৰ সৃষ্টি হোৱালৈ চাই সিংহৰ উদ্দেশ্য সফল হোৱা বুলি ক'ব পাৰি।

সিংহই 'সেৱক' আৰু 'কৰ্মী'ৰ সম্পাদনাৰ দায়িত্ব দিছিল যথাক্ৰমে কল্যাণী দত্ত আৰু মোক। কল্যাণী দত্ত ধুবুৰীৰ এগৰাকী স্বনামধন্যা সমাজ-সেৱিকা আছিল। সাম্প্ৰদায়িক সংঘৰ্ষ বিধ্বস্ত পূৰ্ববংগৰ নোৱাখালি জিলাত মহাত্মা গান্ধীৰ ঐতিহাসিক শান্তি যাত্ৰাৰ সময়ত স্বেচ্ছা সেৱিকাৰূপে কল্যাণী দত্তও গৈছিল।

সিংহই জিলা কংগ্রেছ কমিটীৰ সভাপতি হৈ আৰু এটি ডাঙৰ কামত হাত দিলে। বৰ্তমান যিখন 'ধুবুৰী মহকুমা' সেই সময়ত এই গোটেই অঞ্চলটোত শিক্ষাৰ মাধ্যম আছিল বাংলা ভাষা। শিক্ষাৰ মাধ্যম বাংলা গুচাই অসমীয়া কৰিবলৈ সিংহই অভিযান চলালে। এই কাৰ্য্যত বহুতৰে পৰা তেওঁ সক্ৰিয় সহযোগিতা লাভ কৰিছিল। এই উদ্দেশ্যেৰে তেওঁ ব্যাপকভাৱে গাঁও অঞ্চলত মেল-মিটিং কৰি ফুৰি অসমীয়া মাধ্যমৰ সপক্ষে জনমত সৃষ্টি কৰিছিল। তেওঁ পুৱা দহ বজাত ধুবুৰী কংগ্ৰেছ অফিচৰ পৰা জীপখন লৈ ওলাই যায় আৰু উভতি আহে ৰাতি দহ বজাত। এই অভিযানত তেওঁৰ সংগী আছিল ধুবুৰী জিলা কংগ্ৰেছ কমিটীৰ সম্পাদক যাদবানন্দ অধিকাৰী, কাৰ্য্যকৰী কমিটীৰ সদস্য কিশোৰীমোহন সৰকাৰ আৰু ছৈয়দ আহমেদ আলী। ছৈয়দ আহমেদ আছিল আইনজীৱী আৰু ধুবুৰী লোকেলবোৰ্ডৰ চেয়াৰমেন। সেইকাৰণে সদায় তেওঁ যাব নোৱাৰিছিল। পৰৱৰ্তী কালত তেওঁ সিংহ মন্ত্ৰীসভাৰ কেবিনেট মন্ত্ৰী হৈছিল। বয়োবৃদ্ধ নেতা মানগোবিন্দ চক্ৰৱৰ্তীয়ে এওঁলোকক উৎসাহিত আৰু অনুপ্ৰাণিত কৰিছিল। অভিযানটো আছিল দীঘলীয়া, কষ্টকৰ আৰু ক্লান্তিজনক। কিন্তু কিশোৰী মোহন সৰকাৰে তেওঁৰ খুহুতীয়া আৰু আমোদজনক কথাৰে সিংহ আৰু তেওঁৰ সংগীবৃন্দক আনন্দিত আৰু সজীৱ কৰি ৰাখিছিল। এইখিনিতে আপোনালোকক মনে মনে এটা কথা জনাব খোজো যে সিংহ নিজেও এজন আমোদপ্ৰিয় মানুহ। সিংহৰ এই অসমীয়াকৰণ আন্দোলনৰ ফলত দুবছৰমানৰ ভিতৰতে সমগ্ৰ অঞ্চলৰ শিক্ষাৰ মাধ্যম অসমীয়া হৈছিল।

এতিয়া আন এটি গুৰুত্বপূৰ্ণ ঘটনাৰ কথাৰে মোৰ নিৱন্ধটোৰ সামৰণি মাৰিম। এদিনাখন দেওবাৰে পুৱা ধুবুৰী জিলা কংগ্ৰেছ অফিচত শৰৎ সিংহ, যাদবানন্দ অধিকাৰী, কিশোৰী মোহন সৰকাৰ, ডালিম মেধি, সুধীৰ দাস আৰু মই বহি আছিলো। এনেতে চুট-কোট-টাই পিন্ধা এজন ভদ্ৰলোক আহি কংগ্ৰেছ অফিচত সোমাল। তেওঁক চকী এখনত বহিবলৈ কোৱা হ'ল। চকীত বহি তেওঁ ইংৰাজীত আমাক সুধিলে, 'কংগ্ৰেছ সভাপতি সিংহ ক'ত? তেওঁক লগ পাব বিচাৰিছো।'

সিংহ আমাৰ লগতেই বহি আছিল। আগন্তুকজনক সিংহৰ লগত পৰিচয় কৰাই দিয়া হ'ল। সিংহই আগন্তুকজনৰ পৰিচয় আৰু আগমনৰ উদ্দেশ্য জানিব বিচাৰিলে।

আগন্তুক জনে ক'লে, 'মই এইমাত্ৰ ডেপুটি কমিচনাৰক লগ ধৰি আহিলো। মই ভূটান চৰকাৰৰ ডেপুটি কমিচনাৰ বেংকৰ এজন বিষয়া। মোৰ হেড কোৱাৰ্টাৰ

কুমাৰীকাটাত'।

তেনেতে তেওঁৰ নামটোও ক'লে। নামটো এতিয়া মোৰ মনত নাই। কিন্তু উপাধিটো মনত আছে। উপাধিটো 'দৰ্জি'।

তেওঁ কৈ যাবলৈ ধৰিলে, 'মই জানিব পাৰিছো, ভূটান সীমান্তৰ এখন নেপালী গাঁৱত আজি আপোনালোকে কংগ্ৰেছৰ এখন মিটিং পাতিব। মোৰ অনুৰোধ, আপোনালোক মিটিঙলৈ যাব নালাগে।

'কিয়?' আচৰিত হৈ সিংহই সুধিলে। আমিও আচৰিত হৈছিলো। তেতিয়া মি. দৰ্জিয়ে ক'লে 'আমি জানিব পাৰিচো যে নেপালৰ পৰা বহুতো 'ৰানা বিদ্ৰোহী' অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত হৈ ভূটান সীমান্তত লুকাই আছে। তেওঁলোকে মিটিঙত সাধাৰণ ৰাইজৰ বেশেৰে যোগদান কৰিব আৰু ভূটানত অভিযান চলাব লাগে বুলি সভাত এটা প্ৰস্তাৱ উত্থাপন কৰিব। সংখ্যাগৰিষ্ঠ ভোটেৰে প্ৰস্তাৱটো গৃহীত কৰিবলৈ তেওঁলোকে পৰিকল্পনা কৰিছে। সভাৰ পিছত ভূটান অভিযান আৰম্ভ কৰিব।'

আমি অবাক বিস্ময়ত তেওঁৰ কথা শুনিবলৈ ধৰিলো। আমি যেন সপোনতহে এইবোৰ কথা শুনি আছো, এনে লাগিল।

মি. দৰ্জিয়ে কৈ যাবলৈ ধৰিলে 'চাওক মি. সিংহ, বিদ্ৰোহী সকলে আপোনালোকৰ কান্ধত বন্দুক ৰাখি ভূটানত বিশৃংখলা সৃষ্টিৰ পৰিকল্পনা কৰিছে। সেইকাৰণেই কৈছো, আপোনালোকে মিটিঙলৈ যাব নালাগে। বিদ্ৰোহীসকলৰ ফান্দত ভৰি নিদিব'।

ঘটনাটোৰ এটা পশ্চাৎপট আছে। এই ঘটনাৰ এবছৰমান আগত নেপালৰ ৰাজপৰিয়াল আৰু নেপালৰ ৰানা বংশৰ মাজত সংঘৰ্ষৰ সৃষ্টি হৈছিল। ৰানাসকল আছিল নেপালৰ বংশানুক্ৰমিক মন্ত্ৰী। প্ৰধান মন্ত্ৰীজনক 'মহাৰাজা' বুলি কোৱা হৈছিল আৰু প্ৰকৃত ৰজাজনক কোৱা হৈছিল 'মহাধিৰাজ' বুলি। সি যি কি নহওক, এই সংঘৰ্ষত ৰানাসকলক উচ্ছেদ কৰা হৈছিল আৰু তেতিয়া ৰানা বংশৰ বহুত সদস্য হিমালয়ন পাদদেশৰ ভাৰতৰ অৰণ্য অঞ্চলত আত্মগোপন কৰি আছিল। মি. দৰ্জিয়ে তেওঁলোকৰ কথাই কৈছিল।

মি. দৰ্জিৰ কথা শুনাৰ পিছত সিংহই ক'লে, 'তেনেহলে আমি মিটিঙলৈ যাবই লাগিব'।

অত্যন্ত আচৰিত হৈ মি. দৰ্জিয়ে প্ৰশ্ন কৰিলে 'কিয়? কিয়?'

সিংহই ক'লে, 'আমি গৈ ৰাইজক বুজাম যে, ভাৰতৰ মাটিৰ পৰা ভূটানত

অভিযান চলোৱা কাৰ্য্যটো হ'ব সম্পূৰ্ণৰূপে বেআইনী কাম। ভূটান ভাৰতৰ বন্ধু ৰাষ্ট্ৰ। গতিকে ভাৰতৰ মাটিৰ পৰা ভূটানৰ বিৰুদ্ধে কোনো কাৰ্য চলিবলৈ দিয়া নহ'ব।'

'আপুনি এইদৰে বুজাই অভিযান বন্ধ কৰিব পাৰিব?' দৰ্জিয়ে সুধিলে।

'সৰল সহজ ৰাইজ। তেওঁলোক সদায় আমাৰ লগতে আছে। মই আশা কৰো, তেওঁলোকে মোৰ কথা মানিব।'

মি. দৰ্জিৰ মুখখন উজ্জ্বল হৈ উঠিল। তেওঁ ক'লে, 'অ' যাওক তেনেহলে। যোৱাটোৱে ভাল হ'ব। তেওঁলোকক বুজাই-বঢ়াই অভিযানৰ পৰা যেনে-তেনে বিৰত কৰক। মই আপোনাৰ কাৰণে কোকৰাঝাৰৰ ভূটান ৰেষ্ট হাউচত অপেক্ষা কৰি থাকিম'। এইদৰে কৈ মি. দৰ্জি গুচি গ'ল। তেওঁ যোৱাৰ পিছত সিংহ গ'ল ডি.চিক লগ ধৰিবলৈ। তেতিয়া গোৱালপাৰা জিলাৰ ডেপুটি কমিচনাৰ আছিল লক্ষেশ্বৰ শৰ্মা।

দিনৰ দহোটামান বজাত এখন জীপেৰে আমি মিটিঙলৈ যাত্ৰা কৰিলো। সিংহৰ লগত যোৱা ব্যক্তি কেইজন হ'ল যাদবানন্দ অধিকাৰী, ছৈয়দ আহমেদ আলী, কিশোৰী মোহন সৰকাৰ, ডালিম মেধি, সুধীৰ দাস আৰু মই। এওঁলোকৰ ভিতৰত প্ৰথম তিনিজনৰ পৰিচয় আগতে দিয়া হৈছে। ডালিম মেধি তেতিয়া আছিল চাপৰ হাইস্কুলৰ হেড মাষ্টাৰ। পিছত চাপৰ হায়াৰ চেকেণ্ডৰীৰ প্ৰিন্সিপাল হৈছিল। সুধীৰ দাসৰ ঘৰো চাপৰত। তেওঁ সৰু-সুৰা ঠিকা-ঠুকুলি কৰিছিল। এই দলটোৰ ভিতৰত সিংহ আৰু মোৰ বাহিৰে আটাইকেইজনে এতিয়া প্ৰয়াত।

এটামান বজাত আমি কোকৰাঝাৰ পালোগৈ। ভূটান ৰেষ্ট হাউচ আলিবাটৰ কাষতে। মি. দৰ্জিয়ে আলিবাটৰ ফালে চায়ে আছিল। কংগ্ৰেছৰ পতাকা উৰুৱাই অহা আমাৰ জীপখন দেখা পায়েই তেওঁ লৰালৰিকৈ আমাৰ ওচৰলৈ আহিল।

তেওঁ ক'লে, 'সিংহজী, আপোনালোকৰ মিচন সফল হওক, মই শুভেচ্ছা জনালো। আপোনালোকে উভতি অহালৈ মই ইয়াতেই বাট চাই থাকিম।'

আঢ়ৈমান বজাত আমি গন্তব্য স্থান পালোগৈ। তিনিটামান বজাত মিটিং আৰম্ভ হ'ল। মুকলি পথাৰত মিটিঙৰ আয়োজন কৰা হৈছে। পেণ্ডেল নাই। নেতৃবৃন্দ বহিবলৈ মঞ্চ বনোৱা হৈছে। চকী-মেজ আদিৰে মঞ্চ সজোৱা হৈছে। মঞ্চৰ সন্মুখত ৰাইজ বহিছে সেউজীয়া ঘাঁহনিৰ ওপৰত। সিংহ, অধিকাৰী আৰু আলী চাহাব নেপালী নেতৃবৃন্দৰে সৈতে মঞ্চত বহিছে। আমি ৰাইজৰ লগত বহিছো ঘাঁহনিৰ ওপৰত। সভাত সভাপতিত্ব কৰিবলৈ শৰৎ সিংহৰ নাম প্ৰস্তাৱ আৰু সমৰ্থন কৰা হ'ল।

এটি নেপালী আৰম্ভনি গীতেৰে সভাৰ কাম আৰম্ভ হ'ল। এজনে নেপালী ভাষাত সভাৰ উদ্দেশ্য বৰ্ণনা কৰিলে। ক'বলৈ পাহৰিছো, সভাপতিৰ নাম প্ৰস্তাৱ আৰু সমৰ্থন অসমীয়া ভাষাত কৰা হৈছিল। সি যি কি নহওক, তাৰ পিছত এজনৰ পিছত এজন এজনকৈ তিনিজন বক্তাই নেপালী ভাষাত বক্তৃতা দিলে। নেপালী ভাষাটো সংস্কৃতমূলীয়া ভাষা কাৰণে তেওঁলোকৰ বক্তৃতাৰ মূল কথাখিনি আমি থূলমূলকৈ বুজিব পাৰিলো।

তাৰ পিছত মঞ্চত বহি থকা 'ছেত্ৰী' উপাধিৰ এজন নেতা বক্তৃতা দিবলৈ থিয় হ'ল। তেওঁ দাৰ্জিলিঙৰ পৰা আহিছে আৰু তেওঁ পশ্চিমবংগ বিধান সভাৰ এজন এম.এল.এ.। তেওঁ ভূটানত নেপালী লোকসকল কেনেকৈ উৎপীড়িত হৈছে তাৰ এটা থূলমূল বৰ্ণনা দাঙি ধৰিলে তেওঁৰ বক্তৃতাত। তেখেতেও নেপালী ভাষাৰে বক্তৃতা দিছিল।

তাৰ পিছত তেওঁ এটা প্ৰস্তাৱ উত্থাপন কৰিলে। প্ৰস্তাৱটো তেওঁ লিখিছিল ইংৰাজীত। প্ৰস্তাৱটোত নেপালী লোকসকলক উৎপীড়ন কৰাত ভূটান চৰকাৰক গৰিহনা দিয়া হৈছে আৰু ভূটানত এটা সশস্ত্ৰ অভিযান চলাব লাগে বুলি কোৱা হৈছে।

সিংহদেৱে তৎক্ষণাত সভাপতিৰ আসনৰ পৰা উঠি ক'লে যে, 'সভাৰ সভাপতি হিচাপে তেওঁ সেই প্ৰস্তাৱটোৰ বিৰোধিতা কৰে। তাৰ পিছতেই ছেত্ৰী আৰু সিংহৰ মাজত লাগি গ'ল তৰ্ক। তৰ্ক-বিতৰ্কৰ সুৰ ক্ৰমান্বয়ে সপ্তমত উঠিল। দুয়োগৰাকী নেতাই টেবুলত ভুকুৱাই ভুকুৱাই বাদ-প্ৰতিবাদ কৰিবলৈ ধৰিলে। তৰ্ক-বিতৰ্ক ইংৰাজীত চলিছিল যদিও ৰাইজে একো বুজা নাছিল যদিও সোনকালে সভাস্থলীত এটি উত্তেজনাময় পৰিবেশ সৃষ্টি হ'ল। সকলোৰে মুখত উৎকণ্ঠাৰ ভাব।

এনে এটা উৎকণ্ঠাময় পৰিবেশতো কিশোৰীমোহন সৰকাৰে তেওঁৰ কৌতুকপ্ৰিয়তা দমন কৰি ৰাখিব নোৱাৰিলে। তেওঁ তেওঁৰ বাওঁহাতৰ কিলাকুটিৰে মোক গতিয়াই মোৰ কাণে কাণে ফুচফুচাই ক'লে, 'বৰুৱা, ঘৰৰ পৰা বিদায় লৈ আহিছে নে নাই? আজি জানো আমাৰ কপালত কি লিখা আছে!'

ডালিম মেধিয়ে অনুচ্চ স্বৰত তেওঁক ধমকি দি ক'লে 'চুপ'।

প্ৰায় আধা ঘণ্টামান সময় তৰ্ক-বিতৰ্ক কৰি কৰি দুয়োগৰাকী নেতা বোধহয় ভাগৰি পৰিল। সিংহদেৱে অৱশেষত এটা পৰামৰ্শ আগবঢ়ালে। তেওঁ ক'লে, 'আপোনালোকে প্ৰথমে দিল্লীত থকা ভূটানৰ ৰাষ্ট্ৰদূতৰ ওচৰত এখন স্মাৰক-পত্ৰ

দিয়ক। ভূটান চৰকাৰে কি উত্তৰ দিয়ে তাৰ ওপৰত আলোচনা কৰি আপোনালোকে কৰ্মপন্থা স্থিৰ কৰিব। এই সম্পৰ্কে ভাৰত চৰকাৰৰ লগতো যোগাযোগ কৰক।'

মি. ছেত্ৰীয়ে সিংহৰ পৰামৰ্শ মানি ললে। সিফালে সূৰ্য্য দেৱতাও পাটত বহিছে। গতিকে সভা সিমানতে ভংগ হ'ল। সভাৰ শেষত কেইজনমান নেপালী মুখিয়াল মানুহ আহি সিংহক অশেষ ধন্যবাদ জনালে। এইদৰে অভিযান বন্ধ হোৱাত তেওঁলোকে যেন ভয়ানক এটা বিপদৰ পৰা ৰক্ষা পৰিল তেনে ভাব প্ৰকাশ কৰিলে। তাৰ পিছত চাহ খাই আমি তাৰ পৰা আহিলো।

তিনিমাইলমান বাট আহি দেখো যে বাটত বহুত পুলিচ ভেন। তেতিয়া এন্ধাৰ হৈছে। জাৰকালিৰ ৰাতি। এখন পুলিচ ভেন আগুৱাই আহি আমাৰ জীপখনৰ কাষত ৰৈ গ'ল। ভেনখনৰ পৰা এজন পুলিচ অফিচাৰে মুখ উলিয়াই সুধিলে 'সিংহ, কি হ'ল পিছত?'

সিংহই ক'লে, 'বহুত বাদানুবাদৰ পিছত তেওঁলোকে অভিযান বন্ধ কৰিবলৈ মান্তি হ'ল।'

'উহ, ৰক্ষা পৰিলো' পুলিচ অফিচাৰজনে ক'লে, 'অভিযান যেনেতেনে বন্ধ কৰিবলৈ আমাক অৰ্ডাৰ দিছে। আপুনি আমাৰ কষ্ট লাঘব কৰিলে। ধন্যবাদ।'

তাৰ পৰা আহি আমি কোকৰাঝাৰ পালো। আমাৰ গাড়ীখন দেখি মি. দৰ্জি উধাতু খাই লৰি আহি সুধিলে 'কি হ'ল, কি হ'ল সিংহজী?' পুলিচ অফিজাৰজনক যেনেদৰে কৈছিল মি. দৰ্জিকো সিংহই তেনেদৰেই ক'লে। ভীষণ বিপদ এটাৰ পৰা ৰক্ষা পোৱাৰ দৰে মি. দৰ্জিয়ে ক'লে 'অহ ধন্যবাদ, বহুত ধন্যবাদ সিংহজী।'

আমি তাৰ পৰা ৰাওনা হ'লো ধুবুৰী অভিমুখে। সিদিনাই আমি বুজিব পাৰিছিলো যে, ভৱিষ্যতে সিংহ অকল এখন জিলাৰ কংগ্ৰেছ প্ৰেছিডেন্ট হৈ নাথাকে। তেওঁ তাতকৈ বহুত ডাঙৰ কিবা এজন হ'ব। ■

**(লেখক যামিনী কুমাৰ বৰুৱা এজন বিশিষ্ট সাহিত্যিক আৰু অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনভোগী। তেখেতে সিংহ ছাৰৰ সহকৰ্মী হিচাপে কাম কৰাৰ সুযোগ পাইছিল। বয়োজ্যেষ্ঠ তেখেত বৰ্তমান কোকৰাঝাৰ জিলাৰ অন্তৰ্গত ফকিৰাগ্ৰাম ডাকঘৰৰ অধীনৰ ময়নাৰতল গাৱঁৰ বাসিন্দা)।**

# কিম্বদন্তী পুৰুষ শৰৎ চন্দ্ৰ সিংহ

■ হিতেশ্বৰ বৰঠাকুৰ

বহুত দিনৰ পৰাই আমাৰ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ শ্ৰী শৰৎ চন্দ্ৰ সিংহদেৱৰ বিষয়ে মোৰ ব্যক্তিগত অভিজ্ঞতাই ঢুকি পোৱা দুআষাৰ মান কথা লিখাৰ এটা প্ৰবল ইচ্ছা থকা সত্বেও নিজৰ এলেহুৱা স্বভাৱৰ কাৰণেই হৈ উঠা নাছিল।

শ্ৰীযুত সিংহ দেৱৰ লগত মোৰ এটি ওচৰ সম্পৰ্ক গঢ়ি উঠিছিল আজিৰ পৰা ৫৪ বছৰ আগৰ পৰাই। ১৯৫০ চনত এই লেখকে দৰ্শন বিভাগত গুৱাহাটী বিশ্ববিদ্যালয়ত এম. এ. পঢ়ি থাকোতে বিশ্ববিদ্যালয়ৰ তত্বাৱধানত চলি থকা উজান বজাৰত অৱস্থিত (বৰ্তমানৰ 'বিবেকানন্দ কেন্দ্ৰ' ভৱনৰ পিছফালে) এটা সৰু ছাত্ৰৰ হোষ্টেলৰ মনিটাৰ হিচাপে আছিলো আৰু সেই হোষ্টেলৰ এটা কোঠাত মোৰ সংগী হিচাপে পাইছিলো সেই সময়ৰ চাপৰ উচ্চ বিদ্যালয়ৰ প্ৰধান শিক্ষক প্ৰয়াত ডালিম কুমাৰ মেধিক। ˚মেধি ডাঙৰীয়াই বিশ্ববিদ্যালয়ত বি.টি. পঢ়িবলৈ আহিছিল আৰু মোৰ লগত এবছৰ কাল আছিল। শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱ ˚মেধি ডাঙৰীয়াই শিক্ষকতা কৰি থকা স্কুলখনৰ চেক্ৰেটাৰী আছিল আৰু সেই আলমতে তেখেত স্কুলৰ বা নানান ৰাজহুৱা কামত সেই সময়ৰ ৰাজধানী শ্বিলঙলৈ অহা-যোৱা কৰোতে বা নিজৰ কামত গুৱাহাটীলৈ আহিলেও ˚মেধি আৰু মোৰ যুটীয়া কোঠাতেই আছিলহি। তেখেতৰ উপস্থিতিয়ে আমাৰ অধ্যয়নৰ ক্ষেত্ৰত কেতিয়াও হেঙাৰ হিচাপে থিয় হোৱা নাছিল। কিয়নো তেখেত তেতিয়াৰ পৰাই অদৰকাৰী কথা কৈ সময় নষ্ট কৰা স্বভাৱৰ মানুহ নাছিল। দীৰ্ঘাকৃতি, খদ্দৰৰ চুৰিয়াখনৰ ওপৰত দীঘল পাঞ্জাৱী এটা

পিন্ধি, ভৰিত এযোৰ পুৰণি চেণ্ডেল আৰু কাষলতিৰ তলত এটা কাপোৰৰ টোপোলা লৈ আমাৰ ওচৰলৈ অহা মানুহজনেই যে পিছৰ জীৱনত অসমৰ মুখ্যমন্ত্ৰী হ'ব আৰু সেই সাধাৰণ পোছাকযোৰ পিন্ধিয়েই দেশ শাসন কৰিব, সেই কথা কোনেও ভাবিব পৰা নাছিল। সেই সময়ত তেখেতৰ পৰিচয় এজন নিষ্ঠাবান সমাজকৰ্মী বুলিয়েই জানিছিলো - বোধহয় কোনো ৰাজনৈতিক দলৰ তেখেত সক্ৰিয় সদস্য নাছিল। মেধি আৰু সিংহ ডাঙৰীয়া মোতকৈ বয়সত অগ্ৰত ১০ বছৰমানৰ ডাঙৰ আছিল যদিও তেওঁলোকৰ পৰা সদায়েই মৰম সনা অকৃত্ৰিম বন্ধুত্বৰ ভাব এটা পাইছিলো। নিয়তিয়ে বহুত বছৰৰ আগতেই বন্ধুবৰ ডালিম মেধিক আমাৰ মাজৰ পৰা লৈ গ'ল যদিও শ্ৰদ্ধেয় শৰৎ চন্দ্ৰ সিংহ দেৱৰ পৰা সেই অকৃত্ৰিম মৰম সনা বন্ধুত্বৰ ব্যৱহাৰ পাই আহিছো। অসমৰ মুখ্যমন্ত্ৰীৰ আসন অলংকৃত কৰি থকাৰ সময়তো সেইটোৰ ব্যতিক্ৰম ঘটা নাছিল। আমাৰ পঢ়াৰ ম্যাদ শেষ হোৱাত আমি ১৯৫১ চনত ঘৰা-ঘৰি গলোঁগৈ আৰু তাৰ পিছ অভাবনীয়ভাবে আকৌ এবাৰ লগ পাই দুৰাতি একেলগে আনন্দত কটালো।

১৯৫৩ চনত আকৌ আমাৰ এবাৰ লগালগি হ'ল। তেতিয়াৰ অসমৰ ৰাজধানী শ্বিলং চহৰত। তাৰিখটো মনত নাই যদিও এইটো মনত আছে যে মই গুৱাহাটীৰ পৰা ৰাতিপুৱাৰ প্ৰথম খেপতে (সেই সময়ত শ্বিলং-গুৱাহাটীৰ মাজত বাছৰ চলাচল মাথোন ৰাতিপুৱা আৰু দুপৰীয়া দুটা খেপতহে চলিছিল) অসম ৰাজ্যিক পৰিবহনৰ বাছত গৈ শ্বিলং পাই সেই সময়ত অসমীয়া সাধাৰণ মানুহ থকাৰ একমাত্ৰ হোটেল 'হেপী লজ'ত উঠিলোগৈ। দুপৰীয়া ভাত-পানী খাই এঘুমতি মাৰি গুৱাহাটীৰ পৰা ২নং খেপত অহা মানুহৰ আলেখ-লেখ চাই থাকোতেই দেখা পালো যে অতীতত দেখা সেই একেই সাজ-পাৰেৰেই কাষলতিৰ তলত সাতৰঙ্খিৰে মেৰিয়াই অনা বিচনাৰ টোপোলাটো লৈ সিংহ ডাঙৰীয়া আহি আছে। মোক ৰাস্তাতে লগ পাই সুধিলে ক'ত আছো আৰু 'হেপীলজ' বুলি কোৱাত মোৰ লগতে আহি মোৰ কোঠাত তেতিয়ালৈকে খালী হৈ থকা তক্তাপোচখনত নিজৰ বিচনাখন মেলি দি দখল কৰিলে। দুয়োজনে কেবা বছৰৰ মূৰত লগা-লগি হোৱাত নথৈ আনন্দ পালো আৰু গধুলি কেনিও ওলাই নগৈ অতীতৰ ৰোমন্থন আৰু বিশেষকৈ মোৰ অতীতৰ ৰূম-মেট ডালিম মেধিৰ সম্পৰ্কে আলোচনা কৰি কটালো। কথা বহুত পাতিলো - কিন্তু আমাৰ দুয়োজনৰ শ্বিলঙলৈ অহাৰ উদ্দেশ্য সম্পৰ্কে এৰো কথাই পতা নহ'ল। পিচদিনা ৰাতিপুৱা মই দাড়ি খুৰাবলৈ লৈ দেখিলো যে মোৰ লগত আইনাখন অনা নহ'ল।

সিংহ ডাঙৰীয়াৰ আইনাখন খুজি লৈ দাড়ি খুৰাই থাকোতেই তেখেতে গা-ধুই আহি দেখে যে তেখেতৰ লগত মুৰত ঘহা তেল নাই। মোক মুৰৰ তেল বিচৰাত মই কোঠাটোৰ বেৰৰ চুকত থকা মোৰ কাপোৰৰ মোনাটোৰ পৰা উলিয়াই ল'বলৈ কোৱাত তেখেতে মোৰ তেলৰ বটলটো উলিয়াই তাৰ পৰাই তেল লৈ মুৰত ঘহি মুৰ আচুৰি ক'ৰবালৈ যাবলৈ ওলাল।

সি যি কি নহওঁক, শ্ৰদ্ধেয় সিংহ দেৱ যোৱাৰ পিছতে ময়ো সাজ-পোছাক, প্ৰসাধন আদি সমাধা কৰি নিজৰ গন্তব্য স্থানলৈ যাত্ৰা কৰিলো। গন্তব্য স্থান গৈ পোৱাৰ কিছু সময়ৰ পিছত দেখা পালো যে সিংহ ডাঙৰীয়াও তালৈকে গৈছে একেই কামৰ কাৰণে যদিও সেই বিশেষ কামটোত দুয়োজনৰ স্বাৰ্থ টকাটোৰ ইপিঠি-সিপিঠিৰ দৰে। এই অভাবনীয় দেখা-সাক্ষাতে দুয়োজনকে হতভম্ব কৰি তুলিলে। গধূলি আকৌ দুয়োজনৰ লগা-লগি হোৱাত তেখেতক ক'লো ঃ আপুনিতো মোক শ্বিলঙলৈ কিয় আহিছে সেইটো কোৱা নাছিল। তাৰ উত্তৰত তেখেতৰো একেই ওজৰ- আপুনিওতো মোক ইয়ালৈ কিয় আহিছে কোৱা নাছিল। স্বীকাৰ কৰিলো যে দোষ মোৰেই। এই 'ভ্ৰম-ৰংগ' কাহিনীটোৰ বিষয়ে সিংহ ডাঙৰীয়া অসমৰ মুখ্যমন্ত্ৰী হোৱাৰ পিছত হেদায়েৎপুৰৰ কংগ্ৰেছ ভৱনত তেখেতক লগ পাওঁতে সুধিছিলো - শ্বিলঙৰ সেই কাহিনীটো মনত আছেনে? তেখেতে মনত ভালকৈয়ে থকা বুলি ক'লে।

নেতৃত্বৰ কাৰণে যিখিনি বিশেষ সদ গুণৰ একান্ত প্ৰয়োজন সেই সকলোখিনি গুণৰে সিংহ ডাঙৰীয়া অধিকাৰী আছিল বুলি ক'লে অত্যুক্তি কৰা নহয় - অৱশ্যে আজিৰ যুগৰ ভণ্ড নেতাসকলৰ গাত সচৰাচৰ দেখা পোৱা নানান দুৰ্গুণৰ আভাস তেখেতৰ চৰিত্ৰত নাই। আদৰ্শৰ প্ৰতি মহান আস্থা, কৰ্মৰ মাজত নিজকে সমৰ্পন কৰা, স্পষ্টবাদিতা, দৃঢ়মনা, নিজৰ চৰিত্ৰত বলীয়ান হৈ অনুগত সকলকো সঠিক পথেৰে আগুৱাই নিব পৰা আদি গুণ তেখেতৰ চৰিত্ৰৰ বৈশিষ্ট্য। এইখিনি গুণৰ সমন্বয় তেখেতৰ চৰিত্ৰত দেখা পায়েই হয়তো সেই সময়ৰ কংগ্ৰেছ হাই কামাণ্ড আকৰ্ষিত হৈছিল— যিটোৰ ফলত সেই সময়ৰ মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীক এক প্ৰকাৰ অপসাৰণ কৰিয়েই শ্ৰীশৰৎ চন্দ্ৰ সিংহ দেৱক সেই পদত অধিষ্ঠিত কৰিলে। মুখ্যমন্ত্ৰী হোৱাৰ পিছত দৃঢ়প্ৰতিজ্ঞ স্বভাৱৰ কাৰণেই ভুলেই হওঁক বা শুদ্ধই হওঁক- অসমৰ ৰাজধানী শ্বিলং পাহাৰৰ পৰা গুৱাহাটীলৈ স্থানান্তৰ কৰিলে। তেখেতে হয়তো আশা কৰিছিল যে সময়ত অসমৰ স্থায়ী ৰাজধানী উপযুক্ত ঠাইত গঢ় লৈ উঠিব- যিটো আশা তেখেতৰ পিছৰ কেইবাজনো মুখ্যমন্ত্ৰীৰ শাসনকালতো পূৰ্ণ

নহ'ল। গুৱাহাটীতেই ৰাজধানী স্থায়ী হৈ ৰ'ল। তেখেতৰ মুখ্যমন্ত্রীত্বৰ কালতে ভাৰতীয় জাতীয় কংগ্রেছৰ অধিবেশনখন গুৱাহাটীৰ খানাপাৰাত পাতিবলৈ লৈ গুৱাহাটীৰ প্ৰধান পথ এ-টি ৰোডটো বহল কৰিবলৈ লওঁতে যিমানখিনি বাধা পল্টন বজাৰ, আঠগাঁও আদিৰ অঞ্চলৰ ধনী, প্ৰভাৱশালী ব্যৱসায়ী চক্ৰৰ পৰা পাইছিল সেই সকলোবোৰ তেওঁৰ দৃঢ়তাৰ কাৰণেই অতিক্ৰম কৰিব পাৰিছিল। সেই প্ৰতাপী, ধনী ব্যৱসায়ীসকলৰ সকলো অপচেষ্টাকে বিফল কৰি ঠায়ে ঠায়ে ৩/৪ মহলীয়া পকা ঘৰৰ সন্মুখৰ ভাগ ভাঙি দি এ.টি. ৰোড বহল কৰা হ'ল ভৱিষ্যত প্ৰজন্মৰ কাৰণে। তেওঁৰ চৰিত্ৰৰ প্ৰভাৱ সেই সময়ৰ কংগ্ৰেছ চৰকাৰৰ সকলো স্তৰতে পৰিছিল আৰু কোনেও ক'তো আজিৰ দৰে দুৰ্নীতি, ঘোচ খোৱা আদিৰ অপবাদ চৰকাৰৰ বিৰুদ্ধে অনা নাছিল। আজি ব্যৱসায়ী, ঠিকাদাৰ আদিয়ে যিদৰে ধনৰ বলতে চৰকাৰখনৰ বিভিন্ন বিভাগত প্ৰভাৱ পেলাই নানান অপকৰ্ম কৰাই শাসনৰ নামত অপশাসন কৰাইছে সেইটো তেখেতৰ শাসনকালত সম্ভৱ হোৱা নাছিল। এইখিনিতে এটা নিজে দেখা কাহিনী উল্লেখ কৰিব খোজো। তেওঁৰ শাসনকালতে এবাৰ দেখা পালো যে অসমৰ বজাৰত কেন্দ্ৰীয় চৰকাৰৰ পৰা নিৰ্দ্ধাৰিত দৰত ঘেহুৰ যোগান পোৱা সত্ত্বেও আটা, ময়দা, চুজি, চাহ আদিৰ দাম অতিৰিক্ত হিচাপে বাঢ়ি গৈছে। সেই সময়ত যোগান বিভাগৰ মন্ত্ৰী আছিল প্ৰয়াত ঁগজেন তাঁতী— যিজনো এজন সৎ পুৰুষ আছিল। মুখ্যমন্ত্ৰী দেৱে অসমৰ ময়দা মিলবিলাকৰ মালিক সকলক জাননী দি তেওঁৰ চেম্বাৰলৈ এদিন মতাই আনিলে। সেই সময়ত এই লেখকো গুৱাহাটীৰ এটা ময়দা মিলৰ লগত সংযুক্ত আছিল আৰু মালিকৰ অনুপস্থিতিত এই লেখকেই মিলটোৰ প্ৰতিনিধি হিচাপে সেই সভাত যোগ দিছিল। মিলৰ কোটিপতি মালিকসকলক সম্বোধন কৰি তেখেতে ক'লে যে আটা, ময়দাৰ দাম কমাবলৈ তেখেতৰ হাতত দুপাট অস্ত্ৰ আছে। এপাট অস্ত্ৰ হ'ল অসমৰ আটাইকেইটা মিলৰ মালিককে একেলগে কাৰাগাৰত সুমুৱাই ৰখা আৰু সেইটো যদি কৰিব নালাগে - মালিকসকলে নিজৰ ফালৰ পৰাই আটা, ময়দাৰ দাম কমাই একমাত্ৰ উচিত দামত বিক্ৰী কৰা। তেখেতৰ কথা শুনি মিলৰ মালিকসকলৰ মুখত আতংকৰ ভাৱ স্পষ্টকৈ ফুটি উঠিছিল আৰু সকলো মিল মালিকেই প্ৰতিশ্ৰুতি দিলে যে তেওঁলোকে নিজৰ ফালৰ পৰাই আটা, ময়দাৰ দাম কমাই উচিত দামহে ল'ব। পিছত সেইটোৱেই হ'ল আৰু মই জনাত মিল মালিকসকলে আনকি তেখেতৰ পিছতো বহুত বছৰলৈকে আটা, ময়দাৰ দাম নিজেই এটা সীমাৰ ভিতৰত নিৰ্ধাৰণ কৰিছিল। এতিয়া সেইটো নিয়ম আছে নে নাই নাজানো।

চন, তাৰিখৰ কথা মনত নাই। ঠিক সময়টোও পাহৰিলো। তেখেত তেতিয়া অসম কংগ্ৰেছৰ সভাপতি। এবাৰ কংগ্ৰেছৰ কৰ্ণধাৰ হিচাপে লগত প্ৰয়াত গজেন তাঁতীক লগত লৈ পাৰ্টিৰ কামত কলিকতালৈ গৈছিল। সেই সময়ত বিহাৰ নে উত্তৰ প্ৰদেশৰ কোনোবা ঠাইত এটা উপ-নিৰ্বাচন পতা হৈছিল আৰু তাত খৰচ কৰিবলৈ কংগ্ৰেছৰ উৰ্দ্ধতম কৰ্তৃপক্ষৰ অনুৰোধ মতে একলাখ টকা অসম কংগ্ৰেছে দিব লগা হ'ল। টকা গুৱাহাটীৰ পৰা গৈ কলিকতা নোপোৱাত সেইদিনাখনৰ আবেলিৰ উৰা জাহাজত পঠোৱা অসম্ভৱ হৈ উঠিল। নিৰুপায় হৈ অসমতে ব্যৱসায় কৰি থকা এজন ধনী লোকৰ পৰা খুব সোনকালেই ঘূৰাই দিয়াৰ প্ৰতিশ্ৰুতি দি একলাখ টকা ধাৰলৈ লৈ সেইদিনাৰ আবেলিৰ উৰা জাহাজতে পঠাই দিলে। ব্যৱসায়ীজনে ধাৰে লোৱা টকাখিনি মোৰ হাততে ঘূৰাই দিবলৈ কোৱাত মই ২টা নে ৩টা কিস্তিত *গজেন তাঁতী দেৱৰ পৰা টকাখিনি পাই কলিকতাৰ ব্যৱসায়ীজনলৈ যথা সময়ত পঠাই দিলো। চিন্তা কৰি চাওঁক যিখন দেশত বিচাৰিলেই পাৰ্টিৰ নামত লাখ-লাখ টকা ব্যৱসায়ী, মিল মালিকৰ পৰা পোৱা যায় সেইটো নকৰি দৰকাৰী টকা ধাৰলৈ লৈ পৰিশোধহে কৰাৰ তেখেত পক্ষপাতী আছিল। আজিৰ যুগৰ ৰাজনৈতিক নেতাসকলৰ কাৰণে সেইটো অভাৱনীয়। শ্ৰীযুত সিংহদেৱৰ শাসনকালত ৰাজ্যৰ কেন্দ্ৰ বিন্দু 'জনতা ভৱন' সঁচাকৈয়ে জনতাৰেই আছিল। দালাল, মধ্যভোগী শ্ৰেণীৰ লোকৰ তাত স্থান নাছিল। বিধায়ক কিনা-বেচাৰ দৰে জঘন্য কাৰ্য্যও তেওঁৰ শাসনকালত অকল্পনীয় আছিল। শেহতীয়া ৰাজ্যসভাৰ সদস্য নিৰ্বাচনৰ সংক্ৰান্তত তেখেতৰ অভিমত এনেদৰে প্ৰকাশ পাইছিল- 'ৰাজহুৱা প্ৰতিনিধিৰ বেচা-কিনা কাম এটা নাভূত-নাশ্ৰুত ঘটনা আৰু এনে কাণ্ড কোনোদিনে আমি দেখা নাই, শুনা নাই। এনেকৈ যদি নিৰ্বাচন সম্পন্ন হয়, তেন্তে নিৰ্বাচনৰ অৰ্থও নাই।'

মুখ্যমন্ত্ৰী থাকিবৰ কাৰণে যিটো ঘৰ দিশপুৰত আছিল, সেইটোত সিংহ ডাঙৰীয়াই থাকি অফিচ হিচাপেহে ব্যৱহাৰ কৰিছিল। খোৱা-লোৱা আদি ৰাজগড়ৰ ওচৰত থকা নিজৰ অতি সাধাৰণ ঘৰটোতেই হৈছিল। কামৰ হেঁচাত পৰি দুপৰীয়াৰ আহাৰ খাবলৈ আঁহোতে প্ৰায়েই পলম হৈছিল। এদিন তেখেতৰ পৰিবাৰে আমাৰ আগত আক্ষেপ কৰি কৈছিল যে খোৱা-বোৱাৰ ক্ষেত্ৰত বাপেক-পুতেক (* অপূৰ্ব) দুয়ো অতি অনিয়মীয়া; ভগবানে তেওঁলোকক সুস্থ-সবল শৰীৰ একোটাৰ অধিকাৰী কৰি ৰখাৰ কাৰণেহে বাচি আছে। ঘৰখননো কেনেকৈ চলিছিল তেখেতৰ খবৰ নাই, কামেই জানিছিল আচলতে সকলোখিনি তেখেতৰ গৃহিনীয়ে কোনো প্ৰকাৰে চলাই

নিছিল। ভাৰতত 'ইমাৰজেন্সী' শাসন উঠাই লোৱাৰ পিছত যি সাধাৰণ নিৰ্বাচন পতা হৈছিল তাত কংগ্ৰেছ দলৰ পৰাজয় ঘটাত, শ্ৰী সিংহদেৱে মুখ্যমন্ত্ৰীৰ পদ ইস্তফা দিবলৈ 'জনতা ভৱন' পালেগৈ আৰু ইস্তফা দিয়াৰ পিছত 'জনতা ভৱন'ৰ পৰা হাতত মোনাটো লৈ খোজ কাঢ়িয়েই নিজৰ ঘৰলৈ আহে আৰু কোনো কোনোৱে কোৱা মতে গনেশগুৰি চাৰিআলি পাই তাৰে এখন পানৰ দোকানত সোমাই এখিলা পান খাইছিল তেওঁ যে পদমৰ্য্যদাৰ পৰা উদ্ধাৰ হোৱা এজন স্বাধীন মানুহ তাকেই উপলব্ধি কৰিলে।

তেখেত ভাৰতীয় জাতীয় কংগ্ৰেছ (স)ৰ সভাপতি হৈ থকা সময়ৰ কথা। চন, তাৰিখ মনত নাই। এদিন সদল-বলে সিংহ ডাঙৰীয়া আমাৰ চানমাৰি কৃষ্ণ নগৰত থকা বাসস্থান ওলালহি। মনত পৰিছে যে তেখেতৰ লগত দলত ধ্ৰুৱ নাৰায়ণ বৰুৱা শ্ৰী পংকজ বৰাও আছিল। আথে-বেথে তেখেত সকলক বহুৱাই প্ৰশ্ন কৰিলো - গৰীবৰ ঘৰলৈ অহাৰ সকাম বা কি? উত্তৰত হাঁহি এটা মাৰি সিংহ দেৱে ক'লে যে তেখেতসকল গৰীবৰ ঘৰলৈ নাযায়— বিত্তশালী বা প্ৰভাৱশালী লোকৰ ঘৰলৈহে যায়। সেইটো শুনি ক'লো— বোধহয় আপোনালোকৰ বিচাৰত ভুল হৈছে কিয়নো মই সেই স্থানত নাই। লগতে ক'লো যে মহাৰাজ চন্দ্ৰ গুপ্তৰ প্ৰধান মন্ত্ৰী আছিল চানক্য - যিজনে এটা কৰ্ণ-কুহৰত অকলশৰে অতি দৰিদ্ৰৰ দৰে জীৱন-যাপন কৰিছিল। মোৰো অৱস্থা একেবাৰে তেনে নহ'লেও প্ৰায় সম পৰ্যায়ৰ বুলি ক'ব পাৰি। শেষত জানিব পাৰিলো যে তেখেতসকলৰ কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশনখন বাংগালোৰ নে হাইদৰাবাদত (ঠাইখনৰ নাম পাহৰিলো) বহিব অতি সোনকালেই আৰু তালৈ যাবলৈ তেখেতসকলৰ টিকট সংৰক্ষণ হৈ আছে যদিও ঘূৰি আহিবলৈ টিকট সংৰক্ষণ কৰিব পৰা নাই আৰু মই সেইটোতে সহায় কৰি দিব লাগে। সি যি কি নহওঁক তেখেতে বিচৰাৰ দৰেই মই যত্ন কৰি তেখেতসকলৰ ঘূৰাৰ টিকট সংৰক্ষণৰ ব্যৱস্থা কৰি দিলো। এই দৰেই মাজে-সময়ে তেখেতৰ লগত এক প্ৰকাৰ নিস্বাৰ্থ সম্পৰ্ক ৰক্ষা কৰিয়েই চলিছিলো। নিজৰ ব্যক্তিগত স্বাৰ্থৰ কাৰণে তেখেতৰ পৰা কেতিয়াও একো বিচৰা নাছিলো আৰু তেখেতেও সেই একেই কৰিছিল। তেখেত স্বাৰ্থৰ পিছত থকা হ'লে পিছৰ কালত ইন্দিৰা কংগ্ৰেছৰ আমোলত অসমৰ মুখ্যমন্ত্ৰী হৈয়ে থাকিব পাৰিলেহেঁতেন যিটোৰ কাৰণে ভিতৰুৱাকৈ তেখেতলৈ প্ৰস্তাৱো আহিছিল। প্ৰয়াত ধ্ৰুৱ নাৰায়ন বৰুৱাই এই লেখকক কোৱা মতে তেওঁ নিজে ইন্দিৰা কংগ্ৰেছত যোগদান কৰাৰ পিছত ওপৰৰ পৰা ইংগিত পাই সিংহ দেৱকো তাত যোগ দিবলৈ অনুৰোধ

কৰিছিল। তাৰ উত্তৰত তেখেতে হেনো কৈছিল - 'হেৰা ধ্ৰুৱ, তোমালোকে মোক সিংহৰ দৰে হৈ থকাটো বিচৰা নে শিয়ালৰ দৰে জীৱন কটোৱাটো বিচৰা?' নিজৰ আদৰ্শক পৰিত্যাগ কৰি মুখ্যমন্ত্ৰীত্ব পদ লাভৰ প্ৰত্যাশাত সিংহদেৱৰ ব্যক্তিত্বৰ মানুহ কেতিয়াও আগবাঢ়িব নোৱাৰে। তেখেতৰ মতবাদ গীতাত বৰ্ণিত - 'কৰ্মনোবাধিকাৰাস্তে মা ফলেষু কদাচন' ঃ কাম কৰি যোৱা, ফলাফল কি হয় তাৰ ওপৰত অধিকাৰ নাই।'

তেখেতৰ জীৱনত ৰাজনৈতিক উত্থান-পতনে বিশেষ প্ৰভাৱ পেলোৱা বুলি ক'ব পৰা নাযায়। মুখ্যমন্ত্ৰী হিচাপে পোৱা শ্ৰী সিংহদেৱক পিছৰ জীৱনত সাধাৰণ নাগৰিকৰ জীৱন-যাপন কৰা জনৰ দৰে দেখি আহিছো। অৱশ্যে তেখেতৰ জীৱনত আটাইতকৈ মৰ্মান্তিক আঘাতটো আছিল তেখেতৰ বৰ পুতেক অসমৰ ৰাজনৈতিক আকাশত ধ্ৰুৱ তৰাৰ দৰে উদয় হোৱা অপূৰ্ব সিংহৰ দুৰ্ঘটনাত আকস্মিক মৃত্যু। তেখেতৰ ঋষি সুলভ জ্ঞানে নিয়তিৰ বিধি-বিধান মানি লোৱাত ইন্ধন যোগাইছিল আৰু দেখুৱাই ভাঙি পৰা নাছিল। মৰ্মান্তিক সংবাদটো পাই তেখেতৰ ওচৰত বহি গীতাৰ বাণী- 'ন জয়তে বা মৃয়তে বা' আত্মাৰ জন্মও নাই, মৃত্যুও নাই অৰ্থাৎ অপূৰ্বৰ আত্মাৰ মৃত্যু হোৱা নাই। ক্ষণভংগুৰ দেহটোৰহে মৃত্যু ঘটিছে বুলি প্ৰবোধ বাক্য এষাৰ শুনাইছিলো।

শ্ৰদ্ধেয় সিংহ দেৱৰ সম্পৰ্কে লিখা প্ৰৱন্ধটি সম্পূৰ্ণ নহ'ব যদি তেখেতৰ সুযোগ্যা সহ-ধৰ্মিনী শ্ৰীযুতা সিংহৰ সম্পৰ্কে দু-আষাৰ লিখা নহয়। অতি সহজ-সৰল, অমায়িক অসমীয়া মাতৃ এগৰাকীৰ জীৱন্ত প্ৰতিমূৰ্তি এটাকেই তেখেতত দেখা পাঁও - যি গৰাকীৰ অন্তৰত উচ্চ-নীচ, সৰু-বৰ, ধনী-দুখীয়া সকলো একাকাৰ আৰু যাৰ মনত অহংকাৰৰ লেশ মাত্ৰও নাই। তেখেতৰ চৰিত্ৰৰ বৈশিষ্ট্যই সিংহদেৱৰ জীৱনত প্ৰভূত অৰিহনা যোগাইছে। আজি কিছুদিন আগতে সাংবাদিকসকলে 'মুখামুখি' সাক্ষাতত তেখেতক কৰা প্ৰশ্ন - 'আপোনাৰ ঘৰৰ গিৰিহঁতনীয়ে কেতিয়াবা আপোনাৰ প্ৰতি অসন্তুষ্ট হৈছে নে?' উত্তৰত তেখেতে ধেমালিতে কৈছিল - 'হয়, তেওঁ মোক বেয়াই পায় কিয়নো আজিকালিৰ মন্ত্ৰী, মুখ্যমন্ত্ৰী আদিৰ পৰিবাৰসকলে সকলো ঠাইতে যিদৰে সমাদৰ, সম্বৰ্ধনা, প্ৰচাৰ আদি পায়, তেওঁ সেইবিলাক একো পোৱা নাছিল'। ধেমালিতে ক'লেও কথাটো সঁচাই। এটা উদাহৰণ দিব খোজো। পূব-গুৱাহাটী বিহুতলীৰ কথা। আমাৰ ঘৰৰ গৃহিনীয়ে বিহু উপলক্ষে ঘৰৰ যাৱতীয় কাম-কাজ কৰি বিহুতলী পায়গৈ মানে সন্মুখৰ চকীৰ কেইবা শাৰীত দৰ্শক বহি আছে। পিছফালৰ এখন টিনৰ চকী পাই তাতে বহি কিছু চাবলৈ ধৰোতেই তেওঁৰ ওচৰৰ খালি চকীখনত এগৰাকী

বয়সিয়াল মহিলা বহিলহি। স্বগতোক্তি কৰাৰ দৰেই ক'লে— 'ঘৰত বিহুৰ জা-জলপান তৈয়াৰ কৰি থাকোতেই বহুল পলম হ'ল।' আমাৰ গৃহিনীয়ে তেখেতনো ক'ত থাকে আৰু কোন বুলি সোধাত সহজ-সৰল ভাবেই উত্তৰ দিলে যে তেখেত শ্ৰীসিংহৰ পত্নী। কোন সিংহ বুলি সোধাতহে ক'লে যে তেখেত শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱৰ পত্নী। তেতিয়াও তেখেতে মুখ্যমন্ত্ৰীৰ পত্নী বুলি কোৱা নাছিল। তেখেতে হয়তো জনাই নাছিল যে নিজকে মুখ্যমন্ত্ৰীৰ পত্নী বুলি পৰিচয় দিয়া হ'লে ভি.আই.পি. আসনখন পালেহেঁতেন। বিহুতলীৰ স্বেচ্ছাসেৱকৰ দলেও হয়তো তেখেতৰ সাধাৰণ সাজ-পাৰ, গাড়ীত নাহি খোজকাঢ়ি বিহুতলীলৈ অহা তেখেতৰ পদ মৰ্যাদা জনা নাছিল। শ্ৰীযুতা সিংহৰ মুখত তাৰ কাৰণে কোনো অসন্তোষৰ বা ক্ষোভৰ ভাৱ ফুটি উঠা নাছিল।

শৰৎ চন্দ্ৰ সিংহৰ দৃঢ় প্ৰতিজ্ঞ স্বভাৱ, অনাড়ম্বৰ, সহজ-সৰল ঘৰুৱা জীৱন আৰু সৰ্বোপৰি কোনো ধৰণৰ অৰ্থনৈতিক অপৰাধৰ অভিযোগ শূন্য গুণৰ কাৰণে ভাৰতৰ এসময়ৰ প্ৰধান মন্ত্ৰী, জনতাৰ নেতা লাল বাহাদুৰ শাস্ত্ৰীৰ লগত ভালেমান বিষয়ত সমানে ফেৰ মাৰিব পাৰে। তেখেতৰ শেহতীয়া ৰাজনৈতিক স্থিতিৰ ক্ষেত্ৰতো একেই দৃঢ় মনোভাৱ পৰিস্ফুট হৈছে। ন্যায়-নীতিৰ পৰা তেওঁক একোৱেই টলাব নোৱাৰে।

৯১ বছৰলৈকে যিজন দুৰন্ত তৰুণে দেশৰ, দহৰ কামত অবিৰামভাৱে নিজকে উৎসৰ্গা কৰি আহিছে, সেইজন পুৰুষৰ স্বাস্থ্যৰ কিছু পৰিমানে অৱনতি ঘটাত এই বছৰৰ প্ৰথমছোৱাত কিছুদিন গুৱাহাটী মেডিকেল কলেজত ডাক্তৰৰ পৰ্য্যবেক্ষণ আৰু প্ৰয়োজনীয় চিকিৎসাৰ কাৰণে থাকিবলগীয়া হোৱাৰ সংবাদ পাই এই লেখকে নিজৰ শাৰীৰিক অসুস্থতাৰ কথা নাভাবি লগত পত্নীক লৈ এদিন তেখেতক মেডিকেল কলেজতে দেখা কৰিবলৈ গ'লো। ডাক্তৰৰ নিৰ্দেশ অনুসৰি তেখেতক দেখা কৰাত বাধা আছিল যদিও কৰ্তব্যত থকা নাৰ্চ গৰাকীয়ে মোৰ লগত তেখেতৰ বহুতদিনীয়া সম্পৰ্কৰ কথা জানিব পাৰি দেখা কৰিবলৈ দিলে। কেবিনৰ ভিতৰ সোমাই দেখিলো কোনো দৰ্শনাৰ্থী বহি থকা নাই। আমাক দেখা পাই তেখেত সুখী হোৱা যেন অনুভৱ হ'ল। নিজে বহি থকা চকীখনতে আমাৰ গৃহিনীক বহিবলৈ দিলে। তেখেতৰ স্বাস্থ্যৰ সম্পৰ্কে সোধাত ক'লে যে তেখেতৰ আচলতে একো বেমাৰ হোৱা নাই, ডাক্তৰে এনেয়ে শুৱাই ৰাখিছে। একে কথাই তেখেতে আগতে আনকো কৈছে। তেখেতক বুজালো যে ডাক্তৰে এনেয়ে তেখেতক ৰাখি থোৱা নাই - যথেষ্ট কাৰণ আছে আৰু

ডাক্তৰৰ কথা মানি চলাটোৱেই উচিত হ'ব। লগতে এইটোও ক'লো যে তেখেতক যিজন ডাক্তৰে চিকিৎসা কৰি আছে সেই একে জনেই মোকো সময়মতে হস্পিটেলত ভৰ্তি হ'বলৈ কৈছিল আৰু তেওঁৰ কথা নুশুনাৰ ফল এয়ে হ'ল বুলি চোলাটো অলপ দাঙি ধৰি মোৰ 'Pace-Maker' লগোৱা ঠাইখন দেখুৱালো। লগতে ক'লো - গোটেই জীৱনটো কামৰ মাজেদিয়েই গ'ল কেইদিনমান হস্পিটেলৰ বিচনাতে কটাওঁকচোন - আমাক প্ৰেৰণা দিবলৈকে আপুনি বহুত দিন আৰু জীয়াই থাকিব লাগিব। অৱশেষত তেখেতৰ পৰা বিদায় লৈ কেবিনৰ বাহিৰলৈ আহিলো। বাহিৰত অপেক্ষমান নাৰ্চ গৰাকীয়ে ক'লে যে আমাৰ লগত যিমান সময় সিংহদেৱে কটালে, আনক সিমান সময় দিয়া তেওঁ দেখা নাই। উত্তৰত ক'লো যে আমাৰ সম্পৰ্ক ৫৪ বছৰীয়া, গতিকেই তেখেতে আমাক হয়তো অলপ বেছি সময় দিলে।

আমাৰ দেশখনত আজি কিছুকাল ধৰি যিদৰে পংকিলময় ৰাজনীতিয়ে প্ৰাধান্য লাভ কৰিছে, সেইটোক প্ৰতিৰোধ কৰিবলৈকে শুদ্ধ ৰাজনীতিৰ ভীষ্ম পিতামহ সদৃশ শ্ৰী সিংহদেৱৰ দৰে নিষ্কলুষ নেতা এজনৰ একান্ত প্ৰয়োজন হৈছে। এই ক্ষেত্ৰত যে তেখেতে দেশখনৰে এজন কিম্বদন্তি পুৰুষ হিচাপে ভৱিষ্যতেও স্বীকৃতি পাব সেইটোত কোনো সন্দেহ নাই। ভগৱানক প্ৰাৰ্থনা জনাও যেন তেখেত আমাৰ মাজত আৰু বহুত দিন সুস্থ শৰীৰে জীয়াই থাকে। ভগৱানৰ ওচৰত পুনৰ প্ৰাৰ্থনা জনাও যেন আমাৰ দেশখনে শ্ৰী সিংহ ডাঙৰীয়াৰ দৰে মহান ব্যক্তিত্বৰ পুৰুষৰ জন্ম যুগে যুগে পাই থাকে। ■

---

(লেখক হিতেশ্বৰ বৰঠাকুৰ এম.এ., এল.এল.বি. ব্যৱসায়ত এজন আইনজীৱী ভাৰতৰ স্বাধীনতা আন্দোলনৰ এজন সংগ্ৰামীৰ উপৰিও এজন বিশিষ্ট লেখক। তেখেতে সিংহদেৱক বহুত দিন ওচৰৰ পৰাই লগ পোৱাৰ সুবিধা পাইছিল। তেখেত মুক্তি যুঁজাৰু পেঞ্চনভোগী। তেখেত বৰ্তমান গুৱাহাটীৰ চানমাৰীৰ কৃষ্ণনগৰৰ বাসিন্দা)।

# প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ মানুহজন

■ উমেশ চেতিয়া

'Be in general virtuous and you will be happy'. সাধাৰণতে ধাৰ্মিক মানুহ সুখী হয়। অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰী শৰৎ চন্দ্ৰ সিংহ এগৰাকী সুখী মানুহ। তেখেত এগৰাকী ৰাজনৈতিক নেতা আছিল, যদিও যোৱা কেইবাটাও দশক জুৰি তেখেতক অসমৰ দলমত নিৰ্বিশেষে সকলো ৰাইজে শ্ৰদ্ধা জনাই আহিছে। তেখেত অসমৰ সমাজ জীৱনৰ এগৰাকী পুৰোধা ব্যক্তি হিচাপে সকলোৰে পৰিচিত। এগৰাকী মুখ্যমন্ত্ৰী হিচাপে থকাৰ পাছতো আজিও এক সহজ সৰল জীৱন যাপন কৰি আহিছে। এই নেতাজনে আজিও গুৱাহাটী মহানগৰীত খোজকাঢ়ি নাইবা চিটিবাছত উঠিয়েই সভা সমিতিলৈ অহা-যোৱা কৰে। মুখ্যমন্ত্ৰী হৈ থকা অৱস্থাতো তেখেতে কৈছিল - 'মই এই ব্ৰীফকেচটো লৈয়েই মুখ্যমন্ত্ৰীৰ বাসভৱনত সোমাইছো আৰু মুখ্যমন্ত্ৰীৰ পদ গ'লে এই ব্ৰীফকেচটো লৈয়েই গুছি যাম।' সঁচা কথা তেখেতে যিদিনা মুখ্যমন্ত্ৰীৰ পদত্যাগ কৰিছিল সেইদিনা চৰকাৰী গাড়ীত নুঠি; খোজ কাঢ়িয়েই ওলাই ঘৰলৈ গুছি গৈছিল। আনকি ১৯৭০ চনত অইল ইণ্ডিয়াৰ চেয়াৰমেন পদত অধিষ্ঠিত হৈ থাকোতেও চৰকাৰী গাড়ীত নুঠাকৈ খোজকাঢ়ি নাইবা বাছত উঠিয়েই ঘৰলৈ অহা-যোৱা কৰিছিল। ১৯৭০ চনত তেখেত অইল ইণ্ডিয়াৰ চেয়াৰমেনহৈ থকা সময়ত অসমৰ প্ৰথিতযশা সাংবাদিক-সাহিত্যিক হোমেন বৰগোহাঞিদেৱে একেখন গাড়ীতে সিংহদেৱৰ লগত কথাপাতি গৈছিল। গোহাঞিদেৱে এই সম্পৰ্কে কৈছিল - 'শৰৎ চন্দ্ৰ সিংহই অৰ্নগল কথা কৈছিল। অৱশ্যে তেওঁ যে আগগুৰি নোহোৱা বাৰে-ভচহ কৰা কৈছিল সেইটো নিশ্চয় নহয়। তেওঁ কৈছিল ৰাজনীতিৰ কথা। তেওঁৰ কথা

শুনি মোৰ যথেষ্ট লাভ হৈছিল। মই অসমৰ ৰাজনৈতিক মঞ্চৰ নেপথ্যত ঘটা অনেক কথা জনাৰ উপৰিও শৰৎ চন্দ্ৰ সিংহ মানুহজনকো জানিবলৈ সুযোগ পাইছিলো।' তেখেতে 'মোৰ সাংবাদিক জীৱন' নামৰ গ্ৰন্থৰ এঠাইত আকৌ কৈছে - 'আমি কোনেও মুখ ফুটাই নকলেও ইতিমধ্যেই আমি ধৰি লৈছিলো যে অসমৰ কংগ্ৰেছী ৰাজনীতিত এটা যুগৰ সামৰণি পৰিছে; যিটো নতুন যুগ আহিব ধৰিছে তাৰ নায়ক হ'ব শৰৎ চন্দ্ৰ সিংহ। সঁচাকৈয়ে ধুবুৰী জিলাৰ চাপৰ মৌজাৰ ভকতপাৰা গাঁৱত জন্মগ্ৰহণ কৰা শৰৎ চন্দ্ৰ সিংহই ১৯৭২ চনত মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীয়ে পদত্যাগ কৰাৰ পাছত অসমৰ কংগ্ৰেছী চৰকাৰখনৰ মুখ্যমন্ত্ৰী হৈ থাকি ১৯৭৮ চনৰ ২৮ ফেব্ৰুৱাৰীত পদত্যাগ নকৰালৈকে অসমৰ কংগ্ৰেছী ৰাজনীতিৰ নায়ক হিচাপে চৰকাৰখন পৰিচালনা কৰি অসমবাসীৰ হৈ কাম কৰি গ'ল।'

মুখ্যমন্ত্ৰী হিচাপে শৰৎ চন্দ্ৰ সিংহই বহু কামেই কৰি গ'ল যদিও তাৰ মাজতে তেখেতে কৰি যোৱা কেইটিমান কাম উল্লেখ কৰিবলগীয়া। শৰৎ চন্দ্ৰ সিংহ প্ৰগতিশীল সমাজবাদী মনৰ মানুহ। সেয়েহে তেখেতে অসমৰ সমবায় আন্দোলটোৰ জৰিয়তে খাদ্য শস্যৰ ব্যৱসায় একচেটিয়া কৰি তুলিব বিচাৰিছিল। তেখেতে মুখ্যমন্ত্ৰী হৈ থকা কালছোৱাতে অসমৰ ৬৬৩খন গাঁও পঞ্চায়তত ৬৬৩ গাঁও পঞ্চায়ত পৰ্যায়ৰ সমবায় সমিতি গঢ়ি তুলিছিল। আজি শৰৎ চন্দ্ৰ সিংহ মুখ্যমন্ত্ৰীৰ গাদীত নাই সঁচা, কিন্তু অসমৰ গাঁৱে-ভূঞে, চুকে-কোণে আজিও এই গাঁও পঞ্চায়ত পৰ্যায়ৰ সমবায় সমিতিবোৰ চলি আছে।

শৰৎ সিংহ চৰকাৰৰ দিনত অসমৰ ৰাজধানী শ্বিলঙতে আছিল। বৃটিছ ৰাজত্বৰ কালৰে পৰা অসমৰ ৰাজধানী শ্বিলঙতে আছিল। তেখেতেই একমাত্ৰ মুখ্যমন্ত্ৰী যিগৰাকীয়ে মাত্ৰ তিনিকোটি টকা খৰচ কৰি গুৱাহাটীৰ দিশপুৰতে অসমৰ ৰাজধানী নিৰ্মাণ কৰি উলিয়ালে আৰু অসমৰ ৰাজধানীখন শ্বিলঙৰ পৰা দিশপুৰলৈ তুলি আনিলে।

সিংহদেৱে বুজি উঠিছিল যে গণতন্ত্ৰত ৰাইজেই চৰকাৰ ভঙা পতা কৰিব পাৰে। সেইবাবেই তেখেতে ৰাইজৰ ওপৰতে আটাইতকৈ বেছি গুৰুত্ব আৰোপ কৰিছিল। ইয়াৰ পৰিপ্ৰেক্ষিতে তেখেতে দিশপুৰৰ সচিবালয়ৰ নাম দিলে 'জনতা ভৱন' অৰ্থাৎ ৰাইজৰ ভৱন। এই সচিবালয়ৰ জনতা ভৱনলৈ অসমৰ সকলো ঠাইৰ ৰাইজে চৰকাৰী কাম কাজৰ বাবে অহা যোৱা কৰে। আজি শৰৎ চন্দ্ৰ সিংহ অসমৰ মুখ্যমন্ত্ৰী হিচাপে নাই সঁচা, কিন্তু তেখেতে নিৰ্মাণ কৰি থৈ যোৱা 'জনতা ভৱন' আজিও থিয় হৈ আছে।

শৰৎ চন্দ্ৰ সিংহৰ এক সুকীয়া ব্যক্তিত্ব আছিল। তেখেত এগৰাকী সৎ আৰু সাধু স্বভাৱৰ লোক। তেখেত এগৰাকী নিকা মনৰ মানুহ। সিংহদেৱে সদায় খদ্দৰৰ শুভ্ৰ ধুতি-পাঞ্জাবী পৰিধান কৰিছিল। তেখেতে কথা বেছিকৈ কৈছিল, তেখেত বহুবন্ধি স্বভাৱৰ লোক।

মই শৰৎ চন্দ্ৰ সিংহক ব্যক্তিগতভাৱে লগ পাইছিলো ১৯৭০ চন মানৰ পৰা। তাৰ এবছৰৰ আগতে ভাৰতবৰ্ষত কংগ্ৰেছ দল দুটা ভাগত বিভক্ত হৈছিল। অৰ্থাৎ ১৯৬৯ চনত ভাৰতীয় জাতীয় কংগ্ৰেছ দুটা ভাগত বিভক্ত হয়। প্ৰগতিশীল গোষ্ঠীটোৰ নেতৃত্ব দিয়ে তেতিয়াৰ প্ৰধানমন্ত্ৰী প্ৰয়াত ইন্দিৰা গান্ধীয়ে। আনটো আছিল সাংগঠনিক কংগ্ৰেছ অৰ্থাৎ কংগ্ৰেছ-ও। এই সাংগঠনিক গোষ্ঠীটোৰ নেতৃত্ব দিছিল তেতিয়াৰ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভাপতি নিজলিঙ্গাপ্পাই। নিজলিঙ্গাপ্পাৰ পক্ষত মোৰাৰজী দেশাইকে ধৰি প্ৰধান কংগ্ৰেছীসকল আছিল। এই বিভাজন অহাৰ মূল কাৰণ আছিল কংগ্ৰেছ দলৰ ইন্দিৰা গান্ধী নেতৃত্বাধীন কেন্দ্ৰীয় চৰকাৰে কিছুমান প্ৰগতিশীল কৰ্মসূচী গ্ৰহণ কৰে। ৰাষ্ট্ৰৰ বাঁওপন্থী প্ৰগতিশীল দলসমূহে সদায় দাবী কৰি অহা যেনে বেংক ৰাষ্টীয়কৰণ কৰা, বীমা ৰাষ্ট্ৰীয়কৰণ কৰা, প্ৰিভিপাৰ্চ কৰ্তন কৰাকে আদি কৰি ভাৰত চৰকাৰে ভালেমান প্ৰগতিশীল কৰ্মসূচী কাৰ্য্যকৰী কৰিলে। প্ৰধানমন্ত্ৰীৰ ইন্দিৰা গান্ধীৰ এনে কামত জাণ্ডুৰ খাই উঠিছিল কংগ্ৰেছ দলৰে এচাম সোঁপন্থী প্ৰতিক্ৰিয়াশীল নেতা। নিখিল ভাৰত কংগ্ৰেছৰ কাৰ্য্যনিৰ্বাহক কমিটিত এই বিষয়ত তুমুল মত বিৰোধ হোৱাত কংগ্ৰেছ দুভাগ হ'ল। তেতিয়াই ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ বহুতো নেতা, কৰ্মীয়ে কংগ্ৰেছত যোগদান কৰে। আৰু তেতিয়াই ময়ো এজন প্ৰগতিশীল কমিউনিষ্ট সমৰ্থক লোক হিচাবে কংগ্ৰেছত যোগদান কৰিছিলো।

১৯৭০ চনৰ ১৫ আগষ্টত ধেমাজিক মহকুমা হিচাবে অসম চৰকাৰে ঘোষণা কৰিলে। জোনাই, ধেমাজি আৰু ঢকুৱাখনাক সামৰি লৈ ধেমাজি মহকুমা গঠন কৰা হয়। তেতিয়াই ধেমাজিত ধেমাজি জিলা কংগ্ৰেছ কমিটি গঠিত হয়। ধেমাজি জিলা কংগ্ৰেছৰ পোনপ্ৰথম সভাপতি সম্পাদক আছিল - ক্ৰমে স্বৰ্গীয় উপমন্ত্ৰী ললিত কুমাৰ দলে আৰু মনিকান্ত চুতীয়া। তেতিয়াই ধেমাজি জিলা যুৱক কংগ্ৰেছ কমিটিও গঠিত হয়; ইয়াৰ সভাপতি আছিলো মই আৰু সম্পাদক আছিল স্বৰ্গীয় অনিল দত্ত। সেই সময়তেই চাপৰ সমষ্টিৰ তেতিয়াৰ বিধায়ক তথা ভাবী মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ ধেমাজিলৈ আহিছিল। তেতিয়া আছিল শীতকাল। দলৰ সাংগঠনিক কামত অসম প্ৰদেশ কংগ্ৰেছৰ নেতা হিচাবে সিংহদেৱে ৰাতিৰ নৈশ বাছত গাত এখন ব্লেংকেট লৈ ধেমাজিলৈ আহিছিল। আমি তেখেতক ধেমাজি তিনি আলিত থকা

গড়কাপ্তানি বিভাগৰ ডাক বঙলাতে থকা-মেলাৰ দিহা কৰি দিলো। আৰু বনবীয়া কচুশাকৰ আঞ্জাৰে কংগ্ৰেছ কাৰ্য্যালয়তে ভাত খুবালো। এয়েই প্ৰথম মোৰ শৰৎ সিংহৰ সৈতে দেখা সাক্ষাৎ।

১৯৭২ চনৰ সাধাৰণ নিৰ্বাচনত ধেমাজি সমষ্টিত কংগ্ৰেছ দলৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰি প্ৰাক্তন উপমন্ত্ৰী ললিত কুমাৰ দলেই পৰাজয় বৰণ কৰে। সেইবাৰ মুখ্যমন্ত্ৰী হৈছিল শৰৎ চন্দ্ৰ সিংহ। ললিত দলে ককাইদেৱে মোক শ্বিলঙলৈ লগত লৈ যায়। আমি দুয়ো এছেমব্লি হোষ্টেলতে শ্বিলঙত কেইদিনমান আছিলো। তেতিয়া দলে দেৱে মোক সন্ধিয়া মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহৰ বাসভৱনলৈ লৈ গ'ল। আমি দুয়ো মুখ্যমন্ত্ৰীৰ বাসভৱনতে আলহী হিচাবে ৰাতিৰ আহাৰ খালো। কিন্তু তেতিয়া দেখি আচৰিত হৈছিলো যে এজন মুখ্যমন্ত্ৰীনো ইমান আড়ম্বৰহীন হয়নে? আমি তেখেতৰ লগত আৰ্লু পিটিকাৰেই ভাত খাইছিলো। তেখেতে তেতিয়া তেখেতৰ বাসভৱনলৈ নিজৰ পৰিয়ালটো নিয়া নাছিল।

মই প্ৰদেশ যুৱক কংগ্ৰেছৰ কাৰ্য্যনিৰ্বাহক কমিটিৰ সদস্য আছিলো। প্ৰথমে প্ৰদেশ যুৱক কংগ্ৰেছৰ সভাপতি আছিল অপূৰ্ব কুমাৰ বৰুৱা আৰু সাঃ সম্পাদক আছিল বিষ্ণুপ্ৰসাদ। তাৰ পাছৰ ফালে প্ৰদেশ যুৱক কংগ্ৰেছৰ সভাপতি হয়গৈ বিষ্ণুপ্ৰসাদ আৰু সম্পাদক বেনু কলিতা আৰু হিৰণ্য বৰা। সেই সময়ত প্ৰয়াত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়া আছিল কোষাধ্যক্ষ। তেতিয়া বিধায়ক লক্ষী শইকীয়া, লক্ষী হাজৰিকা, সাংসদ আহমেদ হুছেইন, প্ৰাক্তন মন্ত্ৰী হিৰণ্য বৰা, সাংসদ কৰ্নেন্দু ভট্টাচাৰ্য, সাংসদ নৃপতিৰঞ্জন চৌধুৰী, অৰুণ ভট্টাচাৰ্য আদি কাৰ্য্যনিৰ্বাহকৰ সদস্য আছিল। পাছলৈ প্ৰদেশ যুৱক কংগ্ৰেছৰ সভাপতি আছিল অৰ্পূব সিংহ আৰু সাঃসম্পাদক আছিল বলীন কুলি। অৰ্পূব সিংহ শৰৎ চন্দ্ৰ সিংহৰ বৰপুত্ৰ। অৰ্পূব এগৰাকী আদৰ্শবাদী যুব নেতা আছিল। প্ৰদেশ যুৱক কংগ্ৰেছৰ সভাবোৰত বিভিন্ন সময়ত মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহদেৱে প্ৰায়ে বক্তৃতা দিছিল। ১৯৭৩ চনৰ উত্তৰ পূব যুৱ মেলা ১৯৭৬ চনৰ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ গুৱাহাটীৰ অধিৱেশন আদিত তেখেতে ভাষণ দিছিল। তদুপৰি স্থানীয় কামতো বিভিন্ন সময়ত তেখেতক নিচেই ওচৰৰ পৰা লগ পোৱাৰ সৌভাগ্য ঘটিছিল। সিংহদেৱ এগৰাকী গান্ধীবাদী নেতা। তেখেতে গান্ধীজীৰ আদৰ্শৰে গণতান্ত্ৰিক সমাজবাদ প্ৰতিষ্ঠাৰ সপোন দেখিছিল। তেখেতে দুৰ্নীতিৰ বিৰোধ কৰি আহিছে।

১৯১৪ চনৰ ১ জানুৱাৰীত ধুবুৰী জিলাৰ চাপৰ মৌজাৰ ভকতপাৰা গাঁৱত

তেখেতে জন্মগ্ৰহণ কৰিছিল। চাপৰতে স্কুলীয়া শিক্ষাগ্ৰহণ কৰি গুৱাহাটীৰ কটন কলেজৰ পৰা বি.এছ.চি. পাছ কৰে। তাৰ পাছতে তেখেতে গৈ কাশী বিশ্ববিদ্যালয়ত গনিত বিষয়ত স্নাতকোত্তৰ শ্ৰেণীত নামভৰ্তি কৰে আৰু লগে লগে আইনৰ শ্ৰেণীতো নামভৰ্তি কৰি এম.এছ.চি. আৰু আইন অধ্যয়ন কৰিবলৈ ধৰে। আইন আৰু এম.এছ.চি.ৰ একেলগে পৰীক্ষা আৰম্ভ হোৱাত তেখেতে আইনৰ পৰীক্ষাত বহে। ১৯৪২ চনত তেখেতে আইন পৰীক্ষাত প্ৰথম শ্ৰেণী লাভ কৰি উৰ্ত্তীণ হয়। তেখেতে তেতিয়া এম.এ. পৰীক্ষা নিদিয়াকৈয়ে অসমলৈ ঘূৰি আহে। তাৰ পাছতে হাইস্কুলত সিংহদেৱে কিছুদিন শিক্ষকতাও কৰিছিল। পাছত শিক্ষকতা এৰি ৰাজনীতিত নামি পৰে। পাছত ইন্দিৰা কংগ্ৰেছ দল গঠন হোৱাৰ পাছতো তেখেত ৰাষ্ট্ৰীয়তাবাদী কংগ্ৰেছ দলৰ নেতা হিচাবে থাকি গ'ল। ক্ষমতাৰ লোভত তেখেতে দল সলনি নকৰিলে। সিংহদেৱে অসমৰ বৌদ্ধিকমহলৰ স্নায়ুকেন্দ্ৰ স্বৰূপ গুৱাহাটী মহানগৰীতে থাকি অসমৰ প্ৰতিটো সমস্যাৰ ক্ষেত্ৰত হক কথাত মাত মাতি আহিছে। দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰৰ বিৰুদ্ধে সবল প্ৰতিবাদ সাব্যস্ত কৰি আহিছে। কিন্তু আজি দেশৰ সৰ্বত্ৰ নীতিৰ বিৰুদ্ধে দুৰ্নীতিয়েহে চানি ধৰিছে। এনে এক সময়ত নীতি আৰু আদৰ্শতে লাগি থকা শৰৎ সিংহ এটা যুগৰ জীয়া সাক্ষী হিচাপে থিয় দি ৰ'ল। কবি নৱকান্ত বৰুৱাৰ ভাষাৰে কওঁ—

'নীতিৰ নামত মই বিশ্বাসেৰে খেলিলো হেতালি  
সকলোটি হ'ল খেলি-মেলি  
কোন সত? নীতিৰ ক্লীবতা নতু হৃদয়ৰ  
পৰম নিৰ্ভৰ?'



(লেখক উমেশ চেতিয়াদেৱ এগৰাকী সুলেখক, সুসাহিত্যিক, সমাজকৰ্মী, বিশিষ্ট সাংবাদিক আৰু সাহিত্যিক পেঞ্চনাৰ। ইয়াৰ উপৰিও তেখেত এজন গান্ধীবাদী, শিক্ষাবিদ, সমালোচক, প্ৰাক্তন অধ্যাপক, ধেমাজি কলেজ, প্ৰাক্তন সভাপতি, ধেমাজি জিলা যুৱক কংগ্ৰেছ কমিটি। তেখেত ধেমাজি জিলাৰ ৰত্নপুৰ গাৱঁৰ, ডাকঘৰ- ধেমাজি)।

# পৰম পূজ্যপাদ শিক্ষাগুৰু মাননীয় শৰৎ চন্দ্ৰ সিংহদেৱ

■ অৰুণ কুমাৰ ৰায়

মই তেতিয়া বৰ্তমান বঙাইগাঁও জিলাৰ বীৰঝৰা উচ্চ ইংৰাজী স্কুলৰ অষ্টমমান শ্ৰেণীৰ ছাত্ৰ। সেই সময়ত পূজনীয় শিক্ষা গুৰু শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ মহাশয়ে আমাক বিজ্ঞান শিকাইছিল। ছাত্ৰ অৱস্থাত সেই সময়ত শিক্ষাগুৰু সকলে প্ৰাথমিক পৰ্যায়ৰ পৰা পাঠদানৰ লগতে মানৱতাৰ মাপকাঠি নিৰ্ণয়াত্মক দৃষ্টিভংগীত শিক্ষাদান কৰিছিল। বিশেষকৈ গুৰুজনৰ প্ৰতি ভক্তি, শ্ৰদ্ধা, সৰুজনৰ প্ৰতি ভাতৃত্ববোধ, মৰম-চেনেহ জনাবলগীয়া শিক্ষা দিয়া ব্যৱস্থা আছিল। সেয়ে ছাত্ৰ-ছাত্ৰীসকলে শিক্ষক-শিক্ষয়িত্ৰীসকলৰ পৰা শিক্ষাগ্ৰহণ কৰাৰ লগতে মানৱতাৰ মূল্যায়নবোধৰ জ্ঞান আহৰণ কৰি প্ৰত্যেকে কৃতী ছাত্ৰ হিচাবে মানৱ সমাজত পৰিচিত যাতে হ'ব পাৰে তাৰ বাবেও শিক্ষকসকলে, জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে ছাত্ৰসকলক প্ৰশিক্ষণ দিছিল। এই ক্ষেত্ৰত পূজনীয় শিক্ষাগুৰু মাননীয় শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱ কোনোপধ্যেই ব্যতিক্ৰম নাছিল। এনেকি শ্ৰেণীত ছাত্ৰসকলক পাঠদান কৰা সময়তো নৈতিক চৰিত্ৰ গঠন, আৰ্দশবান, যোগ্য ব্যক্তি হোৱাৰ হিতোপদেশ দিয়াৰ কথা মোৰ ভাল ভাবে মনত আছে। যাৰ কাৰণে উল্লিখিত মহান আৰ্দশবান শিক্ষকজনৰ হিতোপদেশাৱলীয়ে মোৰ হৃদয় কোষত এতিয়াও বৈ বৈ অনুপ্ৰেৰণা জগাই থাকে আৰু সেই কাৰণেই গুৰুজনৰ ব্যক্তিত্ব আৰু আদৰ্শৰ বিষয়ে ছাত্ৰ জীৱনৰ পৰাই অনুধাৱন কৰি আছো। ১৯৪১ চনত বীৰঝৰা উচ্চ ইংৰাজী স্কুলত শিক্ষকতা কৰাৰ সময়ত মাননীয় সিংহ মহাশয়ে তেখেতৰ জন্ম ঠাই চাপৰ অঞ্চলৰ ভকত পাৰাৰ পৰা বীৰঝৰালৈ দৈনিক

চাইকেলেৰে অহা-যোৱা কৰি নিষ্ঠাৰে শৈক্ষিক কৰ্ম সম্পাদন কৰিছিল। দৈনন্দিন কমেও ৭০/৮০ মাইল বাট চাইকেলেৰে অহা-যোৱা কৰিছিল।

বীৰঝৰা উচ্চ ইংৰাজী স্কুলখন ইং ১৯৩৯ চনত স্থাপিত হয়। স্কুলখনৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক আছিল ˚সীতানাথ ব্ৰহ্ম চৌধুৰীদেৱ (অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু লোকসভাৰ সাংসদ) পৰৱৰ্ত্তী কালত ˚বিনন্দ চন্দ্ৰ পাঠকদেৱে প্ৰধান শিক্ষকৰ দায়িত্ব লয়। পাঠক মহাশয় কিছুদিনৰ কাৰণে বি.টি. পঢ়িবলৈ যোৱাত মাননীয় সিংহ মহাশয়েই বীৰঝৰা উচ্চ ইংৰাজী বিদ্যালয়খনৰ প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰিছিল। ছাত্ৰ জীৱনৰ অতীত কথা মোৰ বহুত মনত আছে, তাৰে ভিতৰত বিশেষকৈ এটা কথা মোৰ বাৰুকৈ মনত আছে। সেইটো হ'ল 'এদিনাখন সিংহ মহাশয় চাপৰ (ভকতপাৰা)ৰ পৰা চাইকেলেৰে ১০টা মান বজাতে বীৰঝৰা আবাসিক অধীক্ষক মহোদয়ৰ আবাস গৃহত আহি বিশ্ৰাম লওঁতে সেই সময়ত আবাসিক ছাত্ৰসকলে ৰান্ধনি ঘৰত খোৱা-লোৱা কামত ব্যস্ত থকা সময়তে ঢালিগাৱঁৰ জগত চন্দ্ৰ দাস নামৰ এজন ল'ৰাই তাৰে বন্ধু এজনক হঠাৎ 'অপদাৰ্থ' বুলি গালি পাৰা কথাটো তেখেতে শুনা পালে আৰু লগে লগে জগতক মাতিলে। জগতও লগে লগে মহাশয়ৰ ওচৰলৈ গ'ল। মহাশয়ে তেতিয়া জগতক সুধিলে, 'তোমাক মই বিজ্ঞান পঢ়াও নহয়?' জগতে উত্তৰ দিলে, 'হয় ছাৰ', ছাৰে তেতিয়া ক'বলৈ ধৰিলে ঃ যাৰ দীঘ আছে, পুতল আছে, ওজন আছে তাক 'পদাৰ্থ' বুলি কোৱা হয় নে নহয়? জগতে উত্তৰ দিলে, 'হয় ছাৰ'। "তেতিয়া হ'লে তোমাৰ লগৰীয়াজনক অপদাৰ্থ বুলি গালি পাৰিছা কিয়?" জগতে ভুল স্বীকাৰ কৰি উত্তৰ দিলে, "মোৰ ভুল হৈছে ছাৰ।" তেতিয়া সিংহ চাৰে জগতক সৰ্তক কৰি দি ক'লে, "ভুল সংজ্ঞাৰে কেতিয়াও কথা-বাৰ্তা নকৰা। যোৱা।" সেই সময়ত স্কুল আবাসিক অধীক্ষক ˚যোগেনে চন্দ্ৰ সৰকাৰো উপস্থিত আছিল। সৰকাৰ মহাশয় আছিল বীৰঝৰা মধ্য ইংৰাজী স্কুলৰ তৃতীয় শিক্ষক। সেই সময়ত মধ্য ইংৰাজী স্কুল আৰু উচ্চ ইংৰাজী স্কুল দুখন একত্ৰীকৰণ হোৱা নাছিল। জগত চন্দ্ৰ দাসক শিক্ষাৰ মান অৱনমিত কৰা বুলি সৰ্তক কৰি দিয়াৰ পৰাই অনুমেয় পূজনীয় সিংহ মহাশয় শিক্ষাৰ ক্ষেত্ৰত কিমান ন্যায় নিষ্ঠা পৰায়ণ।

উল্লিখিত ইং ১৯৪২ চনতেই মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ স্বাধীনতাৰ সংগ্ৰামে ব্যাপক ৰূপ ধাৰণ কৰিছিল। ভাৰতবৰ্ষৰ গাঁৱে-ভূঞে, নগৰে-চহৰে, পৰ্বতে-কান্দৰে স্বাধীনতাৰ সংগ্ৰামী চিন্তাধাৰাই ভাৰতবাসীক জাগ্ৰত কৰি তুলিছিল। স্কুলীয়া ছাত্ৰ-ছাত্ৰী সকলবো স্বাধীনতাৰ চিন্তাধাৰাই বাৰুকৈয়ে জাতীয় চেতনাবোধ জগাই তুলিছিল। এই জাতীয় জাগৰণত জাগৃত হৈ ব্যাপক হাৰত আবাল বৃদ্ধ বণিতাই

স্বাধীনতা সংগ্ৰামত জীৱনাহুতি দিয়া কথাটো আজিও ইতিহাসৰ পাতত সোণালী আখৰেৰে জিলিকি আছে। সেই সময়ত বিশেষকৈ অসমত কংগ্ৰেছৰ নেতৃত্বত সংগ্ৰামী চিন্তাধাৰাত বিভিন্ন ঠাইত শান্তি সেনা গঠিত হৈছিল। বঙাইগাৱঁতো দল বাহাদুৰ সিং লোহাৰ আৰু বেইৰাম সিঙৰ পৰিচালনাধীনত শান্তি সেনাৰ প্ৰশিক্ষণ কেন্দ্ৰ পৰিচালিত হৈছিল আৰু এই কেন্দ্ৰটো স্থাপিত হৈছিল বৰ্তমান বঙাইগাঁও জিলাৰ উপায়ুক্তৰ কাৰ্যালয়ৰ ওচৰত তেতিয়াৰ বিজনী ৰাজৰ ৰাজ কাছাৰী আৰু ডাক্তৰ থানেশ্বৰ দাসৰ পৰিচালনাত এখন সৰু ডাক্তৰখানাৰ ওচৰত।

আমিও যথাক্ৰমে জিতেন দাস, পৰমানন্দ সিংহ, ৰামাদিন মাল্লা আৰু মই এই কেইজনে শান্তি সেনাৰ প্ৰশিক্ষণ ল'বলৈ গৈছিলো, প্ৰশিক্ষণ কেন্দ্ৰলৈ। আমি গৈ উপস্থিত হোৱাৰ লগে লগে দল বাহাদুৰ সিং মহাশয়ে আমাক সুধিছিল, 'শান্তি সেনাৰ প্ৰশিক্ষণ ল'বলৈ আহিছা?' আমিও উত্তৰত কৈছিলো, 'হয় ছাৰ'। তাৰ পিছতে আমাক সুধিছিল, 'আত্ম সংযম কাক কয় জানা?' উত্তৰত আমি কৈছিলো, 'নাজানো ছাৰ'। তেতিয়া আমাক সিং ছাৰে কৈছিল, 'তহঁত ডেকা ল'ৰা হয় নে নহয়?' উত্তৰত কৈছিলো, 'হয় ছাৰ'। তাৰ পিছত সিং ছাৰে পুনঃ কৈছিল, "তোমালোকৰ ভিতৰৰ কোনোবা এজনে হঠাৎ এজনী বিপদাপন্ন গাভৰু ছোৱালীক অকলশৰীয়াকৈ লগ পাই কৰবাত লৈ যাব লগা হ'লে কি ব্যৱস্থা কৰিবা?" উত্তৰত কৈছিলো, "sister (ভনী)ৰ দৰে ব্যৱহাৰ কৰিম ছাৰ"। তেতিয়া সিং ছাৰে কৈছিল, "sister (ভনী)ৰ দৰে ব্যৱহাৰ কৰা কথাটো কেৱল তোমাৰ মুখৰ কথাহে। অন্তৰত কি আছে, কোনে জানে? তুমি লগত লৈ যাব লগা গাভৰু জনীৰ ভৰিৰ পৰা কঁকাললৈকেহে তোমাৰ চোৱাৰ অধিকাৰ। ওপৰলৈ চাব নোৱাৰা, কাৰণ ওপৰলৈ চালে হঠাৎ যৌৱন, সৌন্দৰ্য্যই তোমাক দিগভ্ৰান্ত কৰি তোমাৰ ইন্দ্ৰিয়ই মানৱতাৰ সহানুভূতিশীল ধ্যান-ধাৰণাৰ বিপৰ্য্যয় ঘটাব পাৰে। তাৰ কাৰণে তুমি প্ৰথমতে মানৱতাৰ মাপকাঠি নিৰ্ণায়ক অভ্যাস কৰিব লাগিব। এই অভ্যাস কৰোতেই আহাৰ বিহাৰৰ প্ৰশ্ন জড়িত হৈ আছে অৰ্থাৎ আহাৰৰ ওপৰতেই চাৰিত্ৰিক গঠনৰ মাপ কাঠি নিৰ্ণয় হয়। যথা ঃ নিচাযুক্ত বস্তু খালে, মতলীয়া হৈ, মানৱতাবৰ্জিত, জ্ঞানহীন হৈ অসৎ পথে যাব পাৰা। প্ৰত্যেক খাদ্য বস্তুৰেই নিজ নিজ ক্ৰিয়া শক্তি আছে। যেনে মদ খালে নিচা, তিতা খালে তিতা, মিঠা খালে মিঠা। সেয়ে যি সি আহাৰত মানৱতাৰ ব্যতিক্ৰমাত্মক গুণ আছে তাক পৰিহাৰ কৰিব লাগিব, কিন্তু এদিনতে পৰিহাৰ কৰো বুলি কৰিব নোৱাৰিবা। তাৰ বাবে অভ্যাস কৰিব লাগিব। এই গুণ আয়ত্ব কৰিব পাৰিলেহে, আত্ম সংযমত অভ্যস্ত হ'বলৈ সক্ষম হ'বা আৰু সংযমী হ'ব পাৰিলেহে শান্তি সেনাৰ যোগ্য কৰ্মী হ'ব

পাৰিবা। বুজিছা?" আমি সকলোৱে উত্তৰত ক'লো, 'হয় ছাৰ'। তদুপৰি মহাত্মা গান্ধীৰ সাতটা সামাজিক অপৰাধৰ পৰা আঁতৰত থাকিবলগীয়া নির্দেশাৱলীৰ কথা বাৰে বাৰে কৈছিল যাতে শান্তি সেনাৰ প্রত্যেকজন প্রশিক্ষণ প্রাপ্ত কর্মীয়ে অক্ষৰে অক্ষৰে এই নির্দেশাৱলী যথাযথভাৱে পালন কৰাত অভ্যস্ত হয়। এই সাতটা সামাজিক অপৰাধ কি কি?

যথা :

১। নীতি বিহীন ৰাজনীতি।

২। শ্রম বিহীন ধন-সম্পত্তি।

৩। নৈতিকতা বিহীন ব্যৱসায়-বাণিজ্য।

৪। চৰিত্র বিহীন শিক্ষা।

৫। বিবেক বিহীন আমোদ-প্রমোদ।

৬। জ্ঞান বিহীন বিজ্ঞান।

৭। ত্যাগ বিহীন উপাসনা।

এই কেইটা সামাজিক অপৰাধ। গতিকে প্রত্যেক প্রশিক্ষণ প্রাপ্ত শান্তি সেনাই ওপৰত উল্লেখ কৰা সামাজিক অপৰাধ সমূহ ন্যায় নিষ্ঠাৰে পালন কৰাটো বাধ্যতামূলক আৰু মানৱ সমাজত এই সামাজিক অপৰাধসমূহৰ তাত্ত্বিক ব্যাখ্যা প্রচাৰ কৰি, সামাজিক সংস্কাৰ সাধন কৰাৰ দায়িত্ব পালন কৰিবলৈ শান্তি সেনাৰ প্রশিক্ষার্থীক প্রশিক্ষন দিয়া হৈছিল লগতে গান্ধীবাদী আর্দশেৰে দেশখনক পৰাধীনতাৰ পৰা মুক্ত কৰাৰ বাবে যাতে সকলোৱে আগবাঢ়ি আহে সেই বিষয়েও প্রশিক্ষার্থীসকলক প্রশিক্ষন দিয়া হৈছিল। আমিও উল্লিখিত সামাজিক অপৰাধসমূহ ভালভাবে অনুধাৱন কৰি অৱস্থাৰ পৰিপ্রেক্ষিতত সমাজ সেৱাৰ কামত ব্রতী হৈ আজিলৈকে শক্তি অনুপাতে সমাজ সেৱাৰ কামত আত্মনিয়োগ কৰি আছো। এই খিনিতে উল্লেখযোগ্য কথা হ'ল, আমাৰ পৰম শ্রদ্ধাভাজন মাননীয় শিক্ষা গুৰু শ্রীযুত শৰৎ চন্দ্র সিংহদেৱৰ ব্যক্তিত্বও ওপৰত উল্লেখ কৰা সামাজিক অপৰাধসমূহে মুঠেই স্থান পোৱা নাই। এতিয়াও সমাজ সেৱাৰ সহানুভূতিশীল চিন্তাধাৰাই পূজনীয় শিক্ষা গুৰুজনক স্বার্থান্বেষী চিন্তাধাৰাৰে কলুষিত কৰিব পৰা নাই, নোৱাৰিবও। আমি জনা মতে পূজনীয় সিংহ মহাশয়

সৰুৰে পৰা কায়িক পৰিশ্ৰমত অভ্যস্ত আছিল। তেখেত এজন দুখীয়া পৰিয়ালৰ সন্তান আছিল বুলি বহুতো গুনী-জ্ঞানী ব্যক্তিৰ মুখৰ পৰা শুনিছো। তেখেত এজন শোষন বিহীন সমাজ গঢ়াৰ দায়িত্বশীল ব্যক্তি। জাতি-ধৰ্ম-বৰ্ণৰ বৈষম্যমূলক আচৰণৰ ঘোৰ বিৰোধী। তেখেতৰ দায়িত্ববোধ সম্পৰ্কে সমাজৰ সচেতক ব্যক্তিসকল ভালভাবে জ্ঞাত। দেশ স্বাধীন হোৱাৰ পিছত অবিভক্ত অসম ৰাজ্য পাঁচ ভাগত বিভক্ত হোৱাত বৰ্তমান মেঘালয়ৰ শ্বিলঙৰ পৰা অসমৰ ৰাজধানী দিছপুৰত পাতি 'জনতা ভৱন' নামকৰণেৰে প্ৰতিষ্ঠা কৰোতা মহান ব্যক্তি সেইজনেই যিজনে অক্লান্ত পৰিশ্ৰমেৰে নিঃস্বাৰ্থভাবে জনতাৰ হিতাকাংক্ষী তথা নিপীড়িত জনতাৰ পূজাৰী হিচাপে লোক সমাজত এতিয়াও অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী মাননীয় শৰৎ চন্দ্ৰ সিংহ হিচাপে পৰিচিত হৈ আছে। মই স্বগৰ্বে ক'ব বিচাৰো যে শতবৰ্ষ পৰমায়ু লৈ আগবঢ়া বৰ্ষীয়ান মহান ব্যক্তিজনে শিক্ষকতা কৰা সময়ত মই তেখেতৰ ছাত্ৰ হিচাবে সান্নিধ্য লাভ কৰাটো আছিল মোৰ বাবে পৰম সৌভাগ্যৰ কথা। মোৰ মনত আছে, স্কুলত পাঠদানৰ সময়ত বুজনি দিয়াত মহান ব্যক্তিৰ আদৰ্শেৰে প্ৰত্যেকে যাতে নিজকে আত্ম প্ৰতিষ্ঠা কৰিব পাৰে তাৰ বাবে 'ত্ৰৈলঙ্গ স্বামীৰ' আদৰ্শ আৰু তেখেতৰ মহান বানীৰ বিষয়ে তেখেতে কোৱা কথা, 'ত্ৰৈলঙ্গ স্বামী'দেৱে মানব সমাজক উদ্দেশি কৈছিল, (বঙলা ভাষাত) 'তুমি যাহা কৰেছ, সেইটাই তোমাৰ প্ৰাপ্য (তুমি যিটো কৰিছা, সেইটোকে তুমি পাবা।' 'তুমি যাহা বলেছ, সেইটায় তোমাৰ শ্ৰাব্য (তুমি যিটো কৈছা, সেইটোৱে তুমি শুনিব লাগিব') পৰকে বুঝাইতে সহজ কিন্তু নিজে বোঝা কঠিন (পৰক বুজুৱাটো সহজ কিন্তু নিজে বুজাটো কঠিন') এই ধৰণৰ বহুতো হিতবাণী আমাক ছাত্ৰাৱস্থাত শুনাইছিল। এতিয়া বাৰুকৈয়ে উপলব্ধি কৰিব পাৰিছো যে পৰক বুজনি দিবলৈ যোৱাৰ আগতে নিজকে আদৰ্শবান, জ্ঞানী, গুণী হিচাবে আত্ম প্ৰতিষ্ঠা কৰি লোৱাটো সুদক্ষ ব্যক্তিৰ কাম। এতদ ব্যাতিৰেকে পৰক আদৰ্শবান হোৱাৰ উপদেশ দি নিজে আদৰ্শ বিহীনভাৱে দাম্ভিকতাৰে নিষ্ঠাবান ব্যক্তি হিচাবে লোক সমাজত নেতৃত্ব বহন কৰিব বিচাৰিলে সময়ত পথভ্ৰষ্ট পথিকৰ দৰে অৱস্থা হোৱাটো স্বাভাৱিক।

ইংৰাজী ১৯৭২ চনত মোৰ চিৰ পূজ্য শিক্ষক শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ মহাশয় অসমৰ মুখ্যমন্ত্ৰী হৈ ১৯৭৪ চনত পঞ্চায়তীৰাজ পতাৰ উদ্দেশ্যে দুই খলপীয়া পঞ্চায়ত নিৰ্বাচন যোগে প্ৰতিষ্ঠা কৰিছিল। সেই সময়ত মই কোকৰাঝাৰ মহকুমা পৰিষদৰ চেয়াৰমেন হিচাপে নিৰ্বাচিত হৈছিলো আৰু মুখ্য কাৰ্য্যবাহী পৰিষদ হিচাপে নিৰ্বাচিত হৈছিল ˙ ৰনেন্দ্ৰ বসুমতাৰী। উক্ত ১৯৭৪ চনতেই মুখ্যমন্ত্ৰী মহাশয়ে

কোকৰাঝাৰ পৰিদৰ্শন কৰিবলৈ আহিছিল। তেখেতে গাড়ীৰ পৰা নামিয়েই মহকুমা পৰিষদৰ কাৰ্যালয়ত বহিয়েই হাত ঘড়ী চাই সময়ৰ লগত সংগতি ৰাখি চৰকাৰৰ বিভাগীয় কাৰ্য্যাৱলীৰ বিষয় আলোচনা কৰাৰ আগতে খোৱা-লোৱাৰ ক্ষেত্ৰত সময়ৰ সদ ব্যৱহাৰ্থে কৰ্মীসকলক নিৰ্দেশ দিলে সময়ৰ যাতে কোনোপধ্যেই ব্যতিক্ৰম নহয়। তেখেতে প্ৰথমে গাড়ী চালকজনৰ খোৱাৰ ব্যৱস্থা আগতীয়াকৈ কৰিবলৈ দিলে। গাড়ী চালকক খোৱাৰ বাবে বাট চাই যাতে সময় নষ্ট কৰিব লগা নহয় সেই হেতু গাড়ী চালকৰ খোৱাৰ কাম আগতীয়াকৈ কৰাটো নিতান্ত প্ৰয়োজন বুলি বিবেচনা কৰিয়েই গাড়ী চালকৰ প্ৰতি কৰিব লগা তত্ত্বাবধান সম্পৰ্কীয় দায়িত্ববোধ এই মহান মুখ্যমন্ত্ৰীজনৰ আমি দেখিবলৈ পাইছো। এই বিলাকৰ পৰাই অনুমান কৰিব পৰা যায় মানুহজন কিমান কৰ্তব্যপৰায়ন, সময়োচিত, দায়িত্ববোধ আৰু আদৰ্শবান। মাননীয় সিংহদেৱে মুখ্যমন্ত্ৰীত্বৰ কাৰ্য্যকাল সমাপ্ত হোৱাত দিছপুৰৰ ৰাজধানীৰ কাৰ্যালয়ৰ পৰা বিদায় লৈ হাতত মোনা লৈ চৰকাৰী যান-বাহন ব্যৱহাৰ নকৰাকৈ খোজ কাঢ়ি ওলাই অহা কাৰ্যই তেখেতৰ নিকা ভাব মূৰ্ত্তিক লোক সমাজত আজিও উজ্জ্বলাই ৰাখিছে। 'পাণ্ডিত্যৰ গৰিমা' নামক মোৰ স্ব-ৰচিত কবিতা এটিৰে সামৰণি মাৰিলো। মাননীয় শিক্ষাগুৰু শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱৰ জয় হওক। পৰমেশ্বৰে তেখেতক দীৰ্ঘায়ু কৰক।

পাণ্ডিত্যৰ গৰিমা

পণ্ডিতৰ পাণ্ডিত্য ভাষ্য
  সংযত অশ্ৰুৰ,
ফলে ভৰা ধান্যসম
  বিনম্ৰ তলমূৰ।
উশৃংখল, শঠতাহীন
  নিৰ্মল স্বভাৱ,
হীন বাক্য মুখত তাৰ
  নহয় প্ৰকাশ।
সদগুণত উদ্বেলিত

অপ্ৰতিম ব্যৱহাৰ
যুক্তিৰ আধাৰত কৰে
বাক্যৰ বিচাৰ।
দোষ-গুণৰ মাপ কাঠি
বিবেক বিচাৰত কৰে স্থিৰ,
পাণ্ডিত্য গৰিমাৰ মাৰ্গ
অতি সুগভীৰ।
পৰ চৰ্চ্চা, মিথ্যা গ্লানি
কদৰ্য্য প্ৰবৃত্তি,
পণ্ডিতৰ পাণ্ডিত্য গুণত
ইয়াৰ নাই কোনো স্থিতি।
সৎ যুক্তি, হিত বানীয়ে
পণ্ডিতৰ উক্তি
পণ্ডিতৰ পাণ্ডিত্য গুণৰ
এয়ে মূল ভিত্তি।



(অৰুণ কুমাৰ ৰায় এজন.বিশিষ্ট কবি আৰু লেখক। ইতিমধ্যে ভালে কেইখন কবিতা পুথি তেখেতৰ লেখনিৰ পৰা প্ৰকাশ পাইছে। ৰাজ্য চৰকাৰৰ পৰা সাহিত্যিক বঁটা বিজয়ী তেখেত এজন সমাজকৰ্মী আৰু গান্ধীবাদী পিয়লাৰ। তেখেত বঙাইগাঁও জিলাৰ ছিপনাছিলা গাৱঁৰ বাসিন্দা।

# শৰৎ চন্দ্ৰ সিংহৰ জীৱন আৰু কৃতি

■ হৰিপদ মেধি

অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী তথা প্ৰকৃত গান্ধীবাদী নেতা শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱলৈ মোৰ আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিলো। তেখেতৰ জীৱন আৰু কৃতি সম্বলিত এখনি গ্ৰন্থ কিতাপ আকাৰে তেখেতৰ গুণমুগ্ধ ব্যক্তিসকলে উলিয়াবলৈ লোৱাটো অতিশয় আনন্দৰ কথা। এই গ্ৰন্থই এদিন নতুন প্ৰজন্মক অনুপ্ৰাণিত কৰিব বুলি আমি আশা ৰাখিছো। শৰৎ সিংহ মূলতঃ এজন ৰাজনৈতিক নেতা হিচাপে আমি জানিবলৈ পাঁও। তেখেতৰ চৰিত্ৰৰ বৈশিষ্ট্য হ'ল— সৰল জীৱন যাপন আৰু নিজৰ নীতিৰ পৰা বিচলিত নোহোৱাটো। নীতিৰ ক্ষেত্ৰত তেখেতে কাৰো লগত আপোচ কৰা নাই আজিও।

গৰীব কৃষক আৰু সাধাৰণ সৰু মানুহৰ পৰা ওপৰলৈ উঠা ব্যক্তি হ'ল শৰৎ সিংহ। সিংহ ডাঙৰীয়াৰ আন এটি চৰিত্ৰৰ বৈশিষ্ট্য হ'ল খোৱাৰ জুতি নিবিচাৰটো। পালে খালে, নাপালে নোখোৱাকৈ থাকিব পৰা গুণটো। য'তে-ত'তে শুব পৰা আৰু বিচনা নহ'লে খেৰৰ ওপৰতে শুই পৰা চৰিত্ৰ। নিজৰ কথা বা সা-সম্পত্তি ধন-জনৰ কথা কৈ কাৰোবাক আমনি কৰাৰ অভ্যাস তেখেতৰ নাই বুলিয়ে আমি জানো। শুনিবলৈ পোৱা মতে চাপৰত থকা তেখেতৰ পূৰণিকলীয়া বাৰী-ঘৰ, খেতিৰ মাটি সকলো ভাগিনহঁতক দি নিজে য'তে-ত'তে থাকে সেই সময়ত। নিজৰ প্ৰয়োজন সম্পৰ্কে নিৰ্বিকাৰ সিংহ ডাঙৰীয়া আজিও।

উদাৰতা আৰু সৰলতাক অনেকেই হীনমন্যতা বুলি ভাবে যদিও এই দুয়োটা গুণেই সিংহ ডাঙৰীয়াৰ গাত সদা বিৰাজমান। কংগ্ৰেছ কৰি থাকোতে তেখেতে ধাৰত পোত গৈ তেখেতৰ গুৱাহাটীৰ প্ৰথম ঘৰ-মাটি বিক্ৰী কৰিব লগীয়াত পৰে

তথাপি তেখেতে নীতি-নিষ্ঠ চৰিত্ৰৰ বাবে কাৰো অনুগ্ৰহ নিবিচাৰিলে। বন্ধু-বান্ধৱৰ সহযোগত জু-ৰোড্‌ত এটি সাধাৰণ সৰু ঘৰ কৰি তাতে থাকিবলৈ লয়। মুখ্যমন্ত্ৰী হ'লেও সাধাৰণ মানুহৰ দৰে তাতে সাধাৰণভাবে বাস কৰিছিল।

শৰৎ সিংহৰ জন্ম হয় ১৯১৪ চনৰ পহিলা জানুৱাৰীৰ চাপৰৰ এখন ভিতৰুৱা গাৱঁৰ এটি কৃষক পৰিয়ালত। দেউতাক খেতিয়ক আছিল। চাপৰ অঞ্চলটো অতি পিছপৰা যদিও দেউতাকৰ শিক্ষাৰ প্ৰতি ধাউতি থকাত স্কুলীয়া শিক্ষা সম্পূৰ্ণ কৰিবলৈ সক্ষম হয়। গুৱাহাটীৰ কটন কলেজৰ পৰা বিজ্ঞানৰ স্নাতক ডিগ্ৰীলৈ চাপৰ হাইস্কুলত শিক্ষক হিচাপে যোগদান কৰে। দেশ স্বাধীন হোৱা নাই। গোৱালপাৰা জিলা সম্পূৰ্ণ পিছপৰা সকলো ক্ষেত্ৰতে। তেখেতে শিক্ষকতাৰ প্ৰতি সদায় সচেতন আৰু দায়বদ্ধ আছিল। তেখেতে ৰাইজক প্ৰকৃত সেবা কৰিবলৈ শিক্ষকতাৰ পৰা ৰাজনীতিৰ পথাৰলৈ আগবাঢ়িলে ১৯৪২ চনত। সিংহ ডাঙৰীয়াই সেৱা আৰু ত্যাগকেই জীৱনৰ লক্ষ্য কৰি ল'লে। এনেতে আহিল ভাৰতৰ মুক্তি আন্দোলন। ১৯৪২ চনৰ আগষ্ট মাহত বিশেষকৈ ৯ আগষ্টৰ দিনা দেশৰ উচ্চতম স্থানৰ নেতৃবৃন্দ গ্ৰেপ্তাৰ হোৱাৰ পিছৰ পৰা আন্দোলনৰ ঢৌৱে দেশত তোলপাল লগালে, অসমও তাৰ ব্যতিক্ৰম নহ'ল। মহাত্মা গান্ধীৰ আহ্বানত শৰৎ সিংহইও আন্দোলনত জঁপিয়াই পৰি আন্দোলনৰ তীব্ৰতৰ কৰি তুলিছিল। ইয়াতে উনুকিয়াব পাৰি যে সিংহ ডাঙৰীয়া গোৱালপাৰা জিলাৰ অদ্বিতীয় ৰাজনৈতিক নেতা হিচাপে চিহ্নিত হৈছিল। আন্দোলনৰ জৰিয়তে তেখেত অসমৰ জ্যেষ্ঠ নেতা গোপীনাথ বৰদলৈৰ পৰা বিষ্ণু মেধি, দেৱকান্ত বৰুৱা, বিমলাপ্ৰসাদ চলিহা, মহেন্দ্ৰ মোহন চৌধুৰী, দেৱেন্দ্ৰ নাথ শৰ্মা, মতিৰাম বৰা প্ৰমুখ্যে নেতা সকলৰ সান্নিধ্যলৈ আহিছিল।

মানবতাক শ্ৰদ্ধা কৰিব জনা ব্যক্তি হ'ল শৰৎ সিংহ। গোৱালপাৰা জিলাৰ লোকেল বৰ্ডৰ অধ্যক্ষ হৈ থকা সময়ত প্ৰাথমিক স্কুলত তেখেতে অসমীয়া ভাষাৰ প্ৰচলন কৰিছিল যিটো সময়ত বাংলা মাধ্যম চলি আছিল। এইটো তেখেতৰ জাতীয় চেতনাৰ আদৰ্শ তথা তেখেতৰ জীৱনৰ কৃতি বুলি চিহ্নিত হৈছে।

১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰে। ভাৰতৰ সাধাৰণ নিৰ্বাচন হয় ১৯৫২ চনত। তেতিয়াৰ পৰা শৰৎ সিংহই একেৰাহে ৬ বাৰলৈ বিধায়ক নিৰ্বাচিত হৈছিল। তেখেতে প্ৰদেশ কংগ্ৰেছৰ সভাপতিও হৈছিল আৰু সুখ্যাতিৰে কংগ্ৰেছ দল পৰিচালনা কৰিছিল। ১৯৭১ চনৰ ডিচেম্বৰ মাহত মহেন্দ্ৰ চৌধুৰীৰ পিছত অসমৰ মুখ্যমন্ত্ৰী পদ লয় এটি বিতৰ্কিত সময়ত এইটো স্বীকাৰ কৰিব লাগিব। তেখেতৰ বলিষ্ঠ নেতৃত্বৰ বাবে সেই সময়ত অসমৰ যথেষ্ট উন্নয়নমূলক কাম হৈছিল।

মুখ্যমন্ত্ৰী হিচাবে তেখেত প্ৰায় ৬ বছৰ ৮ মাহ আছিল। সেই সময়ত অসমৰ উন্নয়নমূলক কাম হোৱাটো সৰ্বজন বিদিত। তেখেতে মুখ্যমন্ত্ৰী হোৱাৰ এবছৰ আগেয়ে অৰ্থাৎ ১৯৭০ চনৰ পহিলা এপ্ৰিলতে তেতিয়াৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে সংযুক্ত খাচী আৰু জয়ন্তীয়া জিলা আৰু গাৰো পাহাৰ জিলাক অসমৰ পৰা পৃথক কৰি মেঘালয় নামকৰণেৰে এখন নতুন প্ৰদেশৰ জন্ম দিয়ে।

পৃথক মেঘালয় প্ৰদেশ হৈ উঠাৰ পিছত আহি পৰিল অসমৰ ৰাজধানী স্থানান্তৰৰ প্ৰশ্ন। অসমৰ ৰাজধানী গুৱাহাটীলৈ অনাৰ দাবী বহুত বছৰৰ পৰাই আছিল যদিও কোনেও সেই দায়িত্ব ল'বলৈ আগনাবাঢ়িলে। আনহাতে আমি শুনিবলৈ পোৱা মতে মেঘালয়ৰ মুখ্যমন্ত্ৰীৰ পৰা বৰ কটু কথাৰ চিঠি সিংহ ডাঙৰীয়াই পাব ধৰিলে। তেখেতে নিৰুপায় হৈ ১৯৭২ চনৰ Budget অধিৱেশনত প্ৰস্তাৱ গৃহীত কৰালে অসমৰ ৰাজধানী গুৱাহাটীলৈ স্থানান্তৰ কৰাৰ কাৰণে। শৰৎ চন্দ্ৰ সিংহ মুখ্যমন্ত্ৰী হৈ থকা সময়ত সবাতকৈ মহৎ কাম হ'ল ৰাজধানী গুৱাহাটীলৈ অনাটো। তেখেতৰ বলিষ্ঠ আৰু একক প্ৰচেষ্টাত ৰাজধানী দিশপুৰত পাতিলে আৰু ১৯৭৩ চনৰ Budget অধিৱেশন দিশপুৰতে আৰম্ভ কৰিছিল। এই ৰাজধানী গুৱাহাটীলৈ অনাটো তেখেতৰ জীৱনৰ কৃতি হিচাবে স্বীকৃতিৰ যোগ্য। দুখৰ বিষয় ৰাজধানী নিৰ্মাণৰ কাম আজিও সম্পূৰ্ণ হৈ নুঠিল। মুখ্যমন্ত্ৰী পদৰ পৰা অপসাৰিত হোৱাত চৰকাৰী গাড়ী এৰি থৈ হাতত চুটকেচ লৈ খোজকাঢ়ি নিজৰ বাসভৱনলৈ অহাটো খুব হৃদয় বিদাৰক আছিল। কোনো ভেম নাই, সাধাৰণ নাগৰিক। মেলে-মিনিঙে বাছ-ৰে'লেৰে যোৱা ব্যক্তি হ'ল শৰৎ সিংহ। তেখেত সৰল জীৱন যাপন আৰু নীতি নিষ্ঠতাৰ প্ৰতীক। আজিও ৯১ বছৰত অসমৰ ভিতৰে-বাহিৰে ৰাজহুৱা মিটিং আদিত উপস্থিত হয় ৰে'ল-বাছেৰে। গুৱাহাটী মহানগৰীত খোজকাঢ়িয়ে মিটিং, সভাত উপস্থিত হোৱা ব্যক্তি সিংহ ডাঙৰীয়া প্ৰথম ব্যক্তি হ'ব। সেয়েহে আমি সদম্ভে ক'ব পাৰো শৰৎ সিংহ এটা দশক অতিক্ৰম কৰা তৰুণ যুৱক। নিঃস্বাৰ্থভাৱে কিছুমান মানুহে মানুহৰ প্ৰেৰণা হ'ব পৰা কিছুমান কাম কৰি থৈ যায়। এচাম লোক এতিয়াও আছে যিয়ে সঁচাই নিঃস্বাৰ্থভাৱে ভাল পায় দেশ, দেশৰ মানুহক আৰু তেনেকুৱা ব্যক্তি হ'ল শৰৎ সিংহ। তেওঁলোকক স্বীকৃতি দিলেহে জাতিটোক পথ দেখুৱাবলৈ চেষ্টা কৰা মানুহ জন্মি থাকিব। তেখেতৰ সু-স্বাস্থ্য কামনা কৰি সামৰিলো। ■

---

(লেখক হৰিপদ মেধি অসম সাহিত্য সভাৰ অন্তৰ্গত ৰূপনগৰ শাখা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, কামৰূপ জিলা সাহিত্য সভাৰ কাৰ্য্য নিৰ্বাহকৰ প্ৰাক্তন সদস্য আৰু বিশিষ্ট সমাজ সেৱক। তেখেত গুৱাহাটীৰ বিৰুবাৰীৰ বাসিন্দা)।

# মোৰ দৃষ্টিত এক নিকা ভাৱ মূৰ্তিৰ

## প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ

■ যোগেন্দ্ৰ নাথ শৰ্মা

মহাত্মা গান্ধীৰ আদৰ্শৰে পুৰিপুষ্ট ৯১ বছৰীয়া প্ৰবীন ৰাজনৈতিক নেতা, বিশিষ্ট সু-সাহিত্যিক, কেবাবাৰো সদৌ ভাৰত কংগ্ৰেছ (সমাজবাদী) পাৰ্টিৰ প্ৰাক্তন সভাপতি, নিকা ভাৱমূৰ্তিৰ ৰাজ্যৰ সকলোৰে শ্ৰদ্ধাৰ আৰু মৰমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী পৰম পূজ্য শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱৰ জীৱন আৰু কৰ্মৰ বিভিন্ন দিশৰ বিষয়ে আলোকপাত কৰি এখন গ্ৰন্থ প্ৰণয়ন কৰিব বুলি শুনি গুণমুগ্ধ কৰ্মীসকললৈ মোৰ আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰিছো। জীৱিত অৱস্থাতে তেওঁৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিব ওলোৱাত সঁচাকৈয়ে শলাগিবলগীয়া।

শাস্ত্ৰত কৈছে

'গুণী গুনং বেত্তি ন বেত্তি নিৰ্গুন

বলী বলং বেত্তি ন বেত্তি নিৰ্বল:।

পিকো বসন্তস্য গুনং ন বায়স:

কৰো চ সিংহস্য বলং ন মুষক:।

গুনীয়েহে গুনৰ মোৰ বুজে, নিৰ্গুণে কেতিয়াও অনুভৱ কৰিব নোৱাৰে। বলীয়ে বল জানে, দুৰ্বলে নেজানে। কুলী চৰায়ে বসন্তৰ মোল বুজে, কাউৰীয়ে নুবুজে। হাতীয়েহে সিংহৰ বিক্ৰম বুজি পায়, নিগনীয়ে বুজি নেপায়।

শ্ৰদ্ধেয় সিংহ এজন সুসম্পন্ন লোক। তেখেতে ১৯৭২ চনত অসমৰ মুখ্যমন্ত্ৰী পদ লাভ কৰে। মুখ্যমন্ত্ৰী পদ লাভ কৰি যেনেধৰণে ৰাজ্য চলাব লাগে ঠিক তেনেধৰণে চলাইছিল। ৰজা বা মন্ত্ৰী কেনেকুৱা হ'ব লাগে মনুসংহিতাত কৈছে—

'ৰাজধৰ্ম্মান্ প্ৰবক্ষ্যামি যথাবৃত্তো ভবেন্নৃপঃ।

সম্ভবশ্চ যথা তস্য সিদ্ধিশ্চ পৰামা যথা।।'

ৰজা বিলাকে যেনেকুৱা হোৱা উচিত, তেনেকুৱাই যাতে হয়, আৰু যাৰ দ্বাৰা পৰম সিদ্ধি অৰ্থাৎ সফলতা লাভ হ'ব পাৰে তাকেই সৰ্বপ্ৰকাৰে বৰ্ণনা ক ৰিছে।

'ৰাষ্ট্ৰমেব বিল্যহন্তি তস্মাদ্ৰাষ্ট্ৰী বিশং ঘাতুকঃ

বিশমেব ৰাষ্ট্ৰয়োদ্যাৎ কুৰোতি তস্মাদ্ৰাষ্ট্ৰী

বিশমত্তি ন পুষ্টং পশুং মন্যতে ইতি।।'

ৰজা যদি প্ৰজাৰ অধীন নহয়, তেন্তে ৰাজ্য শাসনত প্ৰজাক নাশ কৰিব পাৰে। তেনে ৰজাই স্বেচ্ছাচাৰী হৈ পৰে, অৰ্থাৎ ৰক্ষক হৈ ভক্ষক হয়। গতিকে ৰাজ্যত কোনো ব্যক্তি বিশেষক স্বাধীনতা দিয়া অনুচিত।

মাননীয় মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই তেওঁৰ মন্ত্ৰীবৰ্গৰ সৈতে সকলো কথা আলোচনা কৰি যথানিয়মে সকলো ৰাজ্যকাৰ্য্য চলাইছিল।

শৰৎ চন্দ্ৰ সিংহৰ কাৰ্য্যকালত বহুতো ভাল কাম হয় তাৰ ভিতৰত দুটা কামৰ কথা সদায় মনত পৰে। এটা হ'ল উচ্চ-উচ্চতৰ মাধ্যমিক আৰু প্ৰাইমাৰী শিক্ষকসকলৰ চাকৰি চৰকাৰীকৰণ। মোৰ আজিও মনত আছে ১৯৭৭ চনত অসমৰ শিক্ষক-কৰ্মচাৰী সন্থাৰ মূল অধিবেশন হাউলীত অনুষ্ঠিত কৰিবলৈ বৰপেটা শিক্ষক-কৰ্মচাৰী সন্থাই স্বাস্থ্য বিভাগৰ ৰাজ্যিক মন্ত্ৰী ডাঃ সুৰেন দাসক অনুৰোধ কৰাত তেখেতে সন্মতি প্ৰকাশ কৰিলে। সেই সময়ত মই হাউলী হাইস্কুলত শিক্ষকতা কৰিছিলো। ডাঃ সুৰেন দাস আমাৰ স্কুলৰ পৰিচালনা কমিটিৰ সভাপতি আছিল। এই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি তেওঁকে পাতিলে, তেওঁ ৰাইজৰ সহযোগত শিক্ষকসকলৰ আপ্ৰাণ চেষ্টাত অতি নিয়াৰিকৈ অধিৱেশন চলাই নিছিল। প্ৰত্যেক সাজতে মাছ, মাংস খুৱাইছিল। অসমৰ বহু শিক্ষকে হাউলীৰ অধিৱেশন আজিও প্ৰসংশা কৰি আছে। ইয়াৰ মূলতে ডাঃ সুৰেন দাসৰ কাৰ্য্যদক্ষতা। এই অধিবেশনত তেতিয়াৰ

মাননীয় মুখ্যমন্ত্ৰী শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ আৰু শিক্ষামন্ত্ৰী প্ৰয়াত হিতেশ্বৰ শইকীয়া উপস্থিত আছিল। সেই অধিবেশনতে হাইস্কুলৰ শিক্ষক-কৰ্মচাৰীৰ চাকৰি চৰকাৰীকৰণ কৰাৰ কথা ঘোষণা কৰে। এইখিনিতে ˚ হিতেশ্বৰ শইকীয়াদেৱকো সোঁৱৰা হৈছে। তেখেত দুজনৰ অনুগ্ৰহতে আজি শিক্ষক-কৰ্মচাৰীয়ে পেঞ্চন পাই আছে। মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহৰ দিনত শিক্ষকসকলৰ চাকৰি চৰকাৰী নকৰিলে বহু শিক্ষক খাদ্যৰ অভাৱত এই সংসাৰত বাছি থাকিব নোৱাৰিলেহেঁতেন। সেয়েহে তেখেত দুজনৰ সহানুভূতিৰ কাৰণে আমি শিক্ষকসকল চিৰঋণী হৈ থাকিম।

অসমবাসী ৰাইজে ৰাজধানী স্থানান্তৰ কৰা কামৰ বাবে তেখেতক কেতিয়াও পাহৰিব নোৱাৰে। সেইসময়ত শ্বিলঙত অসমৰ ৰাজধানী থকাত ৰাইজে বৰ কষ্ট পাইছিল তালৈ গৈ অফিচৰ কাম কৰিব লগাত।

মই এবাৰ শ্বিলঙত গৈ শিক্ষাধিকাৰ অফিচত শিক্ষক পদৰ মৌখিক পৰীক্ষা দিছিলো। তাৰ পিছত মোৰ তেজপুৰ চৰকাৰী হাইস্কুলত চাকৰি হৈছিল। তেতিয়া শ্বিলঙলৈ যোৱাত মোৰ খুড়া বিশ্বেশ্বৰ শৰ্মা বি.এ.এল.এল.বি. দেৱৰ ঘৰত আছিলো। সেই সময়ত মুখ্যমন্ত্ৰী শৰৎ সিংহ দেৱে কোৱা শুনিছিলো 'যদিও মোৰ ৰাজভঁড়ালত টকা নাই, তথাপি টিনপাতৰ চালি কৰি হ'লেও শ্বিলঙৰ পৰা ৰাজধানী স্থানান্তৰ কৰিম।' সঁচাকৈ দিছপুৰত টিনৰ চালি টাইপৰ ঘৰ বনাই ৰাজধানী স্থানান্তৰ কৰিছিল। সেইসময়ত ভাৰতৰ প্ৰধানমন্ত্ৰী ˚ মোৰাৰজী দেশাই এবাৰ ৰাজধানীলৈ আহি অসমৰ ৰাজধানীৰ ঘৰ-দুৱাৰ দেখি তেওঁ শ্ৰদ্ধেয় সিংহ দেৱক প্ৰশংসা কৰি কৈছিল ঃ সঁচাকৈ ইমান সাধাৰণ ধৰণৰ ঘৰ নিৰ্মাণ কৰি ৰাইজৰ সেৱা আগবঢ়োৱা দৃষ্টান্ত আন কোনো ৰাজ্যত নাই।

তেখেতে সিংহ উপাধিৰ লগত সামঞ্জস্য ৰাখি সকলো কাৰ্য্য সিংহৰ দৰে কৰিছিল। তেখেত এজন স্থিতপ্ৰজ্ঞ লোক—

গীতা শাস্ত্ৰত স্থিত প্ৰজ্ঞৰ লক্ষণ এনেধৰণৰ

'প্ৰজাহাতি যদা কামান সৰ্ব্বান পাৰ্থ। মনোগতান্

আত্মন্যেবাত্মনা তুষ্ঠঃ স্থিতপ্ৰজ্ঞস্তদোচ্যতেঃ

দুঃখেস্বনুবিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ।

বীতৰাগভয়ক্ৰোধঃ স্থিতধীমুনিৰুচ্যতে।।'

যেতিয়া এজন পুৰুষে মনত থকা সকলো কামনা-বাসনাক সম্পূর্ণৰূপে ত্যাগ কৰিব আৰু আত্মাৰ দ্বাৰাই আত্মাত সন্তুষ্ট থাকিব তেতিয়া সেই পুৰুষজনক স্থিতপ্ৰজ্ঞ বোলা হয়।

দুখত অনুদ্বিগ্ন চিত্ত, সুখত স্পৃহাহীন আৰু যাৰ আসক্তি আৰু ক্ৰোধ নিবৃত্ত হৈছে, সেই মুনিকেই স্থিতপ্ৰজ্ঞ বুলি কোৱা হয়। তেনেদৰে সিংহদেৱ যে এক স্থিতপ্ৰজ্ঞ ব্যক্তি প্ৰায় কাৰ্য্যতে দেখা যায়। মুখ্যমন্ত্ৰীৰ কোৱাৰ্টাৰ পৰিত্যাগ কৰি যিদিনা তেওঁ নিজা ঘৰলৈ হাতত সাধাৰণ এটা চুট্‌কেছ লৈ গজগমনে আহি আছিল সেই দৃশ্যৰ কথা আজিও মোৰ মনত আছে।

এদিন গুৱাহাটীৰ লক্ষীমন্দিৰ বাছষ্টপেজত চিটিবাছ এখনত উঠিলো। বহিবলৈ চিত নাই। বাছত সিংহ ডাঙৰীয়ায়ো থিয় হৈ দুটা ষ্টপেজ পাৰ আহিলে। তাৰপিছত চিত এটা খালী হোৱাত মই বহিবলৈ দিলো। তেখেতে মোক চিনি নাপায়। সিদিনা মই অনুভৱ কৰিলো অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী এজনে চিটিবাছত উঠি চিত নাপাই ৮৫ বছৰ বয়সতো থিয় হৈ যাব লগা হৈছে। বৰ্তমান মন্ত্ৰী এবাৰ হ'লে কিমান টকা, সম্পত্তি, গাড়ীৰ মালিক হয় তাক নক'লেও হ'ব। মাননীয় শৰৎ চন্দ্ৰ সিংহই অসমৰ মুখ্যমন্ত্ৰী হৈ কোনোদিনে নিজৰ দৰমহাৰ বাহিৰে কোনো অন্যায় টকা সংগ্ৰহ কৰা নাছিল। অৰ্থৰ প্ৰতি তেখেতৰ লালসা নাছিল। নীতিশাস্ত্ৰত কৈছে -

'অৰ্থমৰ্থং ভাৱয় নিত্যং নাস্তি ততঃ সুখলেশঃ সত্যম্।

পুত্ৰাদপি ধনভ্ৰাজাং ভীতি সৰ্বত্ৰৈষা কথিতা নীতিঃ।

অৰ্থই সকলো প্ৰকাৰৰ অনৰ্থৰ কাৰণ। সেয়েহে অৰ্থক অনৰ্থ বুলি জ্ঞান কৰিব লাগে। যি ধন অনৰ্থৰ মূল তাৰ পৰা কেতিয়াও সুখ আশা কৰিব নোৱাৰি। যাৰ প্ৰচুৰ ধন থাকে তেওঁ সকলোকে ভয় কৰে। ধনীলোকে নিজ পুত্ৰকো ভয় কৰে। গোটেই জগতে এনে নীতি প্ৰচলিত। এই কাৰণে তেখেতে ৰাজভড়ালৰ মালিক হৈও অন্যায় উপায়েৰে ধন সংগ্ৰহ কৰা নাছিল। এনেকুৱা এজন দেশসেৱক নৈতিক, কৰ্তব্যপৰায়ন, সাহসী, সুখ-দুখৰ প্ৰতি ভ্ৰূক্ষেপ নকৰা মহান নেতা পাবলৈ নাই। আজি ৰাজ্যত সু-শাসক ধাৰ্মিক নায়ক নোহোৱা হৈছে। ৰজা ধাৰ্মিক হ'লেহে প্ৰজাবোৰ ধাৰ্মিক হয়, ন্যায়ী হয়। দেশত আজি প্ৰায় প্ৰত্যেক মানুহেই দুৰ্নীতি-পৰায়ন হৈছে। এই দুৰ্নীতি ৰোধ কৰিবলৈ প্ৰথমে দেশৰ নায়কজন ভাল হ'ব লাগিব। ঘৰৰ মুখিয়ালজন সৎ, সাধু, ন্যায়পৰায়ন হ'লেহে অইন লোকবোৰ ভাল হয়। দেশৰ নায়কজন যদি

ত্যাগী হয়, তেনেহ'লে প্ৰজাবোৰেও ত্যাগী হ'বলৈ শিকে। ত্যাগ কৰিব পাৰিলে ধনৰ প্ৰয়োজন বেছি নাই। গীতা শাস্ত্ৰত কৈছে —

'ত্ৰিবিধং নৰকস্যেদং দ্বাৰং নাশনমাত্মনঃ।

কাম ক্ৰোধস্তথা লোভাস্ত স্মাদেতৎ ত্ৰয়ংত্যজেৎ।।'

কাম, ক্ৰোধ আৰু লোভ এই তিনি প্ৰকাৰৰ নৰকদ্বাৰে আত্মাক নাশ কৰে। গতিকে এই তিনিওটাকে সকলো প্ৰকাৰে ত্যাগ কৰা উচিত।

কাম্যানাং কৰ্মনাং ন্যাসং সন্ন্যাসৎ কময়োবিদুঃ।

সৰ্ব্ব কাৰ্যফল ত্যাগং প্ৰাহুস্ত্যাগং বিচক্ষণাঃ।।

পণ্ডিতৰ কাম্য কৰ্মৰ ত্যাগেই সন্যাস বুলি ভাবে। আৰু অন্য বিজ্ঞলোকসকলে সকলো কৰ্মৰ ফলৰ ত্যাগেই ত্যাগ বুলি কয়।

জাতিৰ পিতা মহাত্মা গান্ধীয়ে অহিংসা আৰু ত্যাগৰ মূলমন্ত্ৰৰ দ্বাৰাই ভাৰত স্বাধীন কৰিছিল। মহাত্মা গান্ধীৰ শিষ্য-প্ৰশিষ্য আদি এই ত্যাগ আৰু অহিংসা মন্ত্ৰৰ দ্বাৰাই গোটেই ভাৰতৰ জনতাক সজাগ কৰি দেশ স্বাধীন কৰিছিল। শ্ৰদ্ধেয় শ্ৰী শৰৎ চন্দ্ৰ সিংহ দেৱে সেই অহিংসা আৰু ত্যাগৰ মূলমন্ত্ৰ ধাৰণ কৰি দেশ সেৱা কৰি আছে।

সেই মহান পুৰুষসকলৰ ত্যাগতেই আজিৰ নেতা সকলে ভোগ বিলাসত লিপ্ত হৈছে।

যিসকল মহান ব্যক্তিৰ অক্লান্ত পৰিশ্ৰম আৰু ত্যাগৰ ফলত দেশ স্বাধীন হ'ল সেইসকলক পাহৰি গ'লো। যি দুই-এজন এতিয়াও জীৱিত আছে তেওঁলোকক শ্ৰদ্ধা-সন্মান কৰাৰ কথা পাহৰিছো। নহ'লে ৯১ বছৰীয়া মহান ব্যক্তি প্ৰাক্তন মুখ্যমন্ত্ৰী এজন চিটি বাছত থিয় হৈ যাব লগা হয়নে? এনেকুৱা নৈতিক চৰিত্ৰৰ ত্যাগৰ, পুৰুষ শৰৎ চন্দ্ৰ সিংহ বৰ্তমান ভোটৰ কাৰণে থিয় হ'লে ভোট নাপায়। ভোট পাব অধিক সম্পত্তি, টকা থকা ব্যক্তিসকলে কাৰণ তেখেতসকলৰ টকা আছে। বৰ্তমান ধনৰ যুগ। সৎ, নিষ্ঠাবান লোকৰ স্থান নাই। দেশত অধৰ্ম হৈছে। মানুহ ধাৰ্মিক নহ'লে পশুতুল্য হয়।

শাস্ত্ৰত কৈছে—

আহাৰ, নিদ্ৰা, ভয়, মৈথুন সামন্যমেতদ

ধৰ্মেনহীনাঃ পশুভিঃ সামানাঃ।

আহাৰ, নিদ্ৰা, ভয়, মৈধুন এইকেইটা জন্তু আৰু মানুহৰ একে। কিন্তু ধৰ্মহীন হ'লে মানুহ জন্তুৰ দৰে।

টকা-পইচা, ঘৰ-দুৱাৰ, মাটি-বাৰী, কাপোৰ-কানি সকলো মৃত্যুৰ সময়ত এৰি যাব লাগিব। মাত্ৰ লগত যাব ধৰ্ম।

শাস্ত্ৰত কৈছে—

'বিদ্যা মিত্ৰং প্ৰবাসেষু মাতা মিত্ৰং গৃহেষু ছ ঃ

ব্যাধিত মৌষধং মিত্ৰং ধৰ্মো মিত্ৰং মৃতস্য চ।।'

বিদেশ গমনত বিদ্যা, ঘৰত মাতৃ, বেমাৰত ঔষধ আৰু মৃত্যুকালত ধৰ্মই মানুহৰ পৰম বন্ধুৰ কাম কৰে অৰ্থাৎ উপকাৰ কৰে।

পৰম পূজ্য শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ দেৱ পৰম ধাৰ্মিক ব্যক্তি। তেওঁ পৰম ধাৰ্মিক কাৰণে আজি ৯১ বছৰ বয়সতো সুন্দৰভাৱে চলা-ফুৰা কৰি আছে। তেখেতৰ জীৱনৰ বহু উল্লেখনীয় কথা এই গ্ৰন্থত প্ৰকাশ পাব। তেখেতৰ ব্যক্তিত্বৰ পৰশত অনুপ্ৰাণিত হৈ, পদাংক অনুসৰণ কৰি আজিৰ ডেকা, ল'ৰা-ছোৱালীবোৰে উন্নতি লাভ কৰিব বুলি আশা ৰাখিলো।

অৱশেষত তেখেতৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰিলো আৰু তেখেতৰ দীৰ্ঘায়ু কামনা কৰি মোৰ লিখনি সামৰিলো। ■

(সুলেখক যোগেন্দ্ৰ নাথ শৰ্মা বি.এ., ব্যাকৰণ শাস্ত্ৰী, গামেৰিমুৰী নিবাসী মুক্তি যুঁজাৰু পণ্ডিত কৃষ্ণকান্ত শৰ্মা আৰু পতিব্ৰতা শ্ৰীমতী সভাপ্ৰিয়া দেৱীৰ চতুৰ্থ পুত্ৰ। তেওঁ বৰ্তমান বেলতলাৰ চাৰ্ভেৰ স্থায়ী বাসিন্দা। তেওঁ হাউলি হাইস্কুলত একেৰাহে ৩৭ বছৰ শিক্ষকতা কৰি অৱসৰ গ্ৰহণ কৰে আৰু এতিয়া তেওঁ ধৰ্মালোচনাত আত্মনিয়োগ কৰি সমাজ সেৱাত ব্ৰতী হৈ আছে। ১৯৯৯ চনত কৃতি শিক্ষক হিচাপে শৰ্মাই শিক্ষা বিভাগৰ ৰাজ্যিক পুৰস্কাৰ লাভ কৰে আৰু তেওঁৰ ইতিমধ্যে ১০খন গ্ৰন্থ প্ৰকাশ হৈছে।)

# প্ৰাত্যাহিক জীৱনত লগ পোৱা ছাৰজন

■ নাৰায়ণ শৰ্মা

অসমৰ ৰাজনৈতিক ক্ষেত্ৰৰ পিতামহস্বৰূপ, নীতি-আদৰ্শৰ সৈতে আপোচ নকৰা একানব্বৈ বছৰীয়া শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহৰ ব্যক্তিগত জীৱনৰ আকৰ্ষণীয় দিশবোৰে আমাক আপ্লুত কৰে। বিগত পাঁচটা বছৰে ছাৰৰ সৈতে ঘনিষ্ঠ হোৱাৰ সৌভাগ্য লাভ কৰিছো। ছাৰৰ আদৰ্শ আৰু ব্যক্তিত্ব অনুকৰণীয়।

ভোগবাদী সমাজ ব্যৱস্থাত ব্যক্তি স্বাৰ্থই সমাজখনক গ্ৰাস কৰিব ধৰা সময়তো চাৰে দহৰ বাবে অসমৰ ভিন্ন প্ৰান্তত ঢপলিয়াই ফুৰিছে। হাতত সৰু চুটকেছ এটা আৰু এখন মোনাত ফাইল-পত্ৰাদি লৈ সৰ্বসাধাৰণ ৰাইজৰ মাজলৈ গৈ খা-খবৰ লয়। তেওঁলোকৰ জীৱনৰ হা-হুমুনিয়াহবোৰ হৃদয়ঙ্গম কৰি প্ৰৱন্ধ লিখে, মন্ত্ৰী-বিধায়কলৈ চিঠি লিখে। সহজে বোধগম্য নতুন নতুন শব্দৰ সমাহাৰ ঘটাই লিখা লিখনিবোৰত উদাত্ত কণ্ঠে সৰ্বনশীয়া দুৰ্নীতি নামৰ মহাদৈত্যৰ বিৰুদ্ধে যুঁজিবলৈ আহ্বান জনায়।

ছাৰ কামৰ মানুহ। নিৰ্দিষ্ট কামটো হৈ নুঠালৈ নিজৰ দেহৰ কথা পাহৰি যায়। অফিচত কাম থাকিলে দুপৰীয়া খাবলৈ ঘৰলৈ নাযায়। দুপৰীয়াৰ আহাৰ হিচাপে এটা তিনি টকীয়া 'বম বিস্কুট' বা কছুৰী এটা আৰু এগিলাচ ঠাণ্ডা পানী গ্ৰহণ কৰে।

ছাৰে গ্ৰহণ কৰা যিকোনো চিঠিৰ উত্তৰ লগে লগে পঠাই দিয়ে। এখন ডাকত, এখন কুৰিয়াৰ যোগে, ফেক্স থাকিলে ফেক্সতো পঠাব লাগে। গতিকে একেজন ব্যক্তিৰ নামত তিনিখনকৈ একে চিঠি পঠোৱা হয়। ডাকত দিয়া চিঠিখন নিজে গৈ মেঘদূত ভৱনত টিকট লগাই পঠায়।

কাৰোবাৰ অনুৰোধ ক্ৰমে চাৰে প্ৰবন্ধ বা শুভেচ্ছা বাণী লিখিলে, লিখনি নিবলৈ মতা তাৰিখতকৈ আগতে সাজু কৰি ৰাখে। নিৰ্দিষ্ট দিনটোত লিখনি নিবলৈ নাহিলে ফোন কৰি জনাই দিব লাগে। কেতিয়াবা এনে হয় ব্যস্ততাৰ মাজতো লিখা লিখনিবোৰ নিবলৈ সংশ্লিষ্টজন নাহে। তেতিয়া ডাকত পঠোৱা হয়।

ছাৰ সময়ৰ প্ৰতীক। নিৰ্দিষ্ট সময়তকৈ আধা ঘণ্টা আগতে উপস্থিত হয়। ৰে'লত গ'লে এঘণ্টা আগেয়ে প্লেটফৰ্মত বহি থাকে। ৰে'ল এঘণ্টা বা দুঘণ্টা পলম থাকিলেও নিৰ্দিষ্ট সময়ত যাবই।

বাছেৰে যেতিয়া ধুবুৰী বা চাপৰলৈ যায়, বাছ কৰ্তৃপক্ষই ডেৰ বজাত যাব দিলে, ছাৰে এটা বজাতে উপস্থিত হয়গৈ।

ছাৰে পুৱা ৩-৩০ বজাতে শোৱা পাটি এৰে। বাৰ্ধক্যৰ অৱসাদে তেখেতক অলপো বিচলিত নকৰে। পুৱা ৭ বজাৰ আগেয়ে লিখা-মেলা সামৰি ৮-৩০ বজাত অফিচলৈ আহে। অফিচৰ গাড়ী গৈ পোৱাত অলপ পলম হ'ব বুলি গম পালে চিটি বাছেৰে অফিচলৈ আহে। ডিলাক্স এক্সপ্ৰেছতকৈ সাধাৰণ চিটি বাছকেহে তেখেতে অগ্ৰাধিকাৰ দিয়ে।

এখন সৰু কাগজৰ টুকুৰাত দিনটোৰ কাৰ্যসূচীখন লিখি আনে। চৰকাৰী কাৰ্যালয়ৰ কোনো বিষয়ালৈ ফোন কৰিব লগা হ'লে ছাৰে ১০ বজাৰ পৰাই চেষ্টা কৰে। বিভিন্ন ব্যক্তিক লগ ধৰিবলৈ যায়। নিবনুৱাসকলৰ সংস্থানৰ বাবে আঁচনি প্ৰস্তুত কৰি বিত্তীয় প্ৰতিষ্ঠান আদিলৈ যায়। বিভিন্ন জিলালৈ দলীয় নিৰ্দেশনা জাৰি কৰে। ২ বজাৰ আগেয়ে ছাৰ ঘৰলৈ যায়। সময়ৰ অলপো হেৰফেৰ নহয়। কৰ্মচাৰীৰ আত্মীয় হস্পিতালত ভৰ্তি কৰালে খা-খবৰ লয়।

দলৰ পৰা পদত্যাগ কৰাসকলক চাৰে শুভেচ্ছা জনায়। অন্য ঠাইলৈ গৈ প্ৰতিষ্ঠা লাভ কৰিলে সুখী হ'ব বুলি জনায়। নীতিহীন ৰাজনীতিত মূল্যবোধক খামোচ মাৰি ধৰি ৰখা চাৰে নিজৰ স্থিতিত অলৰ-অচৰ হৈ থাকে। দলৰ প্ৰতীকত তেখেতৰ আদৰ্শৰ প্ৰতি আকৰ্ষিত হৈ ৰাইজে জয়যুক্ত কৰা প্ৰতিনিধিবোৰ অইন দললৈ গ'লেও ছাৰে কোনো আক্ষেপ নকৰে। মৌ-মাখিয়ে মৌবাহ প্ৰস্তুত কৰাৰ দৰে ছাৰেও বিধায়ক প্ৰস্তুত কৰাৰ যন্ত্ৰ আছে বুলি কয়। আনে লৈ গ'লেও বিধায়ক প্ৰস্তুত কৰিয়ে থাকিব।

যুৱকসকলক কৰ্ম সংস্কৃতিৰ প্ৰতি মনোনিবেশ কৰিবলৈ আহ্বান জনায়। সহজলভ্য

ধনৰ প্ৰতি আকৰ্ষিত যুৱকসকলক দুৰ্নীতিমুক্ত সমাজ গঢ়াৰ বাবে নিজকে প্ৰস্তুত কৰিবলৈ আহ্বান জনায়। কিবা এটা কৰি থকাটো বিচাৰে ছাৰে। ছাৰে কয় ৰাজনীতি বেয়া বস্তু নহয়, কিন্তু কিছুমান ধুৰন্ধৰে ৰাজনীতিক কলুষিত কৰিছে। ব্যক্তি হিচাপে কোনো মন্ত্ৰী বিধায়কক চাৰে আজিলৈ সমালোচনা কৰা দেখা নাই। মুখ্যমন্ত্ৰীজন ব্যৰ্থ নে সফল বুলি সুধিলে ছাৰে কয়— 'মুখ্যমন্ত্ৰীজন ব্যৰ্থ নে সফল মই নকওঁ, কিন্তু চৰকাৰখন যে ঠিক মতে চলা নাই সেয়া ৰাইজে দেখিছে।'

ছাৰে সম্বৰ্ধনা লোৱাটো পছন্দ নকৰে। তেখেতক প্ৰাক্তন মুখ্যমন্ত্ৰী বুলি সম্বোধন কৰিলেও ভাল নাপায়। তেখেতৰ মতে 'মুখ্যমন্ত্ৰী'টো এটা বাহন। চৰকাৰ ভঙাৰ পিছত সেই বাহনৰ এতিয়া প্ৰয়োজন নাই। ছাৰৰ মতে ৰাইজৰ ঋণ পৰিশোধ কৰিবলৈ বাকী আছে। যিমান পাইছে ৰাইজক তাৰ আধাও দিব পৰা নাই। সেয়েহে চিতাত উঠাৰ আগলৈকে দুৰ্নীতিৰ বিৰুদ্ধে মাত মাতি ৰাইজৰ ঋণ পৰিশোধ কৰিবলৈ চেষ্টা কৰিব।

নৱবৰ্ষৰ পহিলা দিনটোত ছাৰৰ জন্ম দিন পালন কৰা হয়। ছাৰে ভাষণ দিবলৈ অমান্তি হয়। কিন্তু ৰাইজৰ অনুৰোধ এৰাব নোৱাৰি দুআষাৰ কয়— 'আজি মোৰ জন্মৰ দিনটো মৃত্যু তিথিৰ দৰে লাগিছে।' নিজকে ক্ষুদ্ৰ পিম্পৰা এটাৰ লগত তুলনা কৰি ছাৰে কবিতা লিখে— 'পিম্পৰাৰ জন্মদিন'। সম্বৰ্ধনাত পোৱা ফুলাম গামোছাকেইখন অফিচৰ কৰ্মচাৰীকেইজনক ভগাই দিয়ে।

ছাৰে কাকো খং নকৰে। খং উঠা কাম কৰিলেও মনৰ অভিব্যক্তি নেদেখুৱায়। ছাৰক কোনো কথা সুধিলে পুংখানুপুংখকৈ বুজাই দিয়ে। 'বুজাব পাৰিছোনে?' বুলি বুজাবলৈ চেষ্টা কৰে। যিকোনো বয়সৰ ব্যক্তিকে 'আপুনি' সম্বোধন কৰি তেওঁলোকৰ কথাও মন দি শুনে। কথা বতৰাত কোনো কাৰণতে আনক বিৰক্ত হ'বলৈ নিদিয়ে।

ভ্ৰমণ কালত ছাৰৰ অচিনাকি সহযাত্ৰীক কেতিয়াও প্ৰাক্তন মুখ্যমন্ত্ৰী বুলি পৰিচয় নিদিয়ে। এবাৰ ডিব্ৰুগড়লৈ কামৰূপ এক্সপ্ৰেছ যোগে যাওঁতে এগৰাকী মহিলা আৰু এহাল ল'ৰা-ছোৱালীৰ সৈতে সহযাত্ৰী হৈছিল। ল'ৰা-ছোৱালী হালে ছাৰক প্ৰশ্ন সুধিছিল ছাৰে কি চাকৰি কৰিছিল। মহিলা গৰাকীয়ে চাৰক দুই-এটা কথা সুধিছিল। ছাৰে ৰাইজৰ চাকৰি কৰা বুলি কৈ নিজৰ পৰিচয় নিদিলে। পিছদিনা ডিব্ৰুগড়ত নামি চাৰ আৰু মহিলা গৰাকী নিজৰ গন্তব্য স্থানলৈ গৈছিল। ছাৰে ডিব্ৰুগড়ৰ জিলা সভাপতিৰ ঘৰত উপস্থিত হওঁতে সভাপতিগৰাকীৰ পত্নীৰ পৰা গম পালে যে তেওঁৰ লগৰ শিক্ষয়িত্ৰী গৰাকীয়ে ছাৰক আগদিনা ৰে'লত লগ পাইছিল। গোটেই

নিশা কথা-বতৰা পাতিলে, কিন্তু ছাৰে নিজৰ পৰিচয় নিদিলে। ছাৰে পিছত সেই মহিলাগৰাকীলৈ চিঠি লিখিছিল।

এবাৰ ছাৰে ৰে'লত মুম্বাইৰ কণমানি ছাত্ৰ এজনৰ পৰিচয় পত্ৰ এখন পালে। পিছদিনা ডাকযোগে পঠাই দিছিল।

ছাৰৰ বেমাৰ নাই। যি হয় সেয়া বাৰ্দ্ধক্যজনিত। খোৱা-বোৱাত বাচ নকৰে। চকুত চশমা নলয়। কাণেৰে অলপ কমকৈ শুনে। 'হিয়াৰিং এইড' মেচিন এটা জোৰকৈ দিয়া হৈছে যদিও ব্যৱহাৰ কৰিবলৈ ভাল নাপায়। তথাপিতো অসমৰ ভিন্ন প্ৰান্তৰ মানুহৰ লগত ফোনত কোনো অসুবিধা নোহোৱাকৈ কথা পাতে।

একেৰাহে কেবাদিনো ভ্ৰমণ কৰাৰ ফলত চাৰে দুৰ্বল অনুভৱ কৰে। তেতিয়া জোৰকৈ গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ ডাক্তৰৰ ওচৰলৈ নিয়া হয়। তাত ভৰ্তি হ'বলৈ দিলে ছাৰে দুই-তিনি দিনৰ বেছি থাকিবলৈ নিবিচাৰে। 'আই-চি-ইউ'ত থকাটো একেবাৰে ভাল নাপায়। ছাৰৰ খবৰ ল'বলৈ যোৱা যিকোনো ব্যক্তিকে এক-দুই মিনিটৰ বেছি থাকিবলৈ নিদিয়ে। ৰাতি লগত থাকিবও নিদিয়ে।

ছাৰৰ গা বেয়া লাগিলে বহি থকা চকীখনত কিছু সময় চকু মুদি বহি দিলে ভাল হৈ যায়। আচৰিত কথা যে শাৰীৰিক অসুস্থতাৰ দোহাই দি ছাৰে আজিলৈ কোনো সভা বাতিল কৰা নাই। যদি কৰিছেও সেয়া তেখেতৰ গুণমুগ্ধ বা আত্মীয়ৰ অনুৰোধ মৰ্মেহে কৰিছে।

ছাৰে 'মই' শব্দটো কাচিৎহে ব্যৱহাৰ কৰে। কাগজত চাৰৰ কথা বেয়াকৈ লিখিলে কেতিয়াও স্পষ্টীকৰণ দিব নোখোজে। দোষ নিজৰ গাত জাপি দিলে আন্তৰিকতাৰে গ্ৰহণ কৰে।

'আমি নচলা কথা কৈ ফুৰা মানুহ' বুলি কেতিয়াবা আক্ষেপ কৰিলেও ছাৰৰ অপৰিবৰ্তনীয় নীতি আৰু আদৰ্শক শ্ৰদ্ধা জনাবলৈ আজি হাজাৰ লোকেও কুণ্ঠাবোধ নকৰে। সভা-সমিতিৰ আয়োজন কৰিলে 'ঘৰৰ পৰা চাউল-পাচলি আনিব লাগে' বুলি কিবা আচহুৱা যেন লগা কথা ক'লেও বাস্তৱ ক্ষেত্ৰত ইয়াৰ প্ৰয়োজন নুই কৰিব নোৱাৰি। চৰকাৰী ধনৰ শৰাধ পাতি অনুষ্ঠিত কৰা সভা-সমিতিবোৰে ৰাইজৰ কিমান মংগল কৰে সেয়া সহজে অনুমেয়। নিজৰ কিম্বা আত্মীয়ৰ কথা চিন্তা নকৰি ৰাইজৰ সেৱাত উৎসৰ্গিত এই জননেতাজন জীৱনৰ অস্তাচলত উপবিষ্ট হৈও থমকি ৰোৱা

নাই। ছাৰে কয়— 'I am in the departure launge of life waiting for the last call of God and will always fight against rampant corruption till I am put in the pyre.' এইজন মহান ব্যক্তিক চৰকাৰী সন্মান দিব নোৱৰাটো অতি পৰিতাপৰ কথা। ৰাজনীতি নকৰা হ'লে ছাৰে হয়তো সন্মান পালেহেঁতেন বুলি শুনা যায়। কিন্তু ৰাজনীতিৰ নমস্য ব্যক্তি এজনক পুৰস্কৃত কৰাত আপত্তি কি?

অসমত সিংহ ছাৰৰ দৰে মানুহৰ প্ৰয়োজন হৈছে। আজি সমাজে বিচৰা মানুহৰ অভাৱ ঘটিছে। তেখেতৰ বিশাল মানৱতাবোধ, অনুকৰণীয় আদৰ্শক অসমীয়া ৰাইজে মনত ৰাখি আগুৱাই গ'লে সমাজত চৌদিশে চানি ধৰা পঙ্কিলময় অৱস্থাৰ অৱসান হ'ব। এখন নিকা সমাজ গঢ়াত সিংহ ছাৰৰ প্ৰগতিশীল আৰু যুক্তিপূৰ্ণ চিন্তা-চৰ্চাই যথেষ্ট ভূমিকা ল'ব। আজিৰ প্ৰজন্মই তেখেতৰ পৰা অনুপ্ৰেৰণা লাভ কৰক।

শেষত ছাৰৰ শতায়ু কামনা কৰি সামৰণি মাৰিলো। ■

(নাৰায়ণ শৰ্মাদেৱে সিংহ ছাৰক বহুত দিন নিচেই ওচৰৰ পৰা লগ পোৱাৰ সুযোগ পাইছে। সুসাহিত্যিক শৰ্মাদেৱৰ বিভিন্ন প্ৰবন্ধ আৰু লিখনি অসমৰ প্ৰখ্যাত বাতৰি-কাকত আৰু আলোচনী আদিত নিয়মিত প্ৰকাশ হৈ থাকে। গুৱাহাটীৰ হেদায়েৎপুৰৰ এন.চি.পি. কাৰ্যালয়ে তেখেতৰ বাসস্থান বুলি ক'ব পাৰি।)

# শৰৎ চন্দ্ৰ সিংহদেৱক মই যি ভাৱে জানো

■ নন্দ বৰা

১৯৫৬ চনৰ আগষ্ট মাহত মই লক্ষ্মীমপুৰ জিলাৰ বিহপুৰীয়াৰ (জাপজুপ) গাঁৱৰ পৰা গুৱাহাটীলৈ আহোঁ। আহিয়েই পোনে-পোনে মই হেদায়ৎপুৰত থকা অসম প্ৰদেশ কংগ্ৰেছ কমিটি অফিছত সোমাওহি। ইয়াত আমাৰ গাঁৱৰ ˚ চন্দ্ৰ বৰুৱাদেৱে সেৱা দলত কাম কৰি আছিল। সেই আলমতে মই ইয়াত সোমাইছিলোহি।

মই কংগ্ৰেছ অফিচৰ মেছত খোৱা-বোৱা কৰিছিলোঁ। এই কথাটো ˚ তিলক গগৈদেৱৰ চকুত পৰিছিল। তেওঁ মোক প্ৰায়ে প্ৰশ্ন কৰিছিল এই বুলি— "নন্দ, তুমি ইয়াত কাম নকৰা, কিন্তু ইয়াত তুমি কেনেকৈ আছা?" গতিকে তেওঁৰ পৰা মই প্ৰায়ে আঁতৰি থাকো। কিন্তু মই এদিন ক'বলৈ বাধ্য হৈছিলো ঃ "মই ইয়াত থকা নথকাৰ বিষয়ে আপুনি আচলতে প্ৰশ্ন কৰিব নালাগে। এই সম্পৰ্কে শৰৎ সিংহদেৱ আৰু বিমলা প্ৰসাদ চলিহাদেৱে প্ৰশ্ন কৰিব পাৰে, আপুনি নহয়।"

সেই দিনাৰ পৰা ˚ গগৈদেৱে মোক একো নকয়। কথাটো শ্ৰীযুত সিংহদেৱৰ কাণত পৰিলগৈ। তেখেতে এদিন ক'লে, "নন্দ, তুমি ইয়াতে থাকা?" "হয়", মই ক'লো। "মেছত ভাত খাই পইচা নিদিয়া?" "হয়, মই এতিয়া পইচা দিব পৰা অৱস্থাত নাই", মই ক'লো। তেখেতে ক'লে, "ঠিক আছে, তুমি আমাৰ মেছটো চলাই দিয়া, তোমাক কিমান পইচা লাগিব?" মই ক'লো, "মোক একো পইচা নেলাগে, খাবলৈ ভাত কেইটা পালেই হ'ল।

সেই দিনাৰ পৰা মই কংগ্ৰেছ অফিচৰ মেছ মেনেজাৰ হ'লো আৰু বি. বৰুৱা

মহাবিদ্যালয়ত পঢ়িবলৈ লওঁ। কেইমাহমান মেছ চলোৱাৰ পিছত দোকানত ১,১০০.০০ (এঘাৰশ) টকাৰ ধাৰ লাগিল। কথাটো শ্ৰীযুত সিংহদেৱক জনালোঁ আৰু ক'লো যে মই মেছৰ দায়িত্ব ল'ব নোৱাৰো। টকা খিনি তেখেতে অফিচৰ পৰাই দিম বুলি ক'লে। তেতিয়াৰ পৰাই মেছৰ দায়িত্বৰ পৰা অব্যাহতি পালোঁ।

সেই সময়ত কংগ্ৰেছ অফিচত ১২ জন ছেক্ৰেটাৰী আছিল বুলি গম পাইছিলো। তাৰ ভিতৰত শ্ৰীযুত সিংহদেৱ অতি সক্ৰিয় ছেক্ৰেটাৰী আছিল। তেখেতে কোন সময়ত শোৱে আৰু কোন সময়ত উঠে, মই ধৰিবই পৰা নাছিলো। জাৰকালি তেখেতে দীঘল ধুতীখনৰ এটা মূৰ গাত মেৰিয়াই কামেই কৰি থাকে। সেই সময়ত ˚ বিমলা প্ৰসাদ চলিহাদেৱে এটা নিয়ম কৰিছিল যে সকলোৱেই পুৱা ৫ বজাত শুই উঠিব লাগিব আৰু প্ৰাৰ্থনা কৰিব লাগিব। সেই মতেই কাম হৈছিল ; কিন্তু˚ চলিহাদেৱ নিজেই সময়মতে উঠিব নোৱাৰিছিল। পলম কৰি উঠি চকু মোহাৰি মোহাৰি শাৰীৰ পিছফালে থিয় হৈছিলহি। ˚ চলিহাদেৱ এজন গান্ধীবাদী নেতা আছিল। তেখেতে নিয়ম কৰি দিলে যে সকলোৱেই ভাত খাই কাঁহি-বাটি নিজে ধুব লাগিব। এইক্ষেত্ৰত বহুতেই আহুকাল পাইছিল, বিশেষকৈ˚ তিলক গগৈদেৱে। ˚ বিমলা প্ৰসাদ চলিহাদেৱ বৰ মৰমিয়াল আৰু সাধু পুৰুষ আছিল। ˚ নৰেন চৌধুৰীদেৱ, ˚ তিলক গগৈদেৱ আৰু দেৱেন বৰাদেৱৰ লগত মোৰ সু-সম্পৰ্ক ঘটিছিল। দেৱেন বৰাদেৱো এজন মৰমিয়াল আৰু সাধু পুৰুষ আছিল। সেই সময়তে মহেন্দ্ৰ মোহন চৌধুৰী, বিষ্ণুৰাম মেধি, লক্ষ্মীধৰ বৰা, দেবেন্দ্ৰ নাথ শৰ্ম্মা, সিদ্ধি নাথ শৰ্মা আদি নেতৃবৃন্দৰ সান্নিধ্য লাভ কৰিছিলোঁ।

শ্ৰীযুত শৰৎ সিংহদেৱ এজন বহল মনৰ উদাৰ দৃষ্টিভঙ্গীৰ লোক বুলি মই ভাবো। তেখেতৰ সহজ-সৰল, পোনপতীয়া দৃষ্টিভঙ্গী, চেতনাপূৰ্ণ সামাজিক দায়বদ্ধতা মোৰ ভাল লাগে। তাতোকৈ ভাল লাগে তেখেত যে সৰ্ব্বসাধাৰণ ৰাইজৰ মাজৰ এজনৰ দৰে সাধাৰণ পোছাক পিন্ধি ৰাস্তাই পদূলিৰে খোজ কাঢ়ি ঘূৰি ফুৰিব পাৰে, এই কথাত। শ্ৰীযুত সিংহদেৱৰ কথা আৰু কামৰ মাজত এটা সামঞ্জস্য আছে। যি কয় তাকে কৰিবলৈ চেষ্টা কৰে। এই স্বভাৱটোৱে তেখেতক অসমৰ আন ৰাজনৈতিক নেতাসকলৰ পৰা বেলেগ কৰি ৰাখিছে। সেইবাবে তেখেতক মই শ্ৰদ্ধা কৰো। মই যিমান দূৰ জানো, তেখেতৰ জীৱনটো দুৰ্নীতিমুক্ত। বৰ্ত্তমান সামাজিক আৰু ৰাজনৈতিক নেতাসকল সম্পূৰ্ণ দুৰ্নীতিৰ পৰা মুক্ত বুলি ক'ব নোৱাৰি। ইয়াৰ মাজতেই উগ্ৰবাদীৰ

জন্ম হৈছে ; আৰু সমাজত অশান্তিৰ সৃষ্টি হৈছে। সেয়েহে মই ক'ব খোজো যে বৰ্তমান সমাজ আৰু ৰাজনৈতিক নেতাসকলে তেখেতৰ উদাহৰণ লোৱা উচিত আৰু যুৱ সমাজেও তেখেতৰ পৰা কামৰ প্ৰেৰণা লোৱা উচিত।

শ্ৰীযুত সিংহদেৱৰ চেতনাপূৰ্ণ মন আৰু সামাজিক দৃষ্টিভঙ্গীৰ কাৰণে আজি ৯২ বছৰ বয়সতো ৰাজনীতিৰ পৰা তেওঁ অৱসৰ লোৱা নাই। গতিকে ইয়াকেই মই আশা কৰো, শ্ৰীযুত সিংহদেৱ যেন সু-স্বাস্থ্যৰ অধিকাৰী হৈ থাকি এইদৰেই ৰাইজৰ সেৱাত ব্ৰতী হৈ থাকিব পাৰে। সদৌ শেষত তেখেতৰ দীৰ্ঘজীৱন আৰু সৰ্বতো প্ৰকাৰে মঙ্গল কামনা কৰি অনাদি অনন্ত পৰম ব্ৰহ্ম ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ। ■

নন্দ বৰা এম. এ., এল. এল্. বি. এজন সৎ আৰু সৰলচিতীয়া ব্যক্তি। তেখেতে সিংহদেৱৰ লগত কাম কৰিবলৈ সুযোগ পোৱাৰ উপৰিও তেখেতক ভালদৰে জনাৰ সুবিধা পাইছিল। ৰাজ্য চৰকাৰৰ অৱসৰপ্ৰাপ্ত পেঞ্চনভোগী বৰাদেৱে কিছু বছৰ ওকালতিও কৰিছিল। তেখেত বৰ্ত্তমান গুৱাহাটীৰ বিৰুবাৰীৰ বাসিন্দা।

# শৰৎ চন্দ্ৰ সিংহদেৱৰ বিষয়ে এষাৰ

■ গোপাল কৃষ্ণ দাস

২০০৪ চনৰ ১ জানুৱাৰী। প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰী শৰৎ চন্দ্ৰ সিংহদেৱৰ ৯১তম জন্মদিন। দিনটো জনতাৰ দিন হিচাপে পালন কৰা হৈছে। আচলতে তেওঁ জনতাৰ লোক। সেয়েহে মুখ্যমন্ত্ৰী, মন্ত্ৰীসকল বহা ভৱনটোৰ নাম ৰাখিলে 'জনতা ভৱন'। তথ্য আৰু জনসংযোগ বিভাগৰ কাগজখনৰ নামো দিলে 'ৰাইজৰ বাতৰি। তেওঁৰ ভাষা লেখাৰ ধৰণ চমৎকাৰ। একেবাৰে উল্লেখ্যযোগ্য সাহিত্যিকৰ ভাষা, লেখাৰ ধৰণ।

সিংহদেৱ এসময়ত ধুবুৰী জিলা কংগ্ৰেছ সমিতিৰ সভাপতি আছিল। সমিতিৰ জীপখনত তেওঁ আন আন কংগ্ৰেছৰ লোকক লৈ জিলাৰ ভিন ভিন ঠাইত সভা-সমিতিত যোগদান কৰে, আন কাম কৰে। তেওঁ নিজেই জীপ চলায়। ইমান বেগত চলায় যে লগত যোৱাসকলে ত্ৰাহি মধুসূদন সোঁৱৰে আজি শৰৎ দাই মাৰিলে আমাক এই বুলি মনতে ভাবে। কিন্তু কোনোদিন দুৰ্ঘটনা নঘটে। সকলোৱে নিৰাপদে গন্তব্য স্থান পাই উভতি আহে। ইয়াতেও তেওঁৰ পাৰ্গতালি। ধুবুৰীত তেওঁৰ নিজৰ ঘৰ নাই। কেতিয়াবা তেওঁ নিজৰ ঘৰ চাপৰলৈ উভতি যাব নোৱাৰিলে কংগ্ৰেছ সমিতিৰ কাৰ্য্যালয়ৰ কাষৰ দোকানতে ২/৩ খন ৰুটী খাই কাৰ্য্যালয়ৰ মেজ দুখন মান জোৰা লগাই তাৰ ওপৰতে শুই ৰাতিটো কটায়। কাৰোবাৰ ঘৰলৈ গৈ দিগ্দাৰ দিবলৈ টান পায়। প্ৰকৃততে তেওঁৰ ঘৰ চাপৰতো নহয়। তাৰ পৰাও কেই কিলোমিটাৰ মান আঁতৰত। গতিকে কেতিয়াবা চাপৰত ৰাতিটো কটাবলগীয়া হ'লে চাপৰ উচ্চ ইংৰাজী

বিদ্যালয়ৰ কোঠাত বা বাৰান্দাত দুখন বেঞ্চি জোৰাই তাতেই থাকে। এইবিলাক কথা ১৯৭০ চনৰ ধুবুৰী জিলা কংগ্ৰেছ সমিতিৰ সভাপতিৰ আসনত থকা ৰগৰৰ ভড়াল কিশোৰী মোহন চৰকাৰে খিলখিলাই হাঁহি হাঁহি কৈ গৈছিল। শুনা জনেও উদ্‌গ্ৰীৱ হৈ শুনিছিল।

এবাৰ ধুবুৰী জিলাৰ এখন গাৱঁত এখন ৰাজহুৱা সভাত সিংহদেৱে বক্তৃতা দি উঠিছে তেওঁক চাহ দিবলৈ কাষৰে বিদ্যালয়ৰ কোঠা এটাত পিয়লা, থাল সজাই আছে। তেওঁক ৰাইজে আন এটি কোঠাত বহি থাকিবলৈ দিছে। তেওঁ কথাটো গম পাই ক'লে যে এটা কোঠাত কাপ, পিয়লা সজাই তেওঁ বহি থকা কোঠালৈ সেইবোৰ কঢ়িয়াবৰ দৰকাৰ নাই। পিয়লা, থাল সজাই থকা কোঠালৈ গৈ তেওঁ চাহ-জলপান খাই গাড়ীত উঠিল আৰু তেওঁৰ গন্তব্য স্থানলৈ গতি কৰিলে।

এদিন ধুবুৰী জিলাৰ শালকোচাৰ এখন ৰাজহুৱা সভাত বক্তৃতা দিওঁতে টকাৰ বিষয়, ছপা নোটৰ বিষয় বৰ সহজকৈ, সকলোৱে বুজি পোৱাকৈ বক্তৃতা দিছিল। তেওঁ প্ৰশ্ন কৰিছিল এতিয়াতকৈ যদিহে দুগুণ নোট সৰহকৈ ছপোৱা হয় তেতিয়া কি হ'ব? এতিয়া ধৰক ৭.০০ টকাত পোৱা ১ কিলোগ্ৰাম চাউলৰ মূল্য তেতিয়া ১৪.০০ টকা হ'ব। এনে ধৰণে বুজাইছিল। তেওঁ এনেকৈ কথাবিলাক বুজোৱা বাবে তেওঁৰ দলৰে কোনো কোনোৱে তেওঁক হেড মাষ্টাৰ আখ্যা দিছিল। তেওঁৰ আগত নকৈছিল অৱশ্যে।

ধুবুৰী আৱৰ্ত্ত ভৱনত সচৰাচৰ 'হক' উপাধিৰ এজন সাধাৰণ স্থানীয় মানুহে তেওঁক লগ ধৰিছিল আৰু তেওঁৰ গাড়ীত উঠি অলৈ-তলৈ গৈছিল। সেই একেজন মানুহে আনজন মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াদেৱৰ লগতো এনেকৈ চলিছিল।

মুখ্যমন্ত্ৰী হৈ থাকোতে সিংহদেৱে চৰকাৰী বাসভৱনত অকলে আছিল। তেওঁৰ পৰিয়াল গুৱাহাটীৰ ৰাধা গোবিন্দ বৰুৱা পথৰ নিজা বাসভৱনত আছিল। এই বাসভৱনলৈ চাপৰ অঞ্চলৰ বহু বেমাৰী মুনিহ, তিৰোতা আহিছিল আৰু তেওঁলোকে নিজৰ নিজৰ চিকিৎসা চলাইছিল তাত থাকিয়েই। গতিকে তেওঁৰ এই নিজ বাসভৱনটো এটি চিকিৎসালয় যেন হৈ উঠিছিল।

সিংহদেৱে চিটি বাছত সাধাৰণ মানুহৰ দৰে ঘূৰি ফুৰা কথাটো সকলোৱে বিদিত। সেয়েহে নেকি তেওঁ মুখ্যমন্ত্ৰী হৈ থাকোতে 'লাখো মে এক' শিৰোনামাৰে

এটি বাতৰি ওলাইছিল এখন কাকতত। তেওঁৰ জীৱিত কালতেই আগশাৰীৰ সাহিত্যিক-সাংবাদিক শ্ৰী হোমেন বৰগোঁহাই আৰু নমিতা ডেকাই সিংহদেৱৰ জীৱনী ভিত্তিক গ্ৰন্থ প্ৰকাশ কৰাটো আৰু শ্ৰী ৰঞ্জিত দাসৰ পৰিচালনাত, অমূল্য কাকতিৰ চিত্ৰনাট্যৰে এখন তথ্য চিত্ৰ উলিওৱাটো আনন্দৰ কথা।

১৯৭২ চনৰ ৩১ জানুৱাৰীত শ্ৰী শৰৎ চন্দ্ৰ সিংহদেৱ অসমৰ মুখ্যমন্ত্ৰী হৈছিল আৰু ৬ বছৰ ২ মাহ ধৰি এই আসনত আছিল। এই সময়ছোৱাত তেওঁ ৰাজ্যখনৰ বহু উন্নয়নমূলক কাম হাতত লৈছিল। অসমৰ ৰাজধানী শ্বিলঙৰ পৰা দিশপুৰলৈ আনে। ৰাজধানী সজা কামত তেওঁ ১৫০০ জন স্থানীয় নিবনুৱা যুৱকক নিয়োগ কৰিছিল। সিংহদেৱে শিক্ষাৰ মাধ্যমৰ প্ৰশ্নটো সমাধান কৰে। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয় দুখনৰ কৰ্তৃপক্ষই বিশ্ববিদ্যালয় দুখনৰ শিক্ষাৰ মাধ্যম হিচাপে আৰু ১০ বছৰৰ বাবে অসমীয়াৰ লগতে ইংৰাজী ৰাখিবলৈ সিদ্ধান্ত লৈছিল। সিংহদেৱে অসমত ১০খন কৃষিপাম নিগম স্থাপন কৰিবলৈ ১৯৭৩ চনত সিদ্ধান্ত লৈছিল আৰু সেইমতে স্থাপন কৰিছিল। খেতিৰ বাবে নিগমৰ মাটি ব্যৱহাৰ কৰিবলৈ মাটিহীন খেতিয়কক স্বত্ব দিয়ে। গম আৰু গম জাতীয় শস্যৰ উৎপাদন ১৯৭৩ চনৰ ১ জুনৰ পৰা আৰু ১৯৭৩ চনৰ ৯ নৱেম্বৰৰ পৰা ধান আৰু চাউলৰ ব্যৱসায় সমবায় সমিতিসমূহৰ জৰিয়তে অসম চৰকাৰৰ হাতলৈ অনা হয়। সিংহদেৱে মহকুমা পৰিষদ, আঞ্চলিক পঞ্চায়ত আৰু গাঁও পঞ্চায়ত এই ৩ খলপীয়া পঞ্চায়তী ৰাজৰ ঠাইত ২ খলপীয়া পঞ্চায়তী ৰাজ অৰ্থাৎ মহকুমা পৰিষদ আৰু গাঁও পঞ্চায়ত প্ৰৱৰ্তন কৰে। ১৯৭৫ চনত মাটিৰ সৰ্বোচ্চ চিলিং ৭৫ বিঘাৰ ঠাইত ৫০ বিঘালৈ কমায়। ১৯৭৫ চনত অসমৰ ১ লাখ বিঘাতকৈ বেছি চিলিঙৰ ৰাহি মাটি ৬১,০০০টা মাটিহীন পৰিয়ালৰ মাজত বিতৰণ কৰা হয়। বিগত বছৰসমূহৰ বিভিন্ন ধৰণৰ বিপৰ্য্যয় সত্ত্বেও ৰাজ্যখনে অৰ্থনৈতিক দিশত তেতিয়া ফেৰ মাৰি বিপৰ্য্যয়ৰ পৰা ওলাই আহে। ১৯৭২ৰ পৰা ১৯৭৬ চনলৈ বহুত প্ৰতিবন্ধকে দেখা দিছিল। কিন্তু শ্ৰী সিংহদেৱে সাহস আৰু দৃঢ় প্ৰতিজ্ঞাৰে সেইবোৰৰ সন্মুখীন হৈছিল আৰু অসমৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতি হোৱাত সহায় কৰিছিল। উন্নতি আৰু সামাজিক ন্যায় এই দুটা উদ্দেশ্যৰে নতুন অৰ্থনৈতিক শৃংখলা গঢ়ি তোলাটো আছিল শ্ৰী সিংহদেৱৰ অৰ্থনৈতিক নীতি। শ্ৰী সিংহদেৱ বিদ্ৰোহৰ প্ৰতীক আৰু এটি অনুষ্ঠান। তেওঁ স্বাধীন ভাৰতৰ আগশাৰীৰ ৰাজনৈতিক নেতা সকলৰ ভিতৰৰ এজন আৰু তেওঁক নতুন প্ৰজন্মই অনুসৰণ কৰিব

লাগে। তেওঁ নিজৰ ব্যক্তিগত জীৱনত অবিৰতভাৱে আদর্শ পালন কৰে আৰু এয়া কোনো গুণে সাধাৰণ কথা নহয়। এইটো তেওঁৰ চৰিত্ৰৰ উল্লেখযোগ্য দিশ। বহুতে আদর্শৰ কথা কয়, কিন্তু কেইজনমানেহে ব্যক্তিগত জীৱনত তাক পালন কৰে। সৰলতা, নেৰানেপেৰা স্বভাৱ আৰু কঠোৰ অনুশীলন শ্ৰী সিংহদেৱৰ স্বভাৱ। এইটো সঁচা যে ৰাজ্যখনক শক্তিশালী আৰু সমৃদ্ধিশালী কৰি তোলাটো এজন মানুহ বা এটি ব্যক্তি-সমষ্টি বা এটি দলৰ কাম হ'ব নোৱাৰে। কিন্তু ৰাজ্যখনক আগবঢ়াই নিবলৈ অসাধাৰণ নেতৃত্বৰ আৱশ্যক আৰু সেই নেতৃত্ব নিঃসন্দেহে শ্ৰী সিংহদেৱে দিছিল। তেওঁ যি শৃংখলা আৰু একতা ৰাইজৰ মাজত বলবৎ কৰিবলৈ সমর্থ হৈছিল সেইটোৱে ৰাজ্যখনক বিশ্বাসেৰে আগলৈ যাত্ৰা কৰিবলৈ সমর্থ কৰিছিল। তেওঁৰ সূচনা কৰিব পৰা, চলাব পৰা ক্ষমতা থকা বাবেই কৃতকার্য্যতাৰে কৃষি দফীয়া অর্থনৈতিক আঁচনি প্ৰয়োগ কৰিব পাৰিছিল। ৰাজ্যখনে সকলো ফালে আগ বাঢ়িছিল। তেওঁৰ মুখ্যমন্ত্ৰীত্বৰ সময়তে অসমে বিস্তৰ অগ্ৰগতি কৰে। তেওঁৰ শাসনকাল নিশ্চয় ঐতিহাসিক কার্য্যকাল হিচাপে লিখা থাকিব। বহুদিশত সিদ্ধি লাভ কৰি নিঃসন্দেহে তেওঁ অসমৰ ভিতৰত আৰু বাহিৰতো উল্লেখযোগ্য স্থান পাইছিল। তেওঁ দৰিদ্ৰতাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছিল। তেওঁ জনগণৰ অৱস্থাৰ বুজ লৈছিল আৰু তাৰ উপযোগী ব্যৱস্থা লৈছিল। ইয়াৰ বাবে তেওঁ ২/১ জন সতীর্থ লগত লৈ মাজে মাজে গাঁৱৰ সাধাৰণ মানুহৰ ঘৰত অতিথি হৈ ওলাইছিল আৰু ৰাতিটো কটাইছিল। তেওঁ জনগণৰ অৱস্থাৰ উন্নতিৰ বাবে কোনো সা-সুবিধালৈ অপেক্ষা কৰি নেথাকিছিল আৰু ৰাজ্যত তাৰ বাবে কাম আৰম্ভ কৰি দিছিল। অসমৰ ৰাইজে অসমব মুখ্যমন্ত্ৰী শ্ৰী সিংহদেৱৰ নেতৃত্ব গ্ৰহণ কৰিছিল। কাৰণ তেওঁলোকে পতিয়ন গৈছিল যে তেওঁ লোৱা নীতিসমূহ ৰাইজৰ অনুকূলে আছিল। তেওঁৰ মানুহৰ প্ৰতি প্ৰেম, দূৰদর্শিতা, দেশপ্ৰেমৰ গভীৰ ভাৱ আদিয়ে তেওঁক জনগনৰ প্ৰিয় আৰু অপ্ৰতিদ্বন্দ্বী নেতা কৰি তোলে। সংকট আৰু অজস্ৰ বাধা-বিঘিনিৰ সত্ত্বেও তেওঁ ঘটনাপূর্ণ বছৰ সম্পূর্ণ কৰে। তেওঁ অসমৰ আশা আৰু আকাঙ্খাৰ পাত্ৰ। তেওঁ দুখীয়া-নিছলাৰ ৰক্ষাকৰ্ত্তা।

ৰাইজৰ সৰহ সংখ্যকেই সিংহদেৱৰ দুর্নীতি নিবাৰণৰ প্ৰচেষ্টা, শিক্ষাৰ সংস্কাৰ আদিৰ আদৰ কৰে। যিসকল তেওঁৰ বৰ কাষ নেচাপিছিল বা তেওঁৰ দলত নাছিল বা ৰাজনীতিবিদ নহয় তেওঁলোককো তেওঁৰ কামে আকর্ষণ কৰিছিল। তেওঁৰ জৰুৰীকালীন ৰবি শস্য আঁচনি, গাঁও পঞ্চায়ত সমবায় আঁচনি, আকলন পত্ৰ আঁচনি,

তদাৰক কোষ আঁচনি গুৰুত্বপূৰ্ণ আঁচনি আছিল আৰু ৰাজনৈতিক লাভালাভৰ উৰ্দ্ধত। এই আঁচনিসমূহ কাৰ্য্যকৰী কৰিবলৈ লৈ তেওঁ আটাইতকৈ ডাঙৰ প্ৰত্যাহ্বানৰ সন্মুখীন হৈছিল।

এজন মানুহ তেওঁৰ কামৰ দ্বাৰাহে জনা যায়, তেওঁৰ কথাৰ দ্বাৰা নহয়। অসম বিধান সভাৰ নেতা হিচাপে অৰ্থাৎ অসমৰ মুখ্যমন্ত্ৰী হিচাপে শ্ৰী সিংহদেৱে বিভিন্ন আঁচনি আৰু পৰিকল্পনাৰে তেওঁৰ গতিশীল নেতৃত্বকে বুজাইছিল।

কেচিৰে ফিটা কাটি কোনো এটি অনুষ্ঠান উদ্বোধন কৰিবলগীয়া হ'লে তেওঁ কামফেৰা নিজে নকৰি মাজে মাজে সমজুৱাৰ পৰা কোনোবা এজন তেনেই সাধাৰণ মানুহৰ হতুৱাই কৰাইছিল। এইটো তেওঁৰ মহৎ গুণ। ■

(লেখক গোপাল কৃষ্ণ দাস অসম জনসংযোগ বিভাগৰ অৱসৰপ্ৰাপ্ত সঞ্চালক। বিশিষ্ট লেখক আৰু সমাজসেৱী দাসদেৱ বৰ্তমান গুৱাহাটীৰ হাতীগাঁওৰ বাসিন্দা)।



# ৰাজর্ষি শৰৎ চন্দ্ৰ সিংহ

■ দ্বিজেন কাকতী

গোৱালপাৰা জিলা। তাহানিৰ চাপৰ নামৰ সৰু ঠাইখন। চাপৰ তথা অসমৰ সু-সন্তান জনগণৰ বন্ধু শৰৎ চন্দ্ৰ সিংহ। বহুবছৰ আগৰ কথা। যেতিয়া মই শৰৎ চন্দ্ৰ সিংহৰ নাম শুনিছিলো, তেতিয়া এদিন মোৰ পিতা স্বৰ্গীয় সুৰেন্দ্ৰ চন্দ্ৰ কাকতীক সুধিছিলো— চাপৰত পাঞ্জাবী লোক বহু আছে নেকি? কিয়নো, "সিংহ" মানে পাঞ্জাবী বুলিয়েই ভাবিছিলো। কিন্তু পিতাই মোক কৈছিল— পাঞ্জাবী নহয়। খাটি অসমীয়া লোক। বৰ্ত্তমান ৰাজনীতিত নামিছে। ভাল মানুহ। গুদু, শুনা ঃ 'এদিন তেওঁ অসমৰ মুখ্যমন্ত্ৰী হ'ব।' সঁচাকৈ পিতাই কোৱা কথাষাৰ শেষত ফলিয়ালে। পিতাইঁত আছিল ঘোৰ কংগ্ৰেছী মানুহ। তেওঁলোকে জানিছিল কংগ্ৰেছৰ নীতি আৰু আদৰ্শৰ কথা। আজিৰ দৰে দলবাগৰা দালালি কৰা কংগ্ৰেছী নেতা নাছিল। তেওঁলোকে কংগ্ৰেছৰ হকে, ৰাইজৰ বাবে ঘৰৰ কাম-কাজ বাদ দিছিল। নিজৰ স্বাৰ্থত্যাগ কৰি দেহেকেহে লাগিছিল। মই সৰুকালিতে পিতাৰ পৰা কিছু কথা গম পাইছিলো। নানাধৰণৰ কথা সুধিছিলো। তেওঁ মোক ভালদৰে বুজাই দিছিল কাৰণ, মোৰ ৰাজনীতি কৰাৰ এটা প্ৰবল হেপাঁহ আছিল যদিও ভাগ্যত নঘটিল আমি সেই সময়ত প্ৰতিজন সাহিত্যিক, সাংবাদিক, বুদ্ধিজীৱী ৰাজনীতি কৰা মানুহৰ বিষয়ে জানিবলৈ বিচাৰিছিলো আৰু কিছুমানৰ সেইটো Hobby (হবি) আছিল। আজিৰ ল'ৰা-ছোৱালীৰ দৰে আমি নাছিলো। আমি সেই সময়ত ডাঙৰ লোকৰ বিষয়ে জানিবলৈ আৰু তেখেতসকলৰ সান্নিধ্যত আহিবলৈ চেষ্টা কৰিছিলো। কিন্তু বৰ্ত্তমান যুগৰ উঠি অহা ল'ৰা-ছোৱালীয়ে ভাল মানুহৰ বিষয়ে জানিবলৈ, বা তেওঁলোকৰ

সৈতে চা-চিনাকি হ'বলৈ ভাল নাপায়। হয়তো বাটৰ কচুৰেই সিজাই খাব, কিন্তু সেইবোৰৰ প্ৰয়োজন বোধ নকৰে। আজিৰ সমাজখনৰ এনেকুৱা অৱস্থাৰ মূলতে হ'ল— অভিভাৱক, শিক্ষা আৰু সমাজ।

সি যি কি নহওঁক, শৰৎ চন্দ্ৰ সিংহ মুখ্যমন্ত্ৰী হোৱাৰ কেইবছৰ মান আগৰ পৰা তেখেতক ভালদৰে জানিছিলো। তেখেতৰ গুণ-গৰিমাৰ বিষয়ে লেখিবলৈ ললে কলম শেষ নহ'ব। তাৰ উপৰি মোৰ দৰে এজন সাধাৰণ লোকে কি লেখিম? সিংহ ডাঙৰীয়া মোৰ বৰদেউতা বিশিষ্ট সাংবাদিক, সাহিত্যিক, সমাজসেৱক, মুক্তিযোদ্ধা পদ্মশ্ৰী সতীশ চন্দ্ৰ কাকতীৰ লগৰ। দুয়োজন এবছৰৰ ডাঙৰ সৰু। দুয়োজন পৰম বন্ধু। সেই সূত্ৰে তেখেতক খুৰা বুলিয়েই সম্বোধন কৰো। সিংহ খুৰা হ'ল— এজন সাহিত্যিক, ৰাজনীতিবিদ, সুকবি, নিৰহঙ্কাৰী, স্পষ্টবাদী, পৰোপকাৰী, আদৰ্শবান, নিষ্ঠাবান, সমাজসেৱক, দেশপ্ৰেমিক, জ্ঞানী, সকলোৰে শ্ৰদ্ধাভাজন, সৎব্যক্তি আৰু জনগণৰ বন্ধু। কিন্তু তেখেতৰ Principle (ৰীতি) হ'ল অলৰ-অচৰ। নাও ডুবিলেও কড়িৰ পৰা ননমা লোক। বিশেষকৈ, ৰাজনীতিৰ ক্ষেত্ৰত সকলোৱে আচৰিত হয় তেখেতৰ কাম-কাজত। প্ৰয়াত হিতেশ্বৰ শইকীয়াক তেখেতে ৰাজনীতিৰ পথাৰলৈ আনি ৰাজ্যিক গৃহমন্ত্ৰী হিচাবে নিয়োগ কৰিছিল, এসময়ত কংগ্ৰেছ দুভাগ হ'ল। আই আৰু এছ। এপিনে সিংহ ডাঙৰীয়াসকল আন পিনে প্ৰয়াত শইকীয়াসকল। যেতিয়া প্ৰয়াত হিতেশ্বৰ শইকীয়া কেবাবছৰ ধৰি অসমৰ মুখ্যমন্ত্ৰী হৈ আছিল, তেতিয়া বিশিষ্ট সাংবাদিক, ৰাজনীতিবিদ আৰু মুষ্টিমেয় কেইজনমান বুদ্ধিজীৱীৰ হতুৱাই জনগণৰ বন্ধুক কংগ্ৰেছ দললৈ আনিবলৈ আৰু উক্ত আসনত বহুৱাবৰ বাবে চেষ্টা কৰিছিল। কিন্তু তেওঁ সেই কথাত কোনো গুৰুত্ব নিদি লগে লগে প্ৰত্যাখ্যান কৰিছিল। কিন্তু আজিৰ নেতাসকলে হাঁহিমুখে পদৰ লোভত তাক আঁকোৱালি ল'লেহেঁতেন। কি দিন আছিল আৰু কি হ'ল!

সিংহ ডাঙৰীয়াই মুখ্যমন্ত্ৰী হৈয়েই অসমৰ ৰাজধানী শ্বিলঙৰ পৰা দিশপুৰলৈ তুলি আনিছিল আৰু এই ৰাজধানীখন তৰুণ গগৈ কংগ্ৰেছ চৰকাৰৰ সময়তে গড়কাপ্তানী মন্ত্ৰী শ্ৰী শৰৎ বৰকটকীৰ অশেষ চেষ্টাত আটকধুনীয়াকৈ সজাই তোলা হয়। নৱ-নিৰ্মিত ৰাজধানীখন যোৱা একৈশ নবেম্বৰত প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙে উদ্বোধন কৰিলে। সিংহ ডাঙৰীয়াৰ ছয় বছৰ দুমাহ ২৮ দিন শাসন কালতে অসমৰ বহুখিনিয়েই উন্নতি হৈছিল। কিন্তু আজিৰ দৰে উগ্ৰবাদীৰ সৃষ্টি হোৱা নাছিল। বহুখিনি নিবনুৱা শিক্ষিত যুৱকৰ কৰ্ম্ম সংস্থাপন হৈছিল। নিলিখাকৈ নোৱাৰিলো— যে জনগণৰ বন্ধু সিংহ ডাঙৰীয়া মুখ্যমন্ত্ৰী হোৱাৰ পিচতে এদিন আমাৰ জনসংযোগ বিভাগৰ চেনিকুঠি

কাৰ্য্যালয়ত এজন পায়জামা, শ্বাৰ্ট পৰিহিত হৃষ্ট পুষ্ট বলবান মানুহে সঞ্চালকৰ কোঠাৰ পৰ্দাখন দাঙিধৰি কোঠাটোলৈ ক্ষন্তেক সময় চালে। লগে লগে চাপ্ৰাচীজনে ধমকি দি ক'লে, "কি চাইছ? ইয়াৰ পৰা যা।" মানুহজনৰ উত্তৰ আছিল— তহঁতৰ চাহাবজনক চাইছো। গ'ল কথা গ'ল। কিছুদিন পিচত সেই মানুহজনৰ জনসংযোগ বিভাগতে চাকৰি হ'ল গাড়ী চালক হিচাবে। মানুহজন সৈনিক বিভাগত গাড়ী চালক আছিল আৰু যেতিয়া সিংহ ডাঙৰীয়া মুখ্যমন্ত্ৰী হ'ল তেতিয়া তেওঁ চাকৰি ইস্তফা দি গুৱাহাটীলৈ গুচি আহে আৰু মুখ্যমন্ত্ৰীগৰাকীৰ বাসভৱনত থাকিবলৈ লয়। আমাৰ বিভাগৰ সঞ্চালকৰ পৰা বিষয়া কৰ্ম্মচাৰী পৰ্য্যন্ত সকলোৱে মানুহজনক ভয় কৰা হ'ল যিহেতু মানুহজন বৰ অভং ধৰণৰ আছিল। তেতিয়া সঞ্চালক আছিল স্বৰ্গীয় ভাৰত চন্দ্ৰ পাঠক। দিনৰ পিচত দিন গৈ আছে। এদিন সঞ্চালক গৰাকীয়ে মোক ক'লে— "দ্বিজেন, তুমি তেওঁৰ (গাড়ী চালক) তত্ত্বটো ল'বাচোন, মুখ্যমন্ত্ৰীৰ কি সম্পৰ্ক লাগে?" সেই সময়ত প্ৰয়াত হেমচন্দ্ৰ দেৱ চৌধুৰী, কৰুণাকান্ত মেধি, বিলেশ্বৰ ডেকা আদি বিষয়াসকল উপস্থিত আছিল আৰু তেওঁলোকে উক্ত কথাত হয়ভৰ দি ক'লে, "ছাৰ, কাকতীয়ে পাৰিব। এওঁক সি বৰ ভয় কৰে আৰু ভালো পায়।" সেইমৰ্ম্মে তেওঁৰ পৰা সকলো কথা গম পালো। তেওঁৰ হেনো আতা/পিতাকৰ লগত সিংহ ডাঙৰীয়াহঁতৰ মধুৰ সম্পৰ্ক অতীতৰ পৰা। সেই সূত্ৰে গাড়ী চালকজনে কৈছিল— "বুজিছা কাকতী দাদা। যেতিয়া গম পালো আমাৰ সিংহ ৰাজা হৈছে তেতিয়া মই সৈনিকৰ চাকৰি বাদ দি গুচি আহিলো দে, মই ৰাজাৰ ঘৰতে আছো।" কথাখিনি সঞ্চালকগৰাকীক অৱগত কৰাইছিলো আৰু মোক তেখেতে গাড়ীচালকজনক কামখিনি ভালদৰে কৰিবলৈ বুজাব কৈছিল। গাড়ীচালকজনে মোক অতিপাত ভাল পাইছিল আৰু ভয়ো কৰিছিল। মই তেওঁক প্ৰায়েই পইচা-পাতি দি সহায় কৰিছিলো আৰু তেওঁৰ চাপৰৰ ঘৰলৈ কাপোৰ-কানি আদি দোকানৰ পৰা বাকী কৰি অনাই দিছিলো— ইত্যাদি। এদিন গাড়ীচালকজনে কৈছিল— আমাৰ ৰাজা জনতাৰ বন্ধু। খুউব ভাল মানুহ। ইমান ঘূৰি ফুৰিব পাৰে, আচৰিত। মেল মিটিং হ'লে একো নেলাগে। বহুবছৰ জীয়াই থাকিব বুজিছা কাকতী দাদা। সঁচাকৈ সেই গাড়ীচালকজনৰ সিংহখুৰাৰ বিষয়ে কোৱা কথাবোৰ আজিও সোঁৱৰো। বেচেৰা গাড়ী চালকজন যোৱা ২৪/১২/০২ তাৰিখে স্বৰ্গগামী হ'ল। নাম আছিল লোকনাথ বৰ্ম্মন।

তেৰ অক্টোবৰ। বুধবাৰ। ৰাতি আঠ বাজি পঞ্চল্লিছ মিনিট মোৰ বৰমা স্বৰ্গীয়া কনকলতা কাকতীৰ আদ্যশ্ৰাদ্ধৰ নিমন্ত্ৰণী পত্ৰখন সিংহখুৰাক দিবলৈ গৈছিলো। দুৱাৰত টুকুৰিয়াই দিয়াত তিৰোতা এগৰাকী ওলাই আহিল। মই খুৰা আছে নে? বুলি

সোধাত নাই বুলি আৰু বাইদেউ আছে বুলি ক'লে। বাইদেৱেক ওলাই আহিল। মই খুৰীবুলি সম্বোধন কৰি হাতত চিঠিখন দি পৰিচয় দিলো। বৰমা ঢুকুওৱাৰ কথা গম নেপায়। কিছুসময় দুয়োজনে থিয় হৈয়ে কথা-বতৰা হ'লো। কথাৰ মাজতে নিজৰ মৃত্যুৰ কথাও ক'লে— ভালদৰে যাব পাৰিলে হয়। বৰদেউতাৰ শৰীৰৰ কথা সুধিলে। বৰমাৰ ভাল মৰণ বুলি ক'লে— স্বামীৰ আগত শাখা সেন্দুৰে গ'ল— ইত্যাদি। সিংহখুৰা চাপৰলৈ যোৱা বুলি ক'লে। "কলেজৰ নাকৰ ইনছপেকচন আছে, তদুপৰি সভা-সমিতি। হয়তো কাইলৈ আহিব। ইমান ঘূৰিব পাৰে এই বয়সতো। কাকতী, এওঁৰ বয়স হৈছে। এওঁলোক যাব লাগে। আমিবোৰ যাব লাগে।" মই হাঁহিলো। শেষত মই ক'লো— "খুৰী, কোনেও যাওঁ বুলি যাব নোৱাৰে।" নমস্কাৰ দি গুচি আহিলো। সোতৰ আক্টোবৰৰ দেওবাৰে দুপৰীয়া সিংহ খুৰা এখন অটোৰিক্সাত আহি আমাৰ শ্ৰাদ্ধস্থলীত উপস্থিত হৈছিল। তেখেতেই আমাৰ প্ৰথম নিমন্ত্ৰিত অতিথি আছিল। দাদা, দিলীপ কাকতী বৌ, মাধুৰিমাই তেখেতক আথে-বেথে শুশ্ৰূষা কৰিছিল। কথা বতৰা হৈছিল। পিচত দাদাই গাড়ী এখন দি বিঁয়ে ৰোহিনী বৰুৱাক লগত সাৰথি কৰাই তেখেতৰ গন্তব্যস্থানলৈ পঠিয়াই দিছিল। ইমান ব্যস্ততাৰ মাজতো সিংহ খুৰাই নিমন্ত্ৰণ ৰক্ষা কৰে। অসমৰ জনগণে তেখেতক ভাল পায়। এতিয়াও দিহিঙে দিপাঙে, ৰাস্তাই ঘাটে খোজ কাঢ়ি, ৰিক্সা বাছে ঘূৰি ফুৰে। তেখেতৰ লগত চিপাহী, চন্তৰী নাই। ভয় কালৈকো নকৰে। এইজনা লোকৰ দীৰ্ঘায়ু কামনা কৰি লেখনি সামৰিলো। ■

(লেখক, সমাজকৰ্মী জনসংযোগৰ এজন সুদক্ষ কৰ্মচাৰী। অসমৰ বিভিন্ন বাতৰি কাকত, আলোচনী আদিত নানান চিন্তাগধুৰ প্ৰবন্ধ পাতি লেখি থাকে। তেখেত গুৱাহাটীৰ বেলতলাৰ সৌৰভ নগৰৰ বাসিন্দা।)

# আদৰ্শবান পুৰুষ শৰৎ চন্দ্ৰ সিংহ

■ ৰজনী কান্ত শৰ্মা

শ্ৰী শৰৎ চন্দ্ৰ সিংহ অসমৰ পঞ্চম মুখ্যমন্ত্ৰী আছিল। ১৯৭২-৭৮ৰ ২৪ ফেব্ৰুৱাৰীলৈকে এক নাটকীয় পৰিবেশত তেওঁ মুখ্যমন্ত্ৰী হৈছিল। সেই সময়ত দিল্লীত প্ৰধানমন্ত্ৰী আছিল মহাপ্ৰতাপী ইন্দিৰা গান্ধী। শৰৎ সিংহ ইন্দিৰা গান্ধীৰ অতি প্ৰিয় আছিল বাবেই মহেন্দ্ৰ চৌধুৰীক পদত্যাগ কৰিবলৈ বাধ্য কৰাই ইন্দিৰা গান্ধীয়ে শৰৎ সিংহক মুখ্যমন্ত্ৰী পাতিছিল। মুখ্যমন্ত্ৰী হোৱাৰ সময়ত শৰৎ সিংহ অসম প্ৰদেশ কংগ্ৰেছৰ মুখ্য সংগঠক আছিল। তেওঁ অসমৰ নতুন প্ৰজন্মক যুব কংগ্ৰেছত যোগ দিবলৈ বিশেষভাবে প্ৰেৰণা যোগাইছিল। সহজ-সৰল, আদৰ্শবান, নিকা চৰিত্ৰৰ, সমাজৰ হিত চিন্তক, সু-সংগঠক, শৰৎ সিংহৰ ব্যক্তিত্বত মুগ্ধ হৈ বহু ডেকাই তেতিয়া কংগ্ৰেছৰ প্ৰতি আসক্তি প্ৰকাশ কৰি যুব কংগ্ৰেছত যোগ দিছিল।

তেতিয়া অসমত বহুল প্ৰচলিত বাতৰি কাকত দুখন "দি আসাম ট্ৰিবিউন" আৰু "নতুন অসমীয়াৰ" উপৰিও হোমেন বৰগোহাই সম্পাদিত সাপ্তাহিক নীলাচলৰ দ্বাৰাই সিংহৰ ৰাজনৈতিক জীৱনৰ পৰিক্ৰমা প্ৰচাৰিত হৈছিল। সাপ্তাহিক নীলাচলে মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহৰ এটা সুদীৰ্ঘ মুখামুখি প্ৰচাৰ কৰিছিল। এটা প্ৰশ্নৰ উত্তৰত তেওঁ কৈছিল যে সংগঠনৰ কামত গোটেই অসম ঘূৰি ফুৰোতে তেওঁ উজনি নামনিৰ পৰা তিনিটা মাণিক বুটলি আনিছে। তাৰে এজন হিতেশ্বৰ শইকীয়া, এজন তৰুণ গগৈ আৰু আনজন ভূমিধৰ বৰ্মণ। এওঁলোকৰ হাতত ৰাজ্যৰ দায়িত্ব এৰি দিব পৰা যাব। বৰ্ত্তমান শৰৎ সিংহৰ ৰাজনৈতিক দৰ্শন ভুল বুলি তিনিওজনে প্ৰমাণ কৰিছে।

# জীৱন আৰু কৃতি

সৰুৰে পৰা মহাত্মা গান্ধীৰ আদৰ্শৰ দ্বাৰাই অনুপ্ৰাণিত হৈছিল যদিও তেওঁ পেচাত আছিল এজন শিক্ষক। আদৰ্শ শিক্ষক। শিক্ষা ব্ৰতী। শিক্ষাদান কৰি অপাৰ আনন্দ পাইছিল। কিন্তু পাকচক্ৰত পৰি ৰাজনীতিত প্ৰৱেশ কৰি তেওঁ একেকোবেই অসমৰ মুখ্যমন্ত্ৰী হ'ল। কংগ্ৰেছৰ দৰে এটা পঙ্কিল দলত সোমায়ো যে এজন মানুহ নিষ্কলুষ, আদৰ্শবান, নীতিনিষ্ঠ, সৎ হৈ থাকিব পাৰে তাৰ উদাহৰণ একমাত্ৰ শৰৎ সিংহই। তেওঁ কংগ্ৰেছৰ আদৰ্শৰ সচা পূজাৰী। দুইমুখীয়া কথা কোৱা বা কাম কৰা কোনো দিনে কোনেও দেখা নাই, সেই কাৰণেই শৰৎ সিংহ বৰ্ত্তমানৰ ৰাজনীতিত এলাগী। কংগ্ৰেছ দলত আদৰ্শচ্যুত আৰু দুৰ্নীতিৰ অভিযোগত অভিযুক্ত ব্যক্তিৰ পয়োভৰ ঘটাত তেওঁ দলত্যাগ কৰিবলৈ বাধ্য হয়।

শৰৎ সিংহৰ লগত মোৰ ব্যক্তিগত সম্পৰ্ক নাই, কাৰণ মই ৰাজনৈতিক ব্যক্তি নহয়। কিন্তু শৰৎ সিংহ মানুহজনক মই ভাল পাওঁ, শ্ৰদ্ধা কৰো। গুণী ব্যক্তিক পূজা কৰো। শৰৎ সিংহক মই দূৰৈৰ পৰা আৰু ওচৰৰ পৰা কৰা পৰ্য্যবেক্ষণৰ দুটামান কথাহে ক'ব বিচাৰিছো। বাতৰি কাকত, আলোচনী আদি পঢ়ো বাবেই ভাল ভাল মানুহৰ ভাল আদৰ্শ, কাৰ্য্যাৱলী স্মৰণ কৰো। প্ৰকৃত শিক্ষকক মই সদায় শ্ৰদ্ধা কৰো'

শৰৎ চন্দ্ৰ সিংহৰ মুখ্যমন্ত্ৰিত্বৰ সময় আছিল অতি দুৰ্য্যোগৰ। প্ৰথম, ৰাজধানী চিলঙৰ পৰা তুলি আনিবলৈ তেওঁ বাধ্য হৈছিল। গুৱাহাটীত অস্থায়ী ৰাজধানী পাতিলে। জনতা ভৱন নিৰ্মাণ কৰালে, কিন্তু সেই জনতা ভৱন তেওঁ নিজে বা ৰাজ্যপালৰ দ্বাৰাই উদ্বোধন নকৰাই ৰাজ্যৰ ১০জনী জনজাতীয় মহিলাৰ দ্বাৰাই উদ্বোধন কৰাই ঘোষণা কৰিলে যে 'জনতা ভৱন' সদায় জনতাৰ ভৱন হ'ব। তেওঁৰ দিনত জনতাৰ হৈয়ে আছিল। বৰ্ত্তমান জনতাৰ প্ৰবেশ নিষিদ্ধ। পুলিচ আৰু ৰাজনীতিকহে জনতা ভৱনৰ কেন্দ্ৰবিন্দু।

অস্থায়ী ৰাজধানী নিৰ্মাণত তিনি কোটি টকা খৰচ হৈছিল। শৰৎ সিংহই চৰকাৰী ধন আত্মসাৎ কৰা বুলি এচাম ন্যস্তস্বাৰ্থৰ কংগ্ৰেছী ব্যক্তিয়ে তেতিয়াৰ প্ৰধানমন্ত্ৰী মোৰাৰজী দেশাইৰ ওচৰত অভিযোগ উত্থাপন কৰিছিল। এবাৰ মোৰাৰজী দেশায়ে বিচাৰপতি জগজিৎ সিংৰ অধীনত এটা তদন্ত আয়োগ পাতি দিছিল কিন্তু বিচাৰপতিয়ে শৰৎ সিংহৰ স্পষ্ট কথাত আৰু বিষয়া কৰ্মচাৰীৰ সকলো দায়িত্ব তেওঁ মূৰ পাতি লোৱাত বিচাৰপতি নিজে আচৰিত হৈ তেওঁৰ বিশাল ব্যক্তিত্বক প্ৰশংসা কৰিছিল। মোৰাৰজী দেশাই অসম ভ্ৰমণলৈ আহোতে মুখ্যমন্ত্ৰীৰ বাসভৱনত উপস্থিত হৈছিল। মুখ্যমন্ত্ৰী শৰৎ সিংহৰ জীৱন-যাপনৰ ৰেহৰূপ দেখি তেওঁ আচৰিতেই হোৱা নহয়,

তেওঁ কৈছিল যে 'মহাত্মা গান্ধী এতিয়াও অসমতে জীয়াই আছে'। মুখ্যমন্ত্ৰী শৰৎ সিংহৰ বাসভৱনত এখন সাধাৰণ বিছনা, এটা ষ্টোভ আৰু কেইখনমান কাঠৰ চকী আছিল। মুখ্যমন্ত্ৰী হ'লেও তেওঁ গাৱঁৰ ল'ৰা, গোৱালপাৰা জিলাৰ চাপৰৰ ভকতপাৰা গাৱঁৰ পৰা অহা। তেওঁৰ গাত আজিও মাটিৰ গোন্ধ আছে। তেওঁ মাটিৰ মানুহ। কথা আৰু কাম স্পষ্ট। দাম্ভিকতা নাই; মইবৰ ভাব নাই। তেওঁৰ গলগলীয়া মাতত আছে অমায়িকতা আৰু মানৱতা যিটো আন আন ৰাজনৈতিক নেতাৰ ক্ষেত্ৰত দেখা নাযায়।

সিংহৰ দিনতেই দেশত জৰুৰী অৱস্থাৰ প্ৰৱৰ্তন হৈছিল। জৰুৰী অৱস্থাই মানুহক বাক্‌ৰুদ্ধ কৰিছিল। বাতৰি কাকতৰ স্বাধীনতা খৰ্ব কৰা হৈছিল। অকংগ্ৰেছী ব্যক্তিক জেলত ভৰোৱা হৈছিল। বহু বিৰোধী দলৰ নেতাক, শ্ৰমিক সংগঠনৰ নেতাক "চৰকাৰ বিৰোধী" বুলি কাৰাৰুদ্ধ কৰিছিল। মই যোগাযোগ বিভাগত চাকৰি কৰো। ডাক-তাঁৰ শ্ৰমিক সংগঠনৰ কৰ্মী। হঠাতে এদিন পুলিচে ডাক-তাঁৰ শ্ৰমিক সংগঠনৰ নজনমান শীৰ্ষস্থানীয় নেতাক মিছাত (MISA) আইনত বন্দী কৰিলে। ভয়-শঙ্কাত অফিচত শ্মশানৰ নীৰৱতা। কাৰো মুখত মাত নাই। ইউনিয়নৰ অফিচ বন্ধ। কোনেও কাৰো কথা নকয়। কেইদিনমান পিচত আমি চাৰিজন কৰ্মীয়ে সিংহ ডাঙৰীয়াক জনতা ভৱনত লগ কৰিলো। মুখ্যমন্ত্ৰী সিংহই আমাৰ কথা আন্তৰিকতাৰে শুনিলে আৰু ৰাজ্যিক গৃহমন্ত্ৰী হিতেশ্বৰ শইকীয়াক লগ কৰিবলৈ পৰামৰ্শ দি ক'লে যে শইকীয়াই উচিত ব্যৱস্থা কৰিব। আমি হিতেশ্বৰ শইকীয়াক লগ কৰিলো। তাৰে কেইদিনমান পিচত আমাৰ মানুহ কেইজনৰ মুক্তি হ'ল। সিংহক সিদিনাই ওচৰৰ পৰা প্ৰথম লগ পাইছিলো। বিশাল ব্যক্তিত্বৰ পুৰুষ। আড়ম্বৰহীন ব্যক্তি। দুৰন্ত বেগী পুৰুষ। মুখৰ পৰা কথা ওলোৱাৰ লগে লগে কাম হ'ব লাগিব। সিংহই খোজ কাঢ়িলে পুলিচে দৌৰিব লাগে। তেওঁৰ কথা শিলৰ ৰেখাৰ দৰে। জৰুৰী অৱস্থাৰ কালত ৰাজ্যখনত বহুত গণতন্ত্ৰ-বিৰোধী কাম হৈছিল, অমানৱীয় অত্যাচাৰ চলিছিল, পুলিচৰাজ চলিছিল। সিংহ তেতিয়া নিৰুপায়ত পৰিছিল। ইন্দিৰা গান্ধীৰ নিৰ্দেশ অমান্য কৰিবও নোৱাৰে। জৰুৰী অৱস্থাৰ অন্তত তেওঁ ৰাইজৰ ওচৰত চৰকাৰী আতিশয্যৰ বাবে ক্ষমা বিচাৰিছিল।

জৰুৰী অৱস্থাৰ অন্তত '৭৮ৰ নিৰ্বাচনত কংগ্ৰেছৰ পৰাজয় হ'ল। সিংহই পদত্যাগ কৰিলে। চৰকাৰী ভৱন এৰি দিলে। টিনৰ সৰু বাকচ— যিটো লৈ চৰকাৰী বাসভৱনলৈ গৈ সোমাইছিল সেইটোকে এখন হাতত লৈ নিজঘৰলৈ ৰাওনা হ'ল। গাড়ী সাজু। কিন্তু তেওঁ চৰকাৰী গাড়ীত নুঠিল। বিষয়াবৰ্গৰ অনুৰোধত তেওঁ সবিনয়ে ক'লে যে তেওঁ আৰু মুখ্যমন্ত্ৰী নহয়, গতিকে চৰকাৰী বাহন ব্যৱহাৰ কৰাৰ অধিকাৰ নাই।

সাধাৰণ নাগৰিকৰ দৰে খোজ কাঢ়ি ৰাজগড়ৰ নিজৰ ঘৰলৈ আহিল। এই শৰৎ সিংহৰ ত্যাগ, নিষ্ঠা, আদৰ্শ আৰু বিশাল ব্যক্তিত্বৰ মূৰ্ত্ত প্ৰকাশ।

এতিয়া আৰু শৰৎ সিংহ মুখ্যমন্ত্ৰী নহয়। চিটি বাছতে অহা যোৱা কৰে। মই গুৱাহাটীত ১৯৬২ চনৰ পৰা আছো। বৰ্ত্তমান গুৱাহাটীৰ বাসিন্দা। চিটিবাছত অহা যোৱা কৰো। অসম আন্দোলনৰ সময়ৰ কথা। এদিন মই চিটি বাছত পাণবজাৰৰ পৰা চানমাৰিলৈ আহি আছো। বাছত বহিবলৈ ছিট নাই। হঠাৎ শৰৎ সিংহ গুৱাহাটী ক্লাবত উঠিল। মোৰ কাষত থিয় দিলে। বাছবোৰ চাপৰ, সিংহ ওখ। তেওঁৰ মূৰ বাছৰ মূধচত লাগে। তেওঁ বেঁকাকৈ থিয় দিয়ে। মই সিংহ ডাঙৰীয়াক ক'লো- "ছাৰ, ইয়াতে বহক।" মই ছিটটো এৰি দিলো। কিন্তু তেওঁ নবহে। মই কাবৌ-কাকূতি কৰাত তেওঁ বহিলে, কিন্তু মোকো কাষত বহুৱাই ল'লে। সিংহৰ প্ৰতি শ্ৰদ্ধাত মোৰ মূৰ দোঁ খাই গ'ল। লগে লগে মনত পৰিল বিশ্ববিদ্যালয়ত পঢ়ি থাকোতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষাগুৰু ডঃ ভেঙ্কাটা ৰাৱেও এদিন মোক একেটা ছিটতে সৰু ল'ৰাৰ দৰে কাষত বহুৱাই আনিছিল। শিক্ষকৰ গুণেই পৃথক। মহিমামণ্ডিত।

আজি কেইমাহমান আগতে বিশেষ প্ৰয়োজনত মই ভাৰতীয় ষ্টেট বেংক গুৱাহাটী শাখালৈ গৈ শাৰী পাতি থিয়দি আছো। সময় তেতিয়া ১১-৩০ মান বাজিছে। অলপ পিছতে মোৰ কাষৰ শাৰীত থিয় দিলে শৰৎ সিংহ। খদ্দৰৰ শুধ বগা ধুতী পাঞ্জাবী শ্বাৰ্ট পৰিহিত ভদ্ৰলোক জনক দেখি অবাক। অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ সিংহই বেংকত পেঞ্চনৰ টকা ল'বৰ বাবে শাৰী পাতিছে। মই অবাক। শ্ৰদ্ধাত শৰৎ সিংহলৈ মূৰ দোঁৱালো। বেংকৰ মেনেজাৰ কৰ্মচাৰীয়ে আহি সিংহক তেওঁৰ কমত বহিবলৈ অনুৰোধ কৰিছে আৰু পেঞ্চনৰ টকাখিনি তেওঁ নি দিব বুলি ক'লে। শৰৎ সিংহই কিন্তু নামানিলে। "নহয়, মোক আগতে দিলে নিয়ম অমান্য কৰা হ'ব। মই টকা লৈ তোমাৰ কমলৈ যাম।" মেনেজাৰে বেংকৰ কৰ্মচাৰীজনক ছাৰৰ টকাখিনি আগতে দিবলৈ ক'লে। সিংহ ডাঙৰীয়াই সেইটোও নামানিলে। কি নীতিনিষ্ঠ পুৰুষ। সঁচাকৈ সিংহ ডাঙৰীয়া অকল অনুজৰ কাৰণেই নহয়, ভণ্ড আভিজাত্যৰে ওফন্দি উঠি নীতি নিয়ম ভেঙুচালি কৰা প্ৰতিজন অসমীয়া মানুহৰ কাৰণে আদৰ্শৰ প্ৰতীক।

আন এদিনৰ কথা। শৰৎ সিংহই পাণবজাৰৰ বাছ ষ্টেণ্ডত চিটি বাছৰ কাৰণে অপেক্ষা কৰি আছে। বেলতলালৈ যাব। বাছবোৰত বৰ ভিৰ। ভিৰ নোহোৱা বাছৰ অপেক্ষাত বৈ আছে। এজন যাত্ৰীয়ে এখন বাছৰ পৰা চিঞৰি মাতিলে, "দাদা, আহক

মই ছিট্‌টো এৰি দিম"। তেওঁ কিন্তু নগ'ল। "তোমাৰ অসুবিধা হ'ব, তুমি যোৱা" বুলি ক'লে। বহু সময় অপেক্ষা কৰি পিচত অন্য এখন বাছত উঠা দেখিলো।

এইজনেই অসমৰ প্ৰকৃত আদৰ্শবাদী, নীতিনিষ্ঠ, সৎ ৰাজনীতিক। যাৰ কথা আৰু কাম একেই। সেয়েই বৰ্তমানৰ 'ভোগবাদী' ৰাজনীতিবিদৰ দৃষ্টিত "শৰৎ সিংহ অপ্ৰাসংগিক। দুৰ্নীতিৰ দোষত অভিযুক্ত মন্ত্ৰীসকলৰ মুখত আদৰ্শৰ বক্তৃতা শুনিলে তেওঁ নীৰৱে হাঁহে আৰু এই নেতাসবে অসমৰ জনতাক প্ৰতাৰণা কৰা বাবে দুখ কৰে।

অসমৰ ডেকা ডেকা মন্ত্ৰীসকলে যেতিয়া নিৰাপত্তাৰক্ষীৰ দ্বাৰাই বেষ্টিত হৈ থাকে বিবানব্বৈ বছৰীয়া শৰৎ সিংহই আজিও যুৱকৰ দৰে খোজকাঢ়ি, চিটি বাছত উঠি সভাই সমিতিয়ে তেতিয়া অসমত নীতি আদৰ্শৰ বাণী শুনায়। দুৰ্নীতিৰ লগত, পঙ্কিলতাৰ লগত সখি পাতিব নোৱাৰা কাৰণেই "শৰৎ চন্দ্ৰ সিংহ"ই বৰ্তমান প্ৰকৃত ৰাজনীতিবিদ হৈও অসমৰ ৰাজনীতিত দৃঢ় ৰেখা অঙ্কন কৰিব পৰা নাই।

শৰৎ সিংহই শতায়ু লাভ কৰক।

*পশ্যেম শৰদঃ শতম।*

*জীৱেম শৰদঃ শতম।।*



ভাৰতীয় ডাক-তাঁৰ বিভাগৰ কৰ্মচাৰী আৰু বাণী প্ৰিণ্টাৰ্চ, ৰাজগড় ৰোডৰ স্বত্বাধিকাৰী শৰ্মাদেৱ সাহিত্যানুৰাগী হোৱাৰ উপৰিও এজন সু-লেখক আৰু সমাজ সংগঠক। এই গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত তেওঁৰ অৰিহণা বিদ্যমান। তেওঁ নৱোদয় পথ, ৰূপনগৰ, গুৱাহাটী - ৩২ৰ বাসিন্দা।

# শৰৎ চন্দ্ৰ সিংহ ছাৰৰ বিষয়ে দুষাৰ

■ ভূষণ চৌধুৰী

নমস্য ব্যক্তি শৰৎ চন্দ্ৰ সিংহক মই মোৰ জীৱনৰ আদিতে গোৱালপাৰাত লগ পাইছিলো। তেতিয়া তেখেত প্ৰায় ডেকা অৱস্থাতে আছিল যেন অনুমান কৰিছিলো। তেখেতৰ বিষয়ে সবিশেষ নাজানিলেও অনুমান কৰিছিলো যে তেখেত এজন কংগ্ৰেছৰ কৰ্মী বা M.L.A. হ'ব পাৰে। সেই সময়ত অৰ্থাৎ ১৯৫৩ চনৰ পৰা অসমত মথাউৰি বন্ধা কাম বৰ জোৰ গতিত চলি আছিল আৰু সেই হিচাবে গোৱালপাৰাৰ 'চুনাৰিত' অতি তীব্ৰ গতিত মথাউৰিৰ কাম চলি আছিল প্ৰায় ১৯৫৯/৬০ চন মানত। সৌভাগ্যক্ৰমে বা দুৰ্ভাগ্যক্ৰমে হওক চুনাৰিত মই মথাউৰিৰ কাম চোৱাচিতা কৰিব লগা হৈছিল। মই তেতিয়া ২৭/২৮ বছৰীয়া ডেকা, প্ৰথম চাকৰিত সোমোৱা। তেখেতক মই তাত লগ পাইছিলো। তেখেতে আমাক কাম কৰাৰ বাবে উচাহ আৰু অনুপ্ৰেৰণা দিছিল। প্ৰত্যেক দিনেই তালৈ গৈ আমাক ভদ্ৰ আৰু ভাতৃসুলভভাৱে উপদেশ দিছিল যাতে কাম সোনকালে হয় আৰু ভাল কামত হয়। তাত এটা আচৰিত কথা উপলব্ধি কৰিছিলো যে তাৰ মাটি কটা কাম আৰু অন্যান্য কাম থলুৱা মানুহৰ দ্বাৰাই তেখেতৰ নিৰ্দেশ মতে লগোৱা হৈছিল। তাত অন্য ৰাজ্যৰ বনুৱা নাছিল। সেই সময়ত সেইটো সিমান সহজ কথা নাছিল। কাৰণ গোটেই অসমখন বিহাৰী বনুৱাই ভৰি পৰিছিল। কিন্তু তেখেতে বিহাৰী বনুৱাক কামত লগোৱা নাছিল আৰু আমাক সেই বিষয়ে উপদেশ দিছিল।

কাম চাই-চাই ক্লান্ত হৈ কাম হোৱা ঠাইতে বহি জিৰণি লৈ থাকোঁতে হঠাৎ

মই তেখেতক তাতে দেখা পালো আৰু থিয় হ'লো। কথা ক'বলৈকো একো নাই। তেতিয়া তেখেতে মোৰ ওচৰলৈ আহি মোৰ পৰিচয় সুধিলে। মই ক'লো যে মোৰ ঘৰ গুৱাহাটীত। মই ইয়ালৈ চাকৰিত আহিছো। "তুমি ইয়াত ক'ত থাকা?" মই ক'লো, মই গোৱালপাৰাৰ পৰা অহা-যোৱা কৰো। "ঠিক আছে, আবেলি ৪.৩০/৫ মান বজাত মই তোমাক লৈ যাম গোৱালাপাৰালৈ।" মই অভিভূত হৈ পৰিলো আৰু মুখেৰে একো নেমাতিলো। মই আকৌ কাম চোৱাত লাগিলো। সেইদৰে থাকোতে কেতিয়া সময় পাঁচ বাজিল গমকে নাপালো আৰু হঠাৎ তেখেতে জীপ গাড়ীৰে আহি মোক মতাৰ ইংগিত পালো। মই লৰালৰিকৈ গৈ জীপৰ ওচৰ পালো আৰু তেখেতৰ ওচৰ্‌তে বহিব কোৱাত বহি পৰিলো। গাড়ী চলা আৰম্ভ হ'ল। তেতিয়া আবেলি প্ৰায় ৫টা মান হ'ব। ইমান জোৰেৰে গাড়ী চলালে যে মোৰ উশাহ-নিশাহ বন্ধ হোৱা যেন লাগিল আৰু আধা ঘণ্টা মানৰ ভিতৰতে গোৱালপাৰা পালো। মোক অফিচৰ ওচৰতে নমাই থৈ তেখেত গ'লগৈ। নমস্কাৰেৰে বিদায় দিলো।

এই মহান অনুভৱতা মই কেতিয়াও পাহৰিব নোৱাৰো। তেখেতৰ ব্যৱহাৰত সৰু-বৰ ইত্যাদিৰ ভাব লেশমাত্ৰও নাছিল বুলি মোৰ দৃঢ় বিশ্বাস জন্মিছিল। সেইবাবে এই মহান ব্যক্তিজনৰ সান্নিধ্যলৈ আহিবলৈ মোৰ সুযোগ মিলিছিল বুলি মই অনুভৱ কৰিছিলো। আকৌ আন এটি ঘটনা— অনুমান ১৯৮০ চন মান হ'ব। সেই সময়ত মোৰ ল'ৰা এলাহাবাদ ইঞ্জিনীয়াৰিং কলেজত পঢ়ে। তাৰে খবৰ ল'বৰ বাবে এদিন গৈ গুৱাহাটী ৰেল ষ্টেচনত উঠিলোগৈ। (তাৰিখ মনত নাই)। ঠিক সময়ৰ অলপ পিছত গাড়ী ষ্টেচনলৈ আহিল আৰু দ্বিতীয় শ্ৰেণীৰ দবাৰ নম্বৰ চাই ইফাল-সিফাল কৰি বিচাৰি পিছত গাড়ীত উঠিলোগৈ। পিছত ঘূৰি-ঘূৰি নম্বৰ চাই ছিটত বহিলোগৈ। বেগটো থৈ বহি অলপ স্বস্তিৰ নিশ্বাস পেলালো। এনেতে হঠাৎ তেখেতক তাত দেখিলো সাধাৰণ ধুতী আৰু খদ্দৰৰ পাঞ্জাবীৰে। কিন্তু মই দেখো যে তেখেতে লাহে লাহে মোৰ ওচৰলৈ আহিছে আৰু শেষত মোৰ ওচৰৰ খিৰিকীৰ মুখৰ ছিট্‌টোত তেখেত। মই অলপ বিস্মিত হ'লো আৰু থিয় হ'লো। মইতো তেখেতক জানোৱেই বা তেখেতক নজনা মানুহ বোধকৰো অসমত কমেই হ'ব। কিন্তু তেখেতে মোক জনা নাই, মোলৈ চাই মোক বহিবলৈ ক'লে। যিজন মানুহ আমাৰ মুখ্যমন্ত্ৰী আছিল, তেখেতক এইদৰে সাধাৰণ মানুহৰ দৰে দ্বিতীয় শ্ৰেণীৰ দবাত দিল্লীলৈ যাব বুলি ধাৰণা কৰি বৰ আপ্লুত হৈ পৰিলো আৰু অনিচ্ছা সত্ত্বেও তেখেতৰ ওচৰত বহিবলৈ বাধ্য হোৱাৰ দৰে হ'লো।

সুধিলে, 'কলৈ যায়?' মই ক'লো যে মই এলাহাবাদলৈ যাম। তাত মোৰ এটা ল'ৰাই ইঞ্জিনীয়াৰিং পঢ়ে। তেখেতে ক'লে, 'ও, বৰ ভাল কথা।' মই ক'লো, 'ছাৰ, আপুনি কলৈ যায়?' তেখেতে ক'লে যে তেখেত দিল্লীলৈ যাব। বুজিলো কিবা ৰাজনৈতিক কামত যাব। সকলো ভেদ পাহৰি মোৰ লগত সেই সময়খিনি অন্তৰংগ বন্ধুৰ দৰে কথা পাতি গৈ থাকিল। ভাবি আপ্লুত হ'লো আৰু এলাহাবাদ ষ্টেচনত এটি সেৱা আৰু নমস্কাৰৰে নামিলো।

এই হেন মহান ব্যক্তি যাৰ কাৰো সৈতে ভেদাভেদ নাই আজি এই বয়সলৈকে কেৱল অসমৰ কথাই ভাবি থকা মানুহ জানো অসমত আকৌ জন্ম পাব? কিন্তু আজি কিছুমান দুবৃৰ্ত্তই তেখেতক অকলশৰীয়া কৰিলে। ভগবানৰ ওচৰত প্ৰাৰ্থনা যাতে তেখেতৰ মংগল হয় আৰু দীৰ্ঘদিন বাচি থাকে। ■

(লেখক ভূষণ চৌধুৰী এজন সু-সাহিত্যিক আৰু সমাজকৰ্মী। অসম চৰকাৰৰ গড়কাপ্তানী বিভাগৰ অৱসৰপ্ৰাপ্ত বিষয়া আৰু গুৱাহাটীৰ চানমাৰিৰ বাসিন্দা)।

# সত্যৰ পথিক শৰৎ চন্দ্ৰ সিংহ

■ পূৰৱী বৰুৱা

শ্ৰদ্ধেয় শৰৎ চন্দ্ৰ সিংহক এজন সৎ, নৈতিকতাপূৰ্ণ প্ৰাক্তন মুখ্যমন্ত্ৰী ৰূপে সকলোৱে জানে। তেওঁৰ জন্ম হৈছিল ১৯১৪ চনৰ ১ জানুৱাৰীত। জন্মস্থান হ'ল গোৱালপাৰাৰ চাপৰৰ ভকতগাঁওত। পিতৃৰ নাম লাল সিং সিংহ আৰু মাতৃ হ'ল আয়াসিনী দেৱী।

**ল'ৰালি কাল আৰু প্ৰাথমিক শিক্ষা—** শৰৎ চন্দ্ৰ সিংহই ল'ৰালিৰ প্ৰাৰম্ভিক শিক্ষা, খেল-ধেমালিৰ মাজেৰে আয়ত্ত কৰিছিল। এই শিক্ষাৰ পৰা কৰ্মময় জীৱনৰ আভাস আহৰণ কৰিছিল। তেওঁ নিজে শিলিখা, মৰাপাট তিয়াই খোৱাপানী, চৰুৰ তলৰ ছাই, কেঁহেৰাজৰ ৰস আদিৰে চিএগ্ৰাহি বনাই দোৱাতত ভৰাই পঢ়াশালিলৈ লৈ গৈছিল। খাগৰি কাটি পাখি কলম নাইবা হেঙেল তৈয়াৰ কৰি লৈ কলপাতত লেখিছিল। তেওঁৰ দেউতাক আছিল গাঁওখনৰ ভিতৰতে বিদ্বান লোক। এতিয়া যাক মজলীয়া বিদ্যালয় বুলি কয়, শৰৎ সিংহৰ দেউতাক তেতিয়াৰ সেই উচ্চ প্ৰাইমাৰীলৈকে পঢ়া। সি যি কি নহওঁক গাঁওখনৰ এজন মুখিয়াল লোক হিচাপে ৰাজহুৱা কামৰ হিচাপ-নিকাচ দেউতাকেই কৰি দিয়ে। ধন ভৰালী বেলেগ আছিল, কিন্তু একাউণ্টেণ্ট হিচাপে দেউতাকেই হিচাপ চাই দিছিল। শৰৎ সিংহৰ দেউতাক এজন খেতিয়ক হিচাপে নিজেই খেতি কৰিছিল। আজিৰ দৰে হালবোৱা বা শ্ৰমিকক এই কাৰ্য্যত নিয়োগ কৰা নাছিল। সেইবাবে ল'ৰাক পঢ়ুৱাবলৈ তেখেতৰ সময় নাছিল, যদিও পথাৰলৈ যাওঁতেই ল'ৰাক মাজে মাজে লগত লৈ গৈছিল। শিশু শৰতে লগত বহিবলৈ পীৰা এখন লৈ গৈ সেইখনকে পাৰি বহি চিলেটত লেখিছিল। দেউতাকে

এবাৰ হাল বাই পুনৰ পুতেকৰ কাষেদি ঘূৰি আঁহোতে প্ৰতিবাৰতে উৎসাহ দি কৈছিল 'অ ভাল হৈছে লিখা, লিখি থাকা, সেই তেতিয়াৰে পৰা শৰৎ সিংহই আজিও লেখি আছে। লেখাখিনি যে খুব মনোযোগেৰে চাইছিল সেইয়া নহয়। মাত্ৰ কথা হ'ল যে ল'ৰাই বহি লিখি থাকিব লাগে। এনেদৰেই তেখেতে পুত্ৰক শিক্ষা দিছিল। ইয়াৰ বাহিৰেও ঘৰুৱা উৎপাদন সামগ্ৰী যেনে— তামোল, নাৰিকল, লাও-কোমোৰা আদি হাট বাৰৰ আগতেই দিনটোৰ খেতি পথাৰৰ কামৰ অন্তত ভাৰ বান্ধি বজাৰলৈ লৈ গৈ চিনাকি দোকানৰ চাঙৰ তলত থৈ আহিছিল। সোম আৰু শুক্ৰবাৰে ঘৰৰ পৰা ডেৰ মাইলমান দূৰত বজাৰ বহে। এই হাটলৈকে নিজে মেটমৰা ভাৰ আৰু শিশু শৰৎ সিংহকো বলে পৰা দুই-চাৰিটা বস্তু কান্ধত দি লগতে লৈ গৈছিল। সিংহদেৱৰ দেউতাকে অংক শাস্ত্ৰ ভালকৈ জানিছিল, ধাৰাপাত মুখত আছিল. সেয়েহে বাটত যাওঁতে পুতেকক তাকে শিকাই গৈছিল, সেইদৰেই হাটলৈ অহা-যোৱা কৰোতেই আধা পঢ়া হৈছিল। মৌখিক অংকও বাটতে মুখে মুখে শিকাই গৈছিল।

শৰৎ সিংহ যেতিয়া গাঁৱৰ নিম্ন প্ৰাইমাৰী স্কুলত পঢ়িছিল, তেতিয়া শ্ৰেণী অনুপাতে শিক্ষক নাছিল। প্ৰতিটো বিষয়ৰ শিক্ষক নাছিল বাবে এটা শ্ৰেণীক ছবি আঁকিবলৈ দি এজন শিক্ষকেই হয়তো আনটো শ্ৰেণীক অংক শিকাইছিল। যিটো শ্ৰেণীত শিক্ষক নাছিল. সেই শ্ৰেণীক পঢ়াশালিৰ বাহিৰৰ চোতাললৈ গৈ নেওতা মুখস্থ কৰিবলৈ দিছিল। গান গোৱাৰ দৰে সুৰ লগাই একে একে এঘাৰ, একে দুয়ে বাৰ এনেদৰে শ্ৰেণীৰ এজনে ধৰি দিছিল আৰু আন ছাত্ৰবোৰে লগে লগে গাই গৈছিল।

শৰৎ সিংহদেৱৰ ঘৰৰ সন্মুখত এফালে এডাল মদাৰ গছ, আনফালে বাঁহগছ আছিল। শীতৰ দিনত ইয়াত ৰ'দ পৰিছিল। সেইবাবে শিশু শৰতে মদাৰ গছৰ তলতে বহি পঢ়িছিল, বাকী ঘৰৰ ল'ৰা-ছোৱালীখিনিয়ে বাঁহ গছৰফালে গৈ পঢ়িছিল। শৰৎ সিংহই সেই সময়ত ভনীয়েকহঁতক আৰু ঘৰৰ ওচৰৰ ল'ৰা-ছোৱালীকো পঢ়া দেখুৱাই দিব লাগিছিল। গতিকে এফালে যেনেকৈ তেওঁ ছাত্ৰ আছিল আনফালে হৈছিল শিক্ষক। সেই দিনত পঢ়াশালিৰ শিক্ষকসকলে ছাত্ৰহঁতক ঘৰতো আহি পঢ়া দেখুৱাই দিছিল। শিক্ষকসকলে মনতে ধৰি লৈছিল যে পৰীক্ষা তেওঁলোকে নিজেহে দিবলৈ ওলাইছে, ছাত্ৰহঁতে দিয়া নাই সেয়েহে বৃত্তি পাবলৈ প্ৰাণপণে যত্ন কৰিছিল। এতিয়াৰ দৰে তেতিয়া শিক্ষা বাণিজ্যিক হোৱা নাছিল। শিক্ষকে শিক্ষাদানহে কৰিছিল।

ইয়াৰ পাছত আহিল ১৯৩০ চনত বিলাসীপাৰাত হাইস্কুলত পঢ়া কালছোৱাৰ কথা। শৰৎ সিংহই ঘৰৰ পৰা ১৮ মাইল বা ৩০ কিলোমিটাৰ আঁতৰৰ হাকামা গাৱঁত হাইস্কুলত পঢ়িছিল। সেই গাঁৱত ব্ৰাহ্মণ লোক বেছি যদিও আন মানুহো আছিল, সেই গাঁওখন আছিল এখন হোষ্টেলৰ দৰে। গাঁওখনৰ এটি আদৰ্শ আছিল যে তাৰ প্ৰতিঘৰ মানুহেই এজনকৈ ছাত্ৰ ঘৰত ৰাখি পঢ়ুৱায়। দুজন নহয় কিন্তু। ইয়াৰ পৰা তেওঁলোকৰ দুটা লাভ হয়। এটা হ'ল ছাত্ৰ এজন ৰখাৰ নাম, আনটো হ'ল ঘৰখনৰ ল'ৰা-ছোৱালীহঁতে সেই ছাত্ৰজনক দেখি পঢ়া-শুনা কৰিব পাৰে। শৰৎ সিংহই নিশিনাথ চক্ৰৱৰ্ত্তী নামে অংকৰ শিক্ষক এজনৰ লগত থাকি হাকামা গাঁৱৰ হাইস্কুলত পঢ়িছিল। সেই স্কুলত বংগদেশৰ পৰা অহা শিক্ষকো আছিল। তেতিয়া স্বাধীনতা সংগ্ৰামৰ প্ৰস্তুতি চলি আছিল। বংগদেশত দুটা দল হৈছিল, এটা অনুশীলন দল, আনটো হ'ল যুগান্তৰ। এনেবোৰ দলে বোমাও সাজিছিল। সেই স্বাধীনতা মন্ত্ৰত দীক্ষিত শিক্ষকসকলে শ্ৰেণীত ছাত্ৰসকলকো স্বাধীনতাৰ কথা কৈছিল। সেইবাবে শৰৎ সিংহ আৰু লগৰ ছাত্ৰসকলে তেওঁলোকৰ লেখাবোৰত যেনে-তেনে স্বাধীনতাৰ কথা সুমুৱাই দিছিল। যেনে- গৰুৰ ৰচনা লিখোতে লেখিছিল 'লেৰেলা-চেপেটা গৰুবিলাক স্বাধীনতা পালে সুস্থ-সবল হ'ব। 'স্কুলৰ ৰচনা লেখোতে লেখিছিল, এতিয়াৰ ভঙা-ছিঙা স্কুলখন স্বাধীনতা পালে ভালকৈ বনোৱা হ'ব ইত্যাদি। তেনেদৰে লেখিলে পৰীক্ষাৰ প্ৰশ্ন কাকতত নম্বৰ যদি বিছ থাকে' শিক্ষকে ত্ৰিশ দিছিল। তেওঁলোকৰ হাইস্কুলৰ পৰা তেতিয়া হাতে লেখা আলোচনী "বোধন" ওলাইছিল। "বোধন" মানে উদ্বোধন। এই হাতে লেখা আলোচনীখন ইহাত-সিহাত হৈ সকলোৱে পাঠ কৰে মানে আকৌ পিছৰ মাহৰ নতুন "বোধন"খন ওলাইছিল। এই হাতে লেখা আলোচনীখন এতিয়াও আছে। মাত্ৰ নামটো বদলাই "পাঞ্চজন্য" কৰিছে। এতিয়া ছপা কৰিবলৈ বহুতৰে টকা-পইচা হ'ল। তথাপি এই আলোচনীখন হাতে লেখাই কৰি আছে। এতিয়াও শৰৎ সিংহৰ লেখা তেওঁলোকে খুজি আনি 'পাঞ্চজন্য'ত প্ৰকাশ কৰে।

সেই সময়ত শৰৎ সিংহ যাৰ ঘৰত আছিল, সেইখন গুৰুৰ ঘৰৰ দৰেই। নিশিনাথ চক্ৰৱৰ্তীৰ সৈতে ঘৰৰ সকলো ল'ৰা-ছোৱালীয়ে শনিবাৰ-দেওবাৰে বন্ধৰ দিনত ওচৰৰ পাহাৰত খৰি বিচাৰি গৈছিল। খৰি কাটি এক ট্ৰাকমান বোজাই কৰি ঘৰলৈ লৈ আনিছিল। ইয়াৰ বাহিৰেও বন্ধৰ দিনত অলপ ঠাইতে পথাৰত ভুঁই ৰোৱা, বাৰীত কৰি খেতি কৰা আদি কাম কৰিছিল। এইবোৰ কাম কৰি ফুৰ্ত্তি পোৱাৰ লগতে কামৰ প্ৰতি ধাউতি বাঢ়িছিল। কাৰ খেতি ভাল হয় এই লৈ প্ৰতিযোগিতাও হৈছিল। এনেদৰেই হাইস্কুলৰ দিনবোৰ অতিবাহিত হৈছিল। চক্ৰৱৰ্তীদেৱৰ ল'ৰা-ছোৱালীক

শৰৎ সিংহই সাধুও ক'ব লাগিছিল। সৰু ল'ৰা-ছোৱালীয়ে সাধাৰণতে অবাস্তৱ কথা শুনি ভাল পায়। সেয়েহে তেওঁ চক্ৰৱৰ্তীৰ সৰু ল'ৰা-ছোৱালীকেইটাক সাধু সাজি কৈছিল এনেদৰে— 'সেইযে জংঘলখন দেখিছা তাৰ পৰা এটা মস্ত বাঘ আহিল আৰু এই অলপ আঁতৰত যে বলদহাল দেখিছা সিহঁতৰ ওপৰত বাঘটো জঁপিয়াই পৰিব খুজিলে, তেতিয়া বলদে ডাঙৰ-দীঘল শিঙেৰে বাঘৰ পেটত এনেকৈ খুঁচিলে যে বাঘ হাবিলৈ পলাল।' এনে ধৰণৰ প্ৰত্যক্ষ সাধুকথা তেওঁ সাজি সাজি কৈছিল। শৰৎ সিংহই পঢ়ি থাকোতে ল'ৰা-ছোৱালীহঁতে দিগদাৰ কৰিলে দৌৰি গৈ চোতালৰ কাষত থকা গছত উঠিও পঢ়িছিল। এনেদৰেই নানান আমোদজনক কাৰ্য্যৰে হাইস্কুলীয়া শিক্ষাৰ অন্ত পৰিছিল।

ইয়াৰ পাছত কলেজত পঢ়িবলৈ গুৱাহাটীলৈ আহিব লগা হ'ল। কাৰণ তেতিয়া অসমত বেছি কলেজ নাছিল। সুৰমা ভেলী এতিয়া বৰাক ভেলী হৈছে তাতো অৱশ্যে এখন কলেজ আছিল। গুৱাহাটীত শৰৎ সিংহৰ চিনাকি নথকাত নিশিনাথ চক্ৰৱৰ্তীয়ে বন্ধু এজনলৈ চিঠি এখন লিখি সিংহদেৱৰ হাতত দিলে। তাত নিশিনাথ চক্ৰৱৰ্তীৰ বন্ধু বেলিৰাম দাসৰ ঠিকনা আছিল। গুৱাহাটী পাই বাছ আস্থানত ইখন বাছেও যাবলৈ মাতে, সিখনেও। তেতিয়া শৰৎ সিংহই ক'লে— 'যি খন বাছে মোৰ এই ঠিকনা মতে পোছাই দিব পাৰিব সেইখনতেই মই যাম' তেতিয়া এখন বাছে সেই ঠিকনা মতে লৈ আনি চেনিকুঠিৰ একেবাৰে ঘৰৰ আগতে নমাই দিলে। গুৱাহাটীত শৰৎ সিংহৰ লোকেল গাৰ্জেন হ'ল বেলিৰাম দাস। সেই সময়ৰ গুৱাহাটীৰ মহাবিদ্যালয়ত পঢ়িবলৈ উজনি, নামনি অসমৰ প্ৰায়বোৰ ঠাইৰে ল'ৰা আহে। উজনি অসমৰ ল'ৰাবোৰ সাধাৰণতে অৱস্থাপন্ন ঘৰৰ হয়। যেনে— চাহ বাগিচাৰ মেনেজাৰ, ডাক্তৰ আদিৰ ল'ৰা। গতিকে তেওঁলোক হোষ্টেলত থাকে। তেতিয়া হোষ্টেলত থাকিবলৈ ৩৫ টকা লাগিছিল। তেতিয়া সেইখিনি বহু টকা। গতিকে কামৰূপ, গোৱালপাৰাৰ পৰা অহা ল'ৰাই সিমানখিনি টকা দিব নোৱাৰি দুই-চাৰিজন ল'ৰা লগ হৈ মেছ কৰি আছিল। শৰৎ সিংহ থকা মেছ আছিল উজান বজাৰত। নাম 'গোৱালপাৰা মেছ'। ইয়াত কটন কলেজত পঢ়া ল'ৰা দহ-এঘাৰ জন একেলগে আছিল। এজনক মেছৰ মেনেজাৰ পাতি দিয়া হৈছিল। এই গোৱালপাৰা মেছত যদিও কামৰূপ গোৱালপাৰাৰ ল'ৰাই বেছি, তথাপি আসন থাকিলে নগাঁও, তেজপুৰ আদিৰ ল'ৰাও ৰখা হৈছিল। মেছৰ যিজন ছাত্ৰ মেনেজাৰ হৈছিল তেওঁ মেছৰ খোৱা-লোৱা খৰচৰ হিচাপ-পত্ৰ ৰাখিছিল। শৰৎ সিংহই সেই সময়ত দহ টকা স্কলাৰশ্বিপ পাইছিল। ঘৰৰ পৰা মনি অৰ্ডাৰ আহে এটকা। এইয়া ১৯৩৫ চনৰ কথা। মেছত তেতিয়া মেনেজাৰে

সদায় এটা নিয়মত খৰচ কৰে। ইয়াৰ হেৰফেৰ হলেই হুলস্থুল হয়। মেছত ৮ টকা ৭৫ পইচা খৰচ হৈছে যদি ভালেই, ৯ টকা হ'লেও মানি লোৱা হয়, কিন্তু ৯ টকা ৪ অনা হলেই খৰচ বেছি হৈছে বুলি প্ৰতিবাদ কৰা হয়। মেনেজাৰজন হ'ল গৱৰ্ণমেন্ট। ছাত্ৰসকল হ'ল বিদ্ৰোহী। মেছবাসীসকল মেনেজাৰৰ বিৰুদ্ধে উঠি-পৰি লাগে। দাইলত কিয় পানী বেছি হ'ল, জলকীয়াত কিয় জ্বলা নাই আদি বিষয় লৈ মেনেজাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰে। 'গোৱালপাৰা মেছ'ৰ পৰা 'ধূমকেতু' নামৰ এখন সাপ্তাহিক আলোচনী ওলায় উকা কাগজত, কাগজত কেৱল ওপৰত চন, তাৰিখ, সংখ্যা আদি লেখা থাকে। যাৰ হাতত আগেয়ে কাগজখন পৰে তেঁৱেই যিকোনো এটা বিষয় বাছি লৈ নিজেই লিখে। ইয়াৰ পাছত যিজন ছাত্ৰৰ হাতত কাকতখন পৰে তেওঁ প্ৰথমে লেখা বিষয়টোৰ ওপৰত হয়তো সমালোচনা কৰে নাইবা, নিজেই কিবা এটা বিষয় লৈ লেখে, এনেদৰে প্ৰত্যেকেই লিখি শনিবাৰে লেখা শেষ হয়, সোমবাৰে 'ধূমকেতু' নামৰ আলোচনী পূৰ্ণ হৈ ওলায়। ইয়াৰ আগতে ৰবিবাৰে এঘাৰজন ছাত্ৰৰ এছেম্বলী বহে। এই মেছটো যেন এখন পুতলা গৱৰ্ণমেন্ট। এজনীয়া গৱৰ্ণমেন্ট। বাকী ছাত্ৰহঁতে যিমানেই বিদ্ৰোহ কৰি নাথাকক, মেছৰ মেনেজাৰে কাণসাৰ নকৰে। নিজে নিজৰ কাম কৰি থাকে। বিধানসভাৰ কাৰ্য্যৰো অৱশ্যে সমালোচনা হয়। শ্বিলঙত বহা এছেম্বলীৰ দৰেই এই এছেম্বলী তেতিয়া চলি থাকে।

মেছৰ শৌচাগাৰটো অলপ দূৰত আছিল, তালৈ যাবলৈ এখন সৰু বাঁহৰ দলং সাজি দিছিল। সেইখন ভাঙিলে মেৰামতিৰ কথাও এই এছেম্বলীত আলোচনা হয়। কাষতে এটুকুৰা কচুৱনি আছিল। এইখনক ফৰেষ্ট ৰিজাৰ্ভ বোলা হৈছিল। এইদৰে মেছত থাকিয়েই চৰকাৰ গঠন, ভঙা-পতা সকলো শিকে। বেলিৰাম দাস এম.এল.এৰ পৰাও বহুত শিকিছিল। মেছলৈ সেই সময়ত প্ৰায়েঁ অম্বিকাগিৰী ৰায়চৌধুৰী ডাঙৰীয়া আহি চিঞৰি-বাখৰি ল'ৰাহঁতক নানান পৰামৰ্শ দিয়ে। এবাৰ তেওঁলোকক ক'লে, 'তোমালোকে গলত কলহ বান্ধি লুইতত জাঁপ দিয়াই ভাল।' ছাত্ৰহঁতে ক'লে, 'কিয় আমি মৰিবলৈ যাম?' তেতিয়া বিদ্ৰোহী কবিয়ে ক'লে, 'ৰেভিনিউ মিনিষ্টাৰ ৰোহিনী চৌধুৰীৰ বিৰুদ্ধে মাত নামাতা কিয়? ভূমি আইন সংশোধন কৰিব লাগে।' তেতিয়া অম্বিকাগিৰী ৰায়চৌধুৰীদেৱ অসম সংৰক্ষণ সভাৰ সভাপতি আছিল। ছাত্ৰহঁতে অৱশ্যেই ৰায়চৌধুৰীদেৱৰ কথা মানি সেইমতেই কাম কৰিলে। কলেজৰ শিক্ষা সাং কৰি সিংহই অভয়াপুৰীত প্ৰথম শিক্ষকতা আৰম্ভ কৰিলে। চাকৰিত মন নবহাত এম.এ. আৰু আইন পঢ়িবলৈ ঠিক কৰিলে, সেই সময়ত ৫০ টকামান হ'লেই বিশ্ববিদ্যালয়ত পঢ়া হৈ যায়। তেওঁৰ সম্পূৰ্ণ সামৰ্থ্য নথকাত পঢ়াৰ ক্ষেত্ৰত মোমায়েক

এজনে সহায় কৰিলে। প্ৰথমে ঢাকালৈ এম. এ. আৰু আইন পঢ়িবলৈ গ'ল তাত এইখিনি পঢ়োতে তিনি বছৰ লাগে। কলিকতাতো তিনিবছৰ। বেনাৰস হিন্দু বিশ্ববিদ্যালয়তহে দুবছৰীয়া কৰ্ছ আছে। শৰৎ সিংহই দুবছৰীয়া কৰ্ছতে নাম লগালে। কিন্তু এম.এ. আৰু আইনৰ পৰীক্ষা একেদিনাই একে সময়তে হয় বাবে অসুবিধা হ'ল। প্ৰথমে ল পৰীক্ষা দি পাছ কৰিলে। অংকত এম.এ. পঢ়িছিল।

বঙাইগাৱঁৰ বীৰঝৰা হাইস্কুলত প্ৰথমে শৰৎ সিংহই সহকাৰী শিক্ষক ৰূপে নিযুক্ত হয়। পিছত হেডমাষ্টাৰ হয়। ইয়াৰ পিছত চাপৰ হাইস্কুললৈ মাতি পঠালে। এই সময়তে নানা আন্দোলনতো শৰৎ সিংহই যোগ দিয়ে। হেডমাষ্টাৰ হিচাপে চাপৰত স্কুলৰ ঘৰ-দুৱাৰ সজাবলৈ ৰাইজৰ পৰা তোলে বৰঙণি হিচাবে ৰাইজে টকা নিদিয়ে। মুৰাপাট বা দুই মোন ধান নাইবা ১০ ডাল বাঁহ, ঢাৰি আদিহে দান দিয়ে। টকা দিয়াটো ডাঙৰ কথা বুলি ভাবে। চৰকাৰৰ সহায় নোপোৱা নতুন স্কুলখনে মেনেজিং কমিটিৰ দ্বাৰা উন্নতি কৰিবলৈ ধৰিলে। ৰাইজৰ বৰঙণিৰে শিক্ষকসকলৰ কাৰ কি দৰমহা হ'ব, শিক্ষকসকলেই ঠিক কৰিলে। বছৰত কিমান সংগ্ৰহ হয়, সেই অনুপাতে হয়তো কেতিয়াবা নিজৰ ভিতৰতে পাঁচ টকাকৈ দৰমহা বঢ়াই লোৱা হয়। তেওঁ স্কুলখনৰ সৈতে আত্মিকভাৱে সিংহ জড়িত হৈ পৰিল। শিক্ষক হৈ থাকোতেও নানা সমাজ সংস্কাৰমূলক কাৰ্য্যত শৰৎ সিংহৰ লগতে সহ শিক্ষক সকলো জড়িত হৈ পৰিল। এজন সহ শিক্ষকৰ নাম গদাধৰ বৰ্মন, তেওঁ আছিল মেলকি (কথাচহকী)। সামাজিক বিবাদ মীমাংসা কৰাত পাকৈত। তেতিয়াৰ দিনত ধুবুৰীৰ কৰ্টলৈ যোৱাৰো বিৰাট অসুবিধা। তেওঁলোকৰ ঠাইৰ পৰা তালৈ যাব লাগিলে ১৪ মাইল খোজকাঢ়িব লাগে। জাহাজেৰে গ'লেও ১৪ মাইল খোজকাঢ়ি আকৌ জাহাজত যাব লাগে। থানাও ১৮ মাইল দূৰৰ, বিলাসীপাৰাতহে। সেইসময়ত শিক্ষকসকলৰ নৈতিক চৰিত্ৰ দেখিলে মদপী-জুৱাৰীও পলাই পত্ৰং দিয়ে। এই শিক্ষকসকলেই ৰাইজৰ বাবে আদালত পাতিলে। শনিবাৰে ক্লাছ বাদ দি হ'লেও গদাধৰ বৰ্মনকে ধৰি শিক্ষকসকলে ৰাইজৰ সমস্যা মীমাংসা কৰিবলৈ ধৰিলে। ইয়াৰ বাবে ফৰ্ম তৈয়াৰ হ'ল। বাদী, বিবাদী, মোকৰ্দমা আদিৰে ফৰ্ম ভৰাই দৰ্খাস্ত দিয়ে। ফলত মংগলবাৰ আৰু বৃহস্পতিবাৰেও এই আদালত বহা হ'ল। গদাধৰ বাবুৰ বিচাৰ কৌশলগত হোৱা বাবে কেছ বেছি আহে। এবাৰ এজন লোকক কোনোৱে ক'লে, 'গদাধৰ বৰ্মনে দিলেই হ'বনে, ধুবুৰীৰ কৰ্টলৈ গৈ কেছ কৰ।' কিন্তু ধুবুৰীৰ মেজিষ্ট্ৰেটেও গদাধৰ বৰ্মনৰ ৰায়েই আচল বুলি ক'লে। এবাৰ এঘৰত জুৱা খেল চলি থকা বুলি শুনি শৰৎ সিংহকে আদি কৰি শিক্ষকসকল খবৰ কৰিবলৈ যোৱাত জুৱাৰীসকল পলাল। এজন

জুৱাৰী গৈ বাৰীৰ পিছফালৰ পায়খানাৰ গাঁতত পৰিল। তেতিয়াৰ পৰা গাঁৱৰ মানুহে সেই জুৱাৰীজনক দেখিলে নাকত ৰুমাল লোৱা হ'ল। এনেদৰেই জুৱাৰীৰ বিৰুদ্ধে শিক্ষকসকল উঠি পৰি লাগিছিল। এবাৰ এঘৰৰ বোৱাৰী এজনীক এজন লোকে অন্যায় কৰি নিছিল। শৰৎ সিংহইঁতে সেই বোৱাৰীজনী লোকজনৰ ঘৰৰ পৰা বিচাৰি উলিয়াই আনি থানাত খবৰ দিলে। খৰ্গেশ্বৰ দাস, শৰৎ সিংহইঁতে এনেদৰেই সমাজৰ সেৱাও কৰিছিল।

**ৰাজনীতিৰ ধাৰা ঃ—** শৰৎ সিংহক ১৯৪৫ চনত এদিন হঠাৎ মহেন্দ্ৰ মোহন চৌধুৰীদেৱে ক'লে, 'বলক গাড়ীত উঠক, আপুনি গুৱাহাটীলৈ যাব লাগে।' তেওঁলোকে ধুবুৰীৰ কংগ্ৰেছৰ বাবে প্ৰাৰ্থী বিচাৰি আহিছিল। শৰৎ সিংহই এতিয়া গুৱাহাটীলৈ যাবলৈ অসুবিধা হ'ব বুলি কোৱা সত্ত্বেও লৈ আনি ১৯৪৬ চনত আনুষ্ঠানিকভাৱে কংগ্ৰেছৰ প্ৰাৰ্থী নিৰ্বাচিত কৰিলে। ইয়াৰ লগে লগে শৰৎ সিংহ এম.এল.এ হ'ল। ১৯৪৫ৰ শেষৰফালে ডিচেম্বৰ মানত জৱাহৰলাল নেহৰু আহি কোকৰাঝাৰত নামিল। সেই সময়ত নেহৰু অসমত কেইবাদিনো থাকি ডিব্ৰুগড়লৈকে গ'ল। ১৯৪৬ চনৰ পৰা শৰৎ সিংহদেৱ এতিয়ালৈকে কংগ্ৰেছতেই আছে। তেওঁ কেতিয়াও দল পৰিবৰ্তন কৰা নাই।

কংগ্ৰেছত সোমাই শৰৎ সিংহদেৱে কৰা প্ৰথম কাম হ'ল জমিদাৰী উচ্ছেদ। গোৱালপাৰাতহে বেছিকৈ জমিদাৰী প্ৰথা আছিল। ইয়াৰ পাছত ১৯৬০ চনত ভাষা আন্দোলন, ১৯৭১ত বাংলাদেশৰ উদ্বোধন আদি। শৰৎ সিংহদেৱে মুখ্যমন্ত্ৰী হিচাপে কৰা কামৰ প্ৰায়ভাগেই ব্যতিক্ৰমধৰ্মী আছিল। প্ৰথমেই হ'ল চাৰ্কিট হাউছত মন্ত্ৰী আহিব বুলি চৰকাৰী কৰ্মচাৰীসকল বাট চাই থকাৰ কথা। এই বাট চাই থকা কাৰ্য্যটো শৰৎ সিংহ মুখ্যমন্ত্ৰী হৈ থকা কালতে বন্ধ হ'ল। কাৰণ এই কথাত চৰকাৰৰ বিভাগবোৰৰ কাৰ্য্যালয়ৰ কাম-কাজত ব্যাঘাত ঘটিছিল। শৰৎ সিংহৰ কাৰ্য্যকালতে এইটো ঠিক হ'ল যে এছ.পি., ডি.চি. কোনো বিষয়াই মন্ত্ৰীক লগ ধৰিবলৈ চাৰ্কিট হাউছলৈ আহিব নালাগে। অফিচত নিজৰ কামত ব্যস্ত থাকিব লাগে। মন্ত্ৰীৰ যেতিয়া যিকোনো এটা বিভাগৰ বিষয়াক দৰকাৰ হ'ব, তেওঁ সেই বিষয়াক নিজে চাৰ্কিট হাউছলৈ মতাই নিব। ইয়াৰ ফলত দেশৰ কামৰ বেছি অগ্ৰগতি হ'ব। অনৰ্থক চাৰ্কিট হাউচত বহি থকাৰ দৰকাৰ নাই।

দ্বিতীয়তে মন্ত্ৰীৰ গাড়ীত যি বিশেষ পতাকা লগোৱাৰ ব্যৱস্থা আছিল, সেই ব্যৱস্থা বন্ধ হ'ল। মুখ্যমন্ত্ৰীয়ে হওঁক বা সাধাৰণ মানুহেই হওঁক ট্ৰেফিক নিয়ম মানি

চলিব লাগিব। মন্ত্ৰী হ'ল বুলিয়েই তেওঁক বাট এৰি দি আন যান-বাহন বন্ধ থাকিব সেইটো নহ'ব।

শৰৎ সিংহৰ দিনত মন্ত্ৰীয়ে নিজে গাঁৱলৈ গৈ গাঁৱৰ মানুহৰ খা-খবৰ লৈছিল। অকল ৰাইজেই যে দিশপুৰলৈ আহিব, মন্ত্ৰীয়ে তেওঁলোকৰ খবৰ ল'বলৈ নাযাব, সেইটো নহ'ব। সেই সময়ত গৃহমন্ত্ৰী আছিল হিতেশ্বৰ শইকীয়া। শইকীয়া আছিল গাঁৱলৈ গৈ সকলো আয়োজন কৰাত সিদ্ধহস্ত। গাঁৱত খবৰ দি, কথা-বতৰা পাতি অস্থায়ী কেম্প কৰিছিল। লগত যোৱা ছিকিউৰিটিয়ে তৎক্ষণাত লগত লৈ যোৱা কেনভাছ কাপোৰৰ বাথৰুম সাজে, চিপৰাঙেৰে গাঁত খান্দি অস্থায়ী পায়খানা সাজে, তেওঁলোক ঘূৰি আঁহোতে এনেদৰে মাটিৰে পূৰ কৰি ঠাই সমান কৰি আহে যে তাত পায়খানা সজাৰ চিনেই নাথাকে। লগত লৈ যোৱা চাউল, চাহপাত, বিস্কুট আদিৰে চলি যায়। কলপাতত ভাত খায়। ৰাতি স্কুলঘৰৰ কেম্পত থাকি পুৱাতে গাঁৱৰ যিকোনো এঘৰ সাধাৰণ মানুহৰ দুৱাৰত টোকৰ মাৰে। এইদৰে মাতে, 'বৰুৱা উঠক উঠক' মুখ্যমন্ত্ৰী আহিছে, গৃহস্থই ভাবে কিনো এই ৰাতিপুৱাই মুখ্যমন্ত্ৰী আহিল? দুৱাৰ খুলি দেখে যে সঁচাই মুখ্যমন্ত্ৰী। তেতিয়া উথপথপ লগায়। শৰৎ সিংহই কয় যে তেওঁলোকক বহিবলৈ চকী নালাগে। চোতালত ঢাৰি দুখনমান পাৰি দিলেই হ'ব। দোকানলৈ গৈ ৰসগোল্লা, সন্দেশ আদি আনিলে নাখাও বুলি কৈ মন্ত্ৰীসকলে লগত লৈ যোৱা বিস্কুট, চেনি, চাহপাতৰেই নিজেও চাহ খায়, ৰাইজকো খুৱায়। চাহ খাই উঠি ৰাইজৰ দুখ-দুৰ্দশাৰ বাতৰি লয়, ইয়াৰ ফলত তেওঁলোকৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক দিশ মজবুত হয়।

ৰাজনৈতিক দিশ হ'ল, মন্ত্ৰী হ'ল বুলিয়েই সাধাৰণ মানুহৰ ঘৰলৈ নাযাব, ৰাইজেহে আহিব মন্ত্ৰীক বিচাৰি এই ভাব যাতে নাহে। সামাজিক দিশ হ'ল, সৰ্বসাধাৰণ লোকৰ সৈতে একেখন চোতালতে বহি আলোচনা কৰিলে ৰাইজে মন্ত্ৰীৰ সৈতে একাত্ম হ'বলৈ সুবিধা পায়। সাংস্কৃতিক দিশ হ'ল— ৰাইজ আৰু মন্ত্ৰীৰ মাজত ভিন-পৰ নথকা মানসিকতা।

শৰৎ সিংহ মুখ্যমন্ত্ৰী হৈ থাকোতে বিৰোধী দলৰ নেতা আছিল দুলাল বৰুৱা, ৰেণুকা দেৱী বৰকটকী, গোলাপ বৰবৰা আদি। এবাৰ প্ৰধানমন্ত্ৰী মোৰাৰজী দেশাই গুৱাহাটী হৈ মেঘালয়লৈ যাব। তেতিয়া দেশাইক ব্ৰেকফাষ্টত কি খুৱাব এই লৈ কংগ্ৰেছ অফিচত হুলস্থুল লাগিল। দিল্লীলৈ ফোন কৰিলে। শেষত উত্তৰ আহিল যে তেখেতে গুৱাহাটীত ব্ৰেকফাষ্টত মাত্ৰ এগিলাচ ডাবৰ পানী খাব। শেষত মোৰাৰজী

দেশাই আহিলত দুলাল বৰুৱাইঁতে দেশাইক ক'লে যে মুখ্যমন্ত্ৰীয়ে আপোনাক 'ইন্দিৰা ভৱনলৈ নিব।' ১নং গেষ্ট হাউছটোকে ইন্দিৰা ভৱন বুলি কৈছিল। মোৰাৰজী দেশায়ে তেতিয়া ক'লে যে এগিলাচ ডাবৰ পানী খাবলৈ তেওঁ গেষ্ট হাউছলৈ নাযায়। বৰঝাৰ বিমানকোঠাৰ পৰা শৰৎ সিংহ, দুলাল বৰুৱাইঁতে তেওঁক আদৰি আনি বৰ্তমান মহাগাণনিক কাৰ্য্যালয়ৰ ওচৰত থকা হেলিপেডত এৰোপ্লেনেৰে নমালেহি। ইয়াৰ পৰা আকৌ ১নং গেষ্ট হাউছ দেখা যায়। সেই গেষ্ট হাউছলৈ আঙুলিয়াই মোৰাৰজী দেশাইয়ে শৰৎ সিংহক সুধিলে "কিয় আপোনালোকে এই গেষ্ট হাউছৰ নাম 'ইন্দিৰা ভৱন' দিছে?" তেতিয়া শৰৎ সিংহই দুলাল বৰুৱাইঁতৰ ফালে দেখুৱাই ক'লে যে তেওঁলোকেহে এই নাম দিছে। সি যি কি নহওঁক, প্ৰধানমন্ত্ৰীৰ গাড়ীত মুখ্যমন্ত্ৰীহে যাব পাৰে, বেলেগে নোৱাৰে, সেইবাবে শৰৎ সিংহই ড্ৰাইভাৰক জনতা ভৱনলৈ দিশপুৰৰ কোৱাৰ্টাৰৰ মাজেদি গাড়ী নিবলৈ ক'লে। তেওঁ মোৰাৰজী দেশাইক দেখুৱাই গৈ থাকিল ঃ এইয়া সচিবালয় আৰু এই কোৱাৰ্টাৰবোৰ যে দেখিছে ইয়াত মন্ত্ৰী, কৰ্মচাৰী, থাৰ্ড গ্ৰেড, ফৰ্থ গ্ৰেড আদি সকলো লগালগিকৈ থাকে আৰু ময়ো ইয়াতে থাকো, আপুনি যদি অনুগ্ৰহ কৰি মোৰ কোৱাৰ্টাৰত এখোজ দি যায় আনন্দিত হম।" মোৰাৰজী দেশাই মান্তি হ'ল। শৰৎ সিংহই তেওঁৰ ৰুম দেখুৱালে। এখন সাধাৰণ বিছনা, পঢ়া-শুনা কৰা এযোৰ চকী-মেজ। মোৰাৰজী দেশায়ে তেওঁক সুধিলে, 'আপোনাৰ পৰিয়াল ক'ত থাকে'? শৰৎ সিংহই উত্তৰ দিলে 'তেওঁলোক মোৰ ঘৰত থাকে। ইয়াত কিয় নাৰাখে বুলি সোধাত উত্তৰ আহিল যে 'If they live here they will be corrupted'। গান্ধীবাদী মোৰাৰজী দেশায়ে এই কথা শুনি বৰ ভাল পালে। দুলাল বৰুৱাইঁত সেইসময়ত মন্ত্ৰীৰ গাড়ীৰ পিছে পিছে আহি আছিল। এই শৰৎ সিংহৰ কোৱাৰ্টাৰত সোমোৱা দৃশ্য দেখি মূৰে কপালে হাত দি ভাবিলে, 'আমাৰ প্লেন সব বৰবাদ'।

কংগ্ৰেছ অধিবেশন বহাৰ আয়োজন চলিল। যুব কংগ্ৰেছৰ সদস্য ১০ হেজাৰ আহিব। এই ডাঙৰ অধিবেশন পাতিবলৈ হ'লে চৰকাৰৰ সহায় লাগিবই। সেই দিশ ভাবিয়েই ভেটেৰেনাৰী বিভাগক অধিক গাখীৰ উৎপাদন কৰিবলৈ দিয়া হ'ল। কাৰণ আঠ হেজাৰৰ অধিক মানুহ হ'ব। আদৰণী সমিতিয়ে দুই হেজাৰৰ আয়োজন কৰিছিল। গতিকে শাক-পাচলিও অধিক উৎপাদন কৰিবৰ বাবে কৃষি বিভাগক দায়িত্ব দিলে। যুব কংগ্ৰেছৰ সদস্যক থকা ঘৰো লাগিব। সেইমতে এ. পি. বেটেলিয়নক অস্থায়ী ঘৰ সজাৰ দায়িত্ব দিয়া হ'ল। পি.ডব্লিউ.ডি.ক বাট-পথ মেৰামতি কৰিবলৈ দিয়া হ'ল। তেতিয়া শৰৎ সিংহৰ বিৰুদ্ধে অভিযোগ উঠিল। হম মিনিষ্টাৰৰ হাতত অভিযোগনামা

দাখিল কৰাৰ আগেয়েই শৰৎ সিংহই উত্তৰ লৈ গৃহ মন্ত্ৰীৰ ওচৰলৈ গৈ ক'লে 'যেতিয়া এখন অধিবেশন হ'ব, ইয়াত জনসমাগম হ'ব। অধিক গাখীৰ, শাক-পাচলিৰ দৰকাৰ হ'লে অভাৱ হ'ব, বস্তুৰ ভয়ানক দাম হ'ব, গতিকে আগতেই সাৱধান হৈ বিভাগবোৰক সকীয়াই দিয়া হৈছে, নহ'লে অধিবেশনৰ সময়ত গণ্ডগোলহে হ'ব, লাঠী চাৰ্জ হ'ব। এনে পৰিস্থিতিৰ সৃষ্টি হোৱাটো ভাল হ'বনে? আগতেই ঠিকঠাক কৰাটো ভাল হ'ব।' গৃহমন্ত্ৰীয়ে দেখিলে হয় শৰৎ সিংহই উচিত কথা কৈছে। এছেম্বলী বহিল। অভিযোগ কৰাসকলে ভাবিলে শৰৎ সিংহই কি যাদুমন্ত্ৰ কৰিলে? উপায় নাপাই তেওঁলোকে এইবাৰ বিভাগীয় বিষয়াসকলকে ধৰিলে। চৰকাৰৰ যিসকল বিষয়া এই ৰাজনৈতিক কাৰ্য্যত জড়িত আছিল তেওঁলোকৰ বিৰুদ্ধে আৰু সিংহৰ বিৰুদ্ধে। কিন্তু শৰৎ সিংহই নিজে দোষ মূৰ পাতি লৈ ক'লে যে, 'বিষয়াসকলৰ কি দোষ, মই-দিয়া আদেশ মতেহে তেওঁলোকে কাম কৰিছে? সেই সময়ত গোলাপ বৰবৰাহঁতৰ চৰকাৰ হ'ল। শৰৎ সিংহ হাৰিল। শৰৎ সিংহই ক'লে, লিখিত আদেশ বা মৌখিক আদেশ যিয়েই বিষয়াসকলক দিছিল তাৰ বাবে তেঁৱেই দায়ী। শৰৎ সিংহৰ জীৱনৰ এইয়া এক স্মৰণীয় মুহূৰ্ত। যেতিয়া তেওঁ কৰ্টত থিয় হৈ সকলো বিষয়াৰ দোষ নিজে মূৰ পাতি লৈছিল। পিছত বিষয়াসকলে কৈছিল, 'আপোনাৰ তলত আমি নিৰাপদ'। শৰৎ সিংহই এনেদৰেও ক'ব পাৰিলেহেঁতেন যে বিষয়াসকলে তেওঁক ভুল পথে পৰিচালিত কৰিছিল।

এতিয়া উল্লেখ কৰো অসম-মেঘালয় বিভাজন হোৱাৰ কথা। বিভাজন হোৱাৰ পিছত একেখন চহৰ শ্বিলঙতে দুয়োখন ৰাজ্য কেনেকৈ থাকে? মন্ত্ৰীসকলৰ মাজত যদিও বুজাপৰা আছিল, কিন্তু তেওঁলোকৰ চাপৰাচিয়ে চাপৰাচিয়ে কাজিয়াও হয়, মাৰপিটো লাগে। গৌৰীশংকৰ ভট্টাচাৰ্য্য আদিয়ে তেতিয়া ক'লে যে আমি তম্বু তৰি হ'লেও ৰাজধানী গুৱাহাটীলৈ নিবই লাগে। ১৯৭২ চনৰ জুনৰ ৭ তাৰিখে বহা বাজেট অধিবেশনেই অসম বিধান সভাৰ শেষ অধিবেশন হ'ল শ্বিলঙত। পৰৱৰ্তী মাৰ্চ মাহৰ ১৬ তাৰিখে গুৱাহাটীতে বাজেট অধিবেশন বহে। তেতিয়া মাধ্যম আন্দোলনৰ বাবে অসম উত্তাৱল হৈ উঠিছিল। ১৯৭৪ চনত ৰাজধানী স্থানান্তৰ হয়। ১৮৭৪ চনত ৰাজধানী শ্বিলঙত স্থাপন কৰিছিল। ইয়াৰ ঠিক এশ বছৰ পিছত ৰাজধানী দিশপুৰলৈ আহিল।

এতিয়া জনতা ভৱনৰ কথা অলপ আছে। এই ভৱন জনতাৰ বাবে দূৰ-দূৰণিৰ পৰা মানুহ কামত আহে। সচিবালয়, পিয়ন, দাৰোৱানসকলে বাৰে বাৰে মন্ত্ৰীসকল

সোমালে চেলুট কৰিব লাগে। শৰৎ সিংহৰ দিনত সকলোৰে সুবিধা হোৱাকৈ চাপৰাচিৰ কাৰণে মন্ত্ৰীৰ ৰুমৰ সৈতে ভিতৰতে ৰুম বনাই দিয়া হ'ল। এতিয়া অৱশ্যে সেই ব্যৱস্থা নাই। ভবামতে কাম নহ'ল। সেই সময়ত দূৰ-দূৰণিৰ পৰা অহা জনতাৰ সেৱাৰ বাবে ৰিচিপচনিষ্টৰ ব্যৱস্থা হ'ল। গাঁৱৰ পৰা অহা লোকে যাতে আচহুৱা পৰিবেশত নপৰে তাৰ বাবে বিভিন্ন জনগোষ্ঠীয় গাভৰু, বিভিন্ন পোছাকত পৰিলক্ষিত হ'ল। বড়ো ছোৱালী বড়ো পোছাকত, কাৰ্বি ছোৱালী কাৰ্বি পোছাক, মেখেলা-চাদৰ, শাৰী আদিৰে শুৱনি ৰিচিপচনিষ্ট। যি সম্প্ৰদায়ৰ লোকে কাম লৈ জনতা ভবনলৈ আহিব সেই সম্প্ৰদায়ৰ পোছাকৰ ছোৱালী দেখিলে নিজৰ যেন অনুভৱ কৰি তেওঁলোকৰ সহজ হ'ব।

জনতা ভৱন ফখৰুদ্দিন আলি আহমেদে উদ্বোধন কৰাৰ কথা। অসমৰ দহখন জিলাৰ দহগৰাকী গাভৰুৱে তেওঁক আদৰিলে। ভৱন উন্মোচনৰ আগতে এই গাভৰুসকলক প্ৰশিক্ষণ দিছিল তিনিদিনমান। যি কৰিডৰেদি ফখৰুদ্দিন আলি আহমেদ যাব তাত এজনীয়ে ৰোল কৰা কাৰ্পেট পাৰি দিলে, এজনীয়ে মন্ত্ৰণা ভৱনৰ আগত থিয় হৈ তেওঁক আদৰিলে। কেবিনেট ৰুমৰ তলা এজনীয়ে খুলিলে। এজনীয়ে মন্ত্ৰীসকলৰ লগত পৰিচয় কৰাই দিলে। মন্ত্ৰীসকলৰ আলোচনা হোৱাৰ আগতে কেবিনেট ৰুমৰ বাহিৰত নীলা লাইট জ্বলে, আলোচনা হৈ থাকিলে ৰঙা লাইট জ্বলি থাকে। মন্ত্ৰীসকলৰ কাষত থৈ অহা ছোৱালীজনীয়ে আকৌ ৰাষ্ট্ৰপতিক সভাকক্ষলৈ লৈ যাহে, জনতা ভৱনৰ দ্বাৰ উদ্বোধন কৰা চাবি দিয়ে আৰু মুখ্যমন্ত্ৰীক অৰ্পণ কৰিবলৈ কয়। ৰাইজক দুআষাৰ ক'বলৈও কয়। এনেকৈয়ে জনতা ভৱনৰ দুৱাৰ মুকলি হয়। এই সকলো কাম শৰৎ সিংহ মুখ্যমন্ত্ৰী থকা কালতে হৈছিল। জনতা ভৱনৰ সন্মুখৰ মহাত্মা গান্ধীৰ মূৰ্তিৰ আগৰ ফলকত লেখা আছে 'ফাউণ্ডেচন আনফাৰ্লড বাই এ হৰিজন'। এই হৰিজন জন আছিল চতুৰাম দাস। ৰাষ্ট্ৰপতিৰ উপস্থিতিত হৰিজন চতুৰাম দাসে এই মূৰ্তিৰ উদ্বোধন কৰিছিল। ইয়াৰ বহু পিছত চতুৰাম দাসে এবাৰ শৰৎ সিংহক কৈছিল যে তেওঁৰ নামটো তাত নাথাকিল। তেতিয়া উত্তৰত বাতৰি-কাকতত শৰৎ সিংহদেৱে এটা প্ৰবন্ধ লেখিছিল। 'সৰু মানুহৰ নাম নাই' আৰু বুজাইছিল যে গুৱাহাটী মেডিকেল কলেজ সিংহৰ দিনত উদ্বোধন কৰিছিল কিন্তু তাততো নাম লিখা নাছিল। এতিয়াৰ মহেন্দ্ৰ মোহন চৌধুৰী হাস্পতালৰ ৰোগী এজন অনাই আচলতে উদ্বোধন কৰিছিল। এইয়া আছিল শৰৎ সিংহ মুখ্যমন্ত্ৰী হৈ থকা কালৰ ব্যতিক্ৰম বা নতুনত্ব। মুখ্যমন্ত্ৰীৰ উপস্থিতিহে আছিল, কিন্তু, সকলো শুভ কাম জনতাৰ দ্বাৰাই কৰাইছিল। বিহু সন্মিলন উদ্বোধন কৰিবলৈ মাতিলে শৰৎ সিংহ

নিজে উপস্থিত থাকি উদ্যোক্তা এজনৰ নাম কৈ তেওঁ উদ্বোধন কৰিব বুলি কয়। জনতা ভৱনত দুৱাৰৰ সৌফালে ফলকত আজিও লেখা আছে যে 'দশকন্যাৰ দ্বাৰা জনতা ভৱনৰ দ্বাৰ উন্মোচন হৈছে।'

শৰৎ সিংহ মুখ্যমন্ত্ৰী হৈ থকাকালত বহু আন্দোলনৰ সম্মুখীন হ'ব লগা হৈছিল, ইয়াৰে এটা হ'ল 'মাধ্যম আন্দোলন'। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অসমীয়া আৰু ইংৰাজী দুয়োটা বিভাগেই আছে। মেঘালয়, অৰুণাচল, নাগালেণ্ড, মণিপুৰ আদিৰ ছাত্ৰ-ছাত্ৰীৰ বাবে ইংৰাজী আৰু আমাৰ অসমীয়া ছাত্ৰ-ছাত্ৰীয়ে নিজে অসমীয়া শিকিবলৈ মন নকৰিলে তেওঁলোককতো আৰু জোৰকৈ অসমীয়া জাপি দিব নোৱাৰি। তথাপি চৰকাৰে পৰাজয় বৰণ কৰিলে অসমীয়া মাধ্যম হ'ল। কিন্তু এতিয়া অসমীয়া পাঠ্যপুথিতো ইমান নাই। ইংৰাজীৰ পৰা অসমীয়ালৈ ভাঙনি কৰিবলৈ দিয়া হ'ল। দহ বছৰ সময়ো দিলে। কিন্তু ১৯৯২ চনলৈকেও অনুবাদ কৰা শেষ নহ'ল। শেষত আকৌ আগৰ দৰে দুয়োটা মাধ্যমেই থাকিল। এতিয়া আন্দোলন কৰাসকলৰ ল'ৰা-ছোৱালীয়েই বাহিৰলৈ পঢ়িবলৈ যায়। কিন্তু আমাৰ বিশ্ববিদ্যালয় দুখনো দিল্লী, পুনে আদিৰ বিশ্ববিদ্যালয়ৰ দৰে উন্নত কৰি ল'বলৈ যত্ন নকৰে। শৰৎ সিংহদেৱে ইয়াকেহে বিচাৰে, কিন্তু তেওঁৰ কথা শুনোতা কোনো নাই।

ইয়াৰ পিছত অসমত অসমীয়া ৰাজ্য ভাষা হ'ব লাগে বুলি আন্দোলন হ'ল। শেষত যেতিয়া ৰাজ্যভাষাৰ বিল গৃহীত হ'ল এতিয়াও দেখোন কাৰ্য্যালয়ত কাম-কাজবোৰ ইংৰাজীতে চলি আছে। অকল দৰ্খাস্তখন অসমীয়াত লিখিলেতো নহ'ব। অকল ভাষাতো অসমীয়া কৰিলে কি হ'ব? আজিকালি অসমৰ বেছিভাগ কলেজৰ ছাত্ৰীয়ে মেখেলা-চাদৰ নিপিন্ধে। জিন্সৰ পেন্ট-টপ, কিছু কলেজতহে চেলোৱাৰ-কামিজ। চুট-টাই পিন্ধি অসমীয়াৰ অস্তিত্ব ৰক্ষা কৰা এই সকলেই আন্দোলন কৰা নাছিলনে? এইবোৰ কথা লৈ শৰৎ সিংহই যথেষ্ট আন্দোলন কৰে।

শৰৎ সিংহৰ দিনত জনতা ভৱনলৈ অহা সকলক কামৰ কথা শুনি হ'ব বা নহ'ব খাৰাংখাচৃকৈ উত্তৰ দিছিল। পৰৱৰ্তী কালত জনতা ভৱনত সোমোৱাৰ কঠোৰ নিয়ম-নীতি বান্ধি দিলে। আগৰ উদ্দেশ্য সিদ্ধি নহ'ল। শৰৎ সিংহৰ দিনত জনতা ভৱনৰ চৌহদ, এয়াৰ কণ্ডিচন কৰাৰ দৰে অনেক গছ-গছনি ৰুই শীতল কৰিছিল। এতিয়া নতুনকৈতো ৰোৱা নাইয়েই, আগৰ খিনিও কাটিছেহে। বিধায়কৰ বাবে দিশপুৰত যিবোৰ ঘৰ সজা হৈছিল সেইবোৰ সৰু যদিও শাক-পাচলি ৰোৱাৰ বাবে তাত ঠাই আছিল। ৰাজ্যমন্ত্ৰী তেতিয়াৰ বিজয় শৰ্মাৰ কোৱাৰ্টাৰতো শাক-পাচলি ৰুইছিল। এজন

মন্ত্ৰীৰ কোৱাৰ্টাৰত ভিন-ভিন জাতীয় ফলগছ ৰুই যেনেকৈ গাঁৱৰ ঘৰত থাকে তেনেদৰে আছিল। উদ্দেশ্য আছিল গাঁৱৰ মানুহ আহিলে অনুভৱ কৰে যে আমাৰ মন্ত্ৰীসকলো আমাৰ নিচিনা ঘৰতেই থাকে।

বৰ্তমান চৰকাৰে প্ৰচাৰ চলাইছে, ৰাইজৰ পদূলিলৈ চৰকাৰ লৈ যাব লাগে। চৰকাৰৰ মানুহ ঘৰে ঘৰে গৈ ৰাইজৰ কি অভাৱ-অনাটন আছে সুধিব। কিন্তু সেই দৰ্খাস্তসমূহ বোজা কৰি আনি বন্ধাতে থাকিল, কাম নকৰিলে। ৰাইজৰ পদূলিলৈ চৰকাৰ গ'লে নিয়মমতে কাম হ'ব লাগে। দলংখনকে মেৰামতি কৰা হ'ল বা স্কুলঘৰটোকে ভাল কৰি দিলে। ৰাইজৰ দাবী অৱশ্যে বহুত। কাম কৰিব পাৰিলে ভালহৈ, নোৱাৰিলেও মন্ত্ৰী, বিধায়ক চুবুৰিলৈ আহি খা-খবৰ কৰিলে মন ভাল হয়। বিষয়া পঠালে সেইটো নহয়।

জমিদাৰী উচ্ছেদৰ কামো হৈছিল। গোৱালপাৰাতহে জমিদাৰী প্ৰথা আছিল। তেওঁলোকৰ মাটি বহুত, ইয়াৰ তুলনাত চৰকাৰক খাজনা কম দিয়ে। চৰকাৰে ঠিক কৰিলে যে আন ঠাইৰ দৰে জমিদাৰ সকলৰ মাটিও চৰকাৰৰ অধীনলৈ আনিব লাগে কিন্তু জমিদাৰী উচ্ছেদ আইন হৈ যোৱাৰ পাছতো কিছু আঁসোৱাহ বৈ গ'ল। যিসকলৰ ২০০ বিঘাৰ ওপৰ মাটি আছে তেওঁলোকক আনৰ সমপৰ্য্যায়ৰ কৰিবৰ কাৰণে এজন মানুহৰ ৫০ বিঘা মাটিয়েই যথেষ্ট বুলি কংগ্ৰেছে তৎকালীন চিলিং আইন কৰি ডাঙৰ খেতিয়কসকলৰ মাটি অধিগ্ৰহণ কৰিলে। চহৰতো মানুহৰ পাঁচ বিঘালৈকে মাটি নথকা নহয়। আৰবান চিলিং এক্টো কৰিলে যদিও বিশেষ সফল নহ'ল। কাৰণ চহৰতো এজন মানুহে কুকুৰৰ নামতো মাটি ৰাখিলে। ভূমি নীতি সম্পূৰ্ণ সফল নহয় যদিও শৰৎ সিংহৰ দিনতে যথেষ্ট চেষ্টা চলাইছিল সংশোধন কৰিবলৈ।

শৰৎ সিংহৰ সময়ত চৰকাৰে নিয়োগ নীতি সম্বন্ধেও চেষ্টা চলাইছিল। ৰাজধানী দিশপুৰ নিৰ্মাণৰ ঠিকা কামবোৰ টেকনিকেল কাম বাদ দি নিবনুৱা সকলৰ মাজত ভগাই দিছিল।

শৰৎ সিংহৰ দিনতে এখন সুখী সুস্থ আদৰ্শ গাঁও তৈয়াৰ কৰিবলৈ কৃষি নিগম (এগ্ৰিকালচাৰ কৰপৰেচন) গঠিত হ'ল। সেই গাঁৱত প্ৰয়োজনীয় লোণ-তেল আদি সমবায় সমিতিৰ জৰিয়তে চৰকাৰেই যোগান ধৰিলে। খেতিৰ উৎপাদিত শস্যও চৰকাৰী গাড়ীৰেই আনি চহৰত বেচাৰ ব্যৱস্থা কৰিলে। পিছত আগৰ চৰকাৰ ভঙাত অৱশ্যে এই নিয়মো কাৰ্য্যকৰী নহ'ল। গাঁৱৰ মানুহৰ কাৰণে যদিও বেংক ৰাষ্ট্ৰীয়কৰণ কৰা হৈছিল, কিন্তু আমাৰ মানুহে বেংকৰ কথা বুজি নাপায়। সেইবাবে অসমত ৬৬৩

খন পঞ্চায়ত পতা হ'ল। প্ৰত্যেকখন গাঁও পঞ্চায়তত একোখনকৈ সমবায় সমিতি গঠন কৰা হ'ল। যদি কোনোৱে চৰকাৰৰ পৰা ঋণ ল'ব খোজে সেই ব্যৱস্থাও সমবায় সমিতিয়ে কৰি দিয়ে। সমবায় সমিতিৰ সদস্য হ'বলৈ ১১ টকাকৈ দিব লাগে। ৰাজ্যখনেই এখন সমবায় ৰাজ্যত পৰিণত হ'ল। কিন্তু নতুন চৰকাৰ আহিয়েই এই ব্যৱস্থাসমূহ উঠাই দিলে, কাৰণ ব্যৱসায়ৰ লগতো কথা আছে, ফাঁচী বজাৰৰ বেপাৰীয়ে সকলো ব্যৱসায় কিনি ল'ব পাৰে। ধৰি লোৱা যাওঁক তিনিখনমান ৰে'লত চেনি আহিছে। সেই চেনিৰ বাবে ব্যৱসায়ীয়ে ৰে'লৰে ক্লাৰ্কক ঘোচ দি পাৰ্মিট আদি কাগজ-পত্ৰ লুকুৱাই থয়। চৰকাৰে সুধিলে কয়, 'পৰীক্ষা কৰিবই পৰা নাই বস্তুখিনি'। কাগজ-পত্ৰ বণ্ডাইগাঁৱতে নে আন কৰবাতে থাকিল বিচাৰি পোৱা নাই। ব্যৱসায়ীয়ে বহুত বেছি দামত চেনি বজাৰত বেছি যেতিয়া লাভ লৈ যায়, তেতিয়াহে কাগজপত্ৰ উলিয়াই দিয়ে। ইয়াৰ পিছত চৰকাৰে Statefedৰ জৰিয়তে ফাঁচী বজাৰৰ বেপাৰীৰ সৈতে প্ৰতিযোগিতা কৰিলে, কিন্তু Statefedৰ কৰ্মচাৰীক ২০ হাজাৰ মানকৈ টকা দি তেওঁলোকৰ সকলো মাল ফাঁচী বজাৰৰ ব্যৱসায়ীয়ে কিনি ল'লে। প্ৰফুল্ল মহন্ত চৰকাৰৰ দিনত চল্লিশজন ডেকা ল'ৰাক পাৰ্মিটেই দিলে। চাউল আনিবলৈ। এই চল্লিশখন পাৰ্মিটেই ব্যৱসায়ীয়ে কিনি ল'লে এইবোৰেই শৰৎ সিংহদেৱৰ চৰকাৰ চলোৱাৰ তিক্ত অভিজ্ঞতা।

যেতিয়া মোৰাৰজী দেশাই বিত্তমন্ত্ৰী আছিল, তেতিয়া নবীনসকলে ভাৰতীয় অৰ্থনীতিৰ পৰিবৰ্তন বিচাৰিছিল। আগতে বিৰলা, টাটাৰ দৰে ব্যৱসায়ীয়েহে বেংকত টকা থ'ব পাৰিছিল। সেইবাবে সমাজৰ কল্যাণৰ বাবে ছ'চিয়েলাইজেশ্বনৰ ব্যৱস্থা হ'ল। সেই সময়ত ইন্দিৰা গান্ধী প্ৰধানমন্ত্ৰী। তেওঁ ৰাতিৰ ভিতৰতে ১৪টা বেংক ৰাষ্ট্ৰীয়কৰণ কৰিলে। তৰুণ তুৰ্কী দল আৰু জ্যেষ্ঠসকলে তেতিয়া ইন্দিৰা গান্ধীক সমৰ্থন কৰিলে। আচলতে ইন্দিৰা গান্ধীয়ে নিজক ক্ষমতাত অধিষ্ঠিত কৰি ৰাখিবৰ কাৰণেহে এই ব্যৱস্থা লৈছিল। কংগ্ৰেছৰ মাজত যি আভ্যন্তৰীণ গণতন্ত্ৰ আছিল তাত কেৰোণ লাগিল। অৱশ্যে শৰৎ সিংহ আদিৰ বাবে কংগ্ৰেছ আইৰ সৈতে বিদ্ৰোহৰ মূল কাৰণ পৰিবাৰ তন্ত্ৰ। জুলফিকৰ আলি ভূট্টোৰ পিছত বেনজিৰ ভূট্টোৰ দৰে Dynasty Rule আমাৰ ভাৰততো পকা হৈ গ'ল। জৱাহৰ লাল নেহৰুৰ পিছত ইন্দিৰা গান্ধী, পিছত পুতেক ৰাজীৱ গান্ধী আকৌ বোৱাৰী ছোনিয়া গান্ধী। ভাৰতৰ বোৱাৰী হোৱা সত্ত্বেও তেওঁ ভাৰতীয় নাগৰিক হোৱা নাছিল, কিন্তু ৰাজীৱ গান্ধীৰ পিছত ৰাজনীতিত সোমোৱাৰ বাবে ছোনিয়া গান্ধীয়ে ভাৰতীয় নাগৰিকত্ব লৈ ল'লে।

মহাত্মা গান্ধীৰ যেনেকৈ তেওঁৰ জীৱনেই বাণী আছিল, তেনেকৈ শৰৎ সিংহ দেৱো গান্ধীৰ বাণীৰেই আজিও উদ্ভাসিত হৈ আছে। কংগ্ৰেছ আইৰ কিন্তু কথা এটা, কাম হ'ল অন্য এটা। শৰৎ সিংহৰ ৰাজনৈতিক নীতি আদৰ্শৰ মূল হৈছে মহাত্মা গান্ধী। গান্ধীৰ অস্ত্ৰ হ'ল সত্য আৰু অহিংসা। মাতৃয়েও একমাত্ৰ পুত্ৰ বুলিয়েই বা স্বাভাৱিক মাতৃস্নেহৰ তাড়নাতে পুত্ৰক লেখি পঢ়ি থাকোতে ভাত-চাহ সময় মতে যোগান ধৰিছিল। পৰৱৰ্তী কালত শৰৎ সিংহৰ জীৱনত এই সাহচৰ্য্যই সাঁচ বহুৱাই গৈছিল।

শৈশৱত পূজা আৰু বিহুৱেও শৰৎ সিংহদেৱৰ মনত জাতীয় সংস্কৃতিৰ প্ৰভাৱ পেলাইছিল। তেতিয়া অৱশ্যে জাতীয় কি শৰৎ সিংহদেৱে বুজা নাছিল। বিহু বা বিচুৱাত তেওঁলোকে পথাৰলৈ গৰুৰ পাল লৈ আহি পথাৰত মেলে। ইখন গাঁও, সিখন গাঁওৰ মাজত প্ৰতিযোগিতাও হয়, কাবাদী খেলে। সেইদিনা এছাৰিৰে গৰুক মাৰিব নোৱাৰে। দীঘলতি পাতেৰে কোবোৱা হয়। নানা ঔষধি গছ যোগাৰ কৰি আনি লুৰা কৰি ঘৰৰ চালত গুঁজি থয়। বাঁহকা তিতা, নিম তিতা আদি খায়। চ'তৰ ৩০ তাৰিখৰ পৰা ব'হাগৰ ৬ তাৰিখলৈ শৰৎ সিংহৰ গাঁৱত বহুত মেলা হৈছিল। বগৰীবাৰীৰ মেলা, ভৈৰৱ থানৰ মেলা, বুঢ়া-বুঢ়ীৰ থানৰ মেলা আদি। এইবোৰ মেলালৈ গৈ ফূৰ্তি কৰি এনেকৈয়ে বিহু পাৰ কৰিছিল।

শৰৎ সিংহদেৱৰ জীৱনৰ ধাৰাই ত্যাগৰ ধাৰা। তেওঁলোকৰ গাঁৱত পৰস্পৰৰ মিলা-প্ৰীতি, ইজনে-সিজনক সহায় কৰা আদি আছিলেই। গতিকে কি ভোগ কি ত্যাগ সিংহদেৱে বুজি পোৱা নাছিল। গাঁৱত খেতি কৰোতেও কৰোবাৰ খেতি পিছ পৰিলে সাউৰি দি সেই খেতি আনৰ সমপৰ্য্যায়লৈ আগবঢ়াই নিয়ে।

আগতে স্বাধীনতা সংগ্ৰামৰ সময়ত আমাৰ বহুতো লোক জেললৈ গৈছিল। গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মাও জেললৈ গৈছিল। পৰিয়ালটো ঘৰতে এৰি, তেওঁলোকৰ কাৰণে একো ৰচদ-পাতি এৰি যোৱা নাছিল, ভলণ্টিয়াৰসকলে লগলাগি সেই পৰিয়ালক অলপ-চলপ সহায় কৰিছিল। লক্ষীধৰ বৰা জেললৈ গৈ জেলৰ পৰা চিঠি লিখে, ঘৰৰ কাৰণে তোমালোকে অলপ কৰিবা। দেশৰ আহ্বানত প্ৰেম, কৰ্তব্যৰ খাটিৰত নিজ পৰিয়ালকো চাব পৰা নাই। জেলৰ পৰা আহি গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মা আদি মন্ত্ৰী হৈছিল যদিও ভোগ কৰাৰ ভাব তেওঁলোকৰ মনত অহা নাছিল। সিদ্ধিনাথ শৰ্মা ঢুকাওতে শ্ৰাদ্ধ পাতিবলৈ টকা নাছিল। কংগ্ৰেছ কৰ্মীসকলে মিলি শ্ৰাদ্ধ পাতিছিল। সেইসকলে কেৱল ত্যাগ কৰিয়েই স্বাধীনতা আনিলে। বৰ্তমান

যিসকল মন্ত্ৰী হৈছে তেওঁলোকে কেৱল ভোগ কৰিছে, ত্যাগৰ কোনো নামেই নাই।

শৰৎ সিংহই বিবাহিত জীৱনত পৰিয়ালৰ কাৰণে একো কৰিব পৰা নাই। পৰিবাৰ অত্যন্ত অসুখী। কাৰণ তেওঁলোক বঞ্চিত। জীৱনত অনেক দুখ-কষ্ট পাইছে। এই কথা শৰৎ সিংহই স্বীকাৰ কৰে আৰু জীৱনত এই দুখ— দোষ নিৰৱে মূৰ পাতি লৈছে। আনকি তেওঁ মন্ত্ৰী হৈ থকা অৱস্থাতো পৰিবাৰক গাড়ী এখনতো উঠাই নাপালে। ৰিক্সাত উঠি ফুৰোতে বাটত পৰি মূৰত দুখো পাইছে। আজিকালিৰ দৰে সাধাৰণ অনুষ্ঠান এটা হ'লেই পৰিবাৰক লগত লৈ যোৱা সেই স্থিতি তেতিয়াৰ দিনত নাছিল। বৰ্তমান পত্নীক দহখন গাড়ী লাগিলেও দিব। কিন্তু শৰৎ সিংহৰ নীতি-আদৰ্শ এতিয়াও দৃঢ় আৰু অটুট আছে। মুখ্যমন্ত্ৰী হৈ কোৱাৰ্টাৰত থাকোতে পৰিয়ালক লগত ৰখা নাছিল। মাত্ৰ দুবেলা ভাত খাবলৈ ঘৰলৈ আহে, পুৱাৰ ব্ৰেকফাষ্টো আনকি ওচৰৰ চাহ দোকানৰ পৰা অনাই খায়।

শৰৎ সিংহদেৱে প্ৰায় তিনি বজাতে উঠি প্ৰবন্ধ, কবিতা, চিঠি আদি লিখাবিলাক লেখি এতিয়াও ব্যস্ত থাকে। বহু সন্থা বা ব্যক্তিয়েও বিশেষ উপলক্ষে লেখি দিবলৈ কয়। তেওঁ চাহ বাগিচাৰ ওপৰত লিখা কবিতাৰে নৃত্য-নাটিকাও হৈছে। পুখুৰীত মাছ পোহা, গছ ৰোৱা আদি বিভিন্ন বিষয় লৈ লেখে।

জীৱনৰ পৰা শৰৎ সিংহই বিশেষ একো নিবিচাৰে। যদিও জীৱনৰ পদে পদে তেওঁ বিফলতা পাইছে, কিন্তু সেই ব্যৰ্থতাক ব্যৰ্থতা বুলি লোৱা নাই। কাৰণ ৰবীন্দ্ৰনাথে কৈছিল 'যি ফুল কলি হৈ থাকিল, নুফুলিলে সেই ফুলো ব্যৰ্থ নহয়, বালিচৰৰ মাজত হেৰাই যোৱা ফল্গু নৈও ব্যৰ্থ নহয়। শৰৎ সিংহই জীৱনত যদিও প্ৰতিটো প্ৰচেষ্টাতে ব্যৰ্থ হৈছে, তথাপি পৰাজয় স্বীকাৰ নকৰে।

শৰৎ সিংহদেৱে সমগ্ৰ পৃথিৱী ঘূৰিছে। জাপান, হংকং, ইণ্ডোনেছিয়া, আমেৰিকা, কানাডা, ইৰাক, ইৰান, ইজিপ্ট, চফিয়া আদিত ইনটাৰনেচনেল কনফাৰেন্সত যোগ দিছে। বিশেষ উদ্দেশ্যত যোৱা বাবে আৰু বিশেষ অতিথি হোৱা বাবেও সকলোৰে পৰা ভাল ব্যৱহাৰ পাইছিল। শৰৎ সিংহদেৱে কয় যে আলফা সমস্যাও আচলতে চৰকাৰে সমাধান কৰিব পাৰে, নিজৰ স্বাৰ্থৰ বাবেই নকৰে। জীৱনৰ সফলতা, চাৰিত্ৰিক উৎকৰ্ষ বা দেশসেৱাৰ বাবেই হওঁক বৰ্তমান নেতাসকল অহিংসাৰ বাটেৰেই চলিব লাগে।

# জীৱন আৰু কৃতি

জীৱনত শৰৎ সিংহদেৱে কোনোদিনে ভাগৰি পৰা নাই। অনবৰত কৰ্তব্যত ৰত হৈ থকাটোৱেই তেওঁৰ জীৱনৰ মূল উদ্দেশ্য। এতিয়াও কোনো মানুহ অফিচলৈ নাহোতেই পুৱা আঠ বজাতে অফিচৰ পৰা আহিয়েই লিখা-পঢ়া আৰম্ভ কৰে, জলপান খাই লৈ, নিশা আঠ বাজিলেই ভাত খাই শুবলৈ যায়। ইয়াৰ মাজতে আলহী আহিলে কথা পাতে। এই যে ইটো কামৰ পৰা সিটো কামলৈ যায়, এইখিনিয়েই শৰৎ সিংহৰ জিৰণিৰ সময়।

শৰৎ সিংহৰ জীৱনত তিনিটামান ডাঙৰ দুৰ্ঘটনা ঘটি গৈছিল। এবাৰ গোৱালপাৰাৰ পৰা গাড়ী চলাই গুৱাহাটীত বহা কংগ্ৰেছ অধিবেশনলৈ আহোতে জালুকবাৰীৰ ওচৰতে এখন ট্ৰাকত খুন্দা লাগি বেয়াকৈ আঘাতপ্ৰাপ্ত হয়। নিচেই পুৱাতে ধুঁৱলী-কুঁৱলী হৈ থকা বাবেই দুৰ্ঘটনাটো হয়। সেইবাৰ প্ৰায় দুমাহ বিছনাত পৰি থাকে।

এবাৰ আকৌ নাৱেৰে ঘৰলৈ আহোতে ভীষণ শিল বৰষুণ ধুমুহা-বতাহৰ মাজত পৰিছিল। ভাগ্য ভাল বাবে অলপ চৰ মাটি পাই তাতে নাওঁখন ওলোটাই নাৱৰ তলত সোমাই প্ৰাণ ৰক্ষা পৰে।

আকৌ এবাৰ মূৰ ঘূৰাই অচেতন হৈছিল। ডাক্তৰ অজয়া মহন্ত আদিয়ে লগে লগে অপাৰেচন কৰি কলা কলা বেয়া তেজ উলিয়াই মূৰ ঠিক কৰিলে। এই সকলোবোৰতে শৰৎ সিংহ অটল, অতুলনীয় হৈ থাকিল। আচলতে সিংহদেৱৰ মনৰ বল বৰ বেছি।

বাৰে বাৰে শৰৎ আহিব। ঘৰুৱা আৰু দেশৰ নানা অশান্তিৰ মাজতো শৰতৰ সুবাস বৈ যাব। মানুহে বাৰে বাৰে বিচাৰিব আকৌ শৰৎ আহক। নব্বৈ, পচানব্বৈ এশ পাৰহৈ। ■

(লেখিকা পূৰবী বৰুৱা এগৰাকী সাহিত্যানুৰাগী, সমাজসেৱিকা আৰু বিশিষ্ট লেখিকা। ইতিমধ্যে অসমৰ বিভিন্ন বাতৰি-কাকত, আলোচনী আৰু গ্ৰন্থত তেখেতৰ প্ৰবন্ধ আদি প্ৰকাশ হোৱাৰ উপৰিও কেইবাখনো কিতাপ প্ৰণয়ন কৰি লেখিকা হিচাপে প্ৰতিষ্ঠা লাভ কৰিছে। তেখেত গুৱাহাটীৰ বেলতলাৰ বাসিন্দা)।

# শৰৎ চন্দ্ৰ সিংহৰ ৰাজনীতিৰ কিছু অ-সামঞ্জস্য দিশ

■ ডাঃ ৰঞ্জিত কুমাৰ দাস

শৰৎ চন্দ্ৰ সিংহ স্বাধীনোত্তৰ অসমৰ ৰাজনীতিৰ অন্যতম চৰ্চিত ব্যক্তিত্ব। ৰাজ্যখনৰ ক্ষমতাৰ শীৰ্ষতম স্থানত উপৱিষ্ট হৈয়ো তেখেতে পালন কৰা স্বচ্ছ আৰু নিৰাভৰণ জীৱনচৰ্যাৰ উচ্চতম নিদৰ্শনসমূহে যি কোনো যুগৰ মানুহৰ বাবে তেখেতক আদৰ্শৰ প্ৰতীক কৰি ৰাখিব।

মানুহ হিচাপে শৰৎ চন্দ্ৰ সিংহ শ্ৰেষ্ঠতম গুণাৱলীৰ গৰাকী হৈয়ো পিছে তেখেতৰ বহুখোৰ ৰাজনৈতিক কাম-কাজ আৰু বক্তব্য প্ৰশ্নবোধক চিনেৰে আবৃত্ত, যিয়ে নেকি তেখেতৰ ব্যক্তিত্বৰ চিক্‌মিক্‌নিক মাজে-সময়ে ধূসৰিত কৰি পেলাব খোজে। অসমৰ আকাশৰ সৰ্ব পূজনীয় এই ক্ষণজন্মা পুৰুষৰ প্ৰতি গভীৰতম শ্ৰদ্ধা নিবেদন কৰিও সেয়েহে এনে দুটামান প্ৰশ্ন ইয়াত এইবাবেই আলোচনা কৰিব খুজিছো যাতে জীৱন্ত কালতে তেখেতে এই প্ৰশ্ন দ্বিধা আৰু বিতৰ্কসমূহ নিৰসন কৰি আদৰ্শভিত্তিক ৰাজনীতিৰ শ্ৰেষ্ঠতম নিদৰ্শন ৰূপে অনন্ত কাললৈ আমাক পোহৰাই ৰাখিব পাৰে।

অসম আৰু ভাৰতৰ এক জটিল ৰাজনৈতিক পৰিবেশত শৰৎ চন্দ্ৰ সিংহ আকস্মিকভাৱে অসমৰ মুখ্যমন্ত্ৰীৰ আসনত উপৱিষ্ট হৈছিল। সেই সময়ৰ ভাৰতৰ প্ৰধানমন্ত্ৰী তথা দূৰদৰ্শী নেত্ৰী ইন্দিৰা গান্ধীয়ে হয়তো বাংলাদেশ সম্পৰ্কত ভাৰত চৰকাৰৰ সম্ভাব্য পৰিকল্পনাৰ কথা বিবেচনা কৰিয়েই সিংহদেৱক মুখ্যমন্ত্ৰিত্বৰ বাবে নিৰ্বাচিত কৰিছিল। '৭১ৰ বাংলাদেশ সৃষ্টিয়ে ভাৰতত ইন্দিৰা গান্ধীক মহামায়াৰ ৰূপত তুলি ধৰিছিল আৰু এই 'জয়-বাংলাৰ' মহাতৰংগই সৃষ্টি কৰা জনপ্ৰিয়তাৰ আলমতে গোটেই দেশৰ লগতে অসমতো '৭২ৰ নিৰ্বাচনত কংগ্ৰেছ দলে অকল্পনীয়

সফলতা লাভ কৰিবলৈ সক্ষম হৈছিল। কিন্তু পৰৱৰ্তী সময়ত ৰে'ল শ্ৰমিকৰ ধৰ্মঘট, বিভিন্ন ঠাইত বিক্ষিপ্ত ৰূপত আত্মপ্ৰকাশ কৰা নক্সাল (যথাৰ্থতে সশস্ত্ৰ সাম্যবাদী) আন্দোলন আৰু সৰ্বোপৰি এলাহাবাদ উচ্চ ন্যায়ালয়ে ইন্দিৰা গান্ধীৰ সংসদীয় নিৰ্বাচনক অবৈধ ঘোষণা কৰি প্ৰদান কৰা ৰায়ে গান্ধী পৰিয়ালক অপদস্থ আৰু বিতত কৰি তুলিছিল যাৰ অন্তিম ফলশ্ৰুতিত ৰাষ্ট্ৰজুৰি বলবৎ কৰা হৈছিল আভ্যন্তৰীণ জৰুৰী অৱস্থা। অসমত এই জৰুৰী অৱস্থা ৰূপায়ণ কৰা পুৰোধা ব্যক্তি আছিল শৰৎ চন্দ্ৰ সিংহ। ইন্দিৰা গান্ধীয়ে একক সিদ্ধান্তৰে সিংহদেৱক মুখ্যমন্ত্ৰীৰ আসনত বহুওৱাৰ প্ৰতিদান পৰিপূৰ্ণভাৱে দিবলৈ তেখেতে চেষ্টা কৰিছিল। গোলাপ বৰবৰা, দুলাল বৰুৱা, নিবাৰণ বৰা, নন্দেশ্বৰ তালুকদাৰ (চি. পি. এম.)ৰ দৰে সমাজবাদী নেতাকো জেললৈ নিক্ষেপ কৰি নিৰ্যাতন দিবলৈ তেখেতে অকণো পিছ পৰি থকা নাছিল। যদিওবা বাওঁপন্থীসকলৰ একাংশ ৰাষ্ট্ৰীয় স্তৰত সেই সময়ত কংগ্ৰেছৰ সহযোগী আছিল। অসমৰ জৰুৰী অৱস্থাৰ সফল ৰূপায়ণ শৰৎ চন্দ্ৰ সিংহৰ ব্যক্তিত্বৰ সবাতোকৈ ক'লীয়া অধ্যায়। কিন্তু তাতোকৈয়ো ঋণাত্মক ঘটনা হ'ল ইন্দিৰা গান্ধীৰ ৰাজনৈতিক পতনৰ লগে লগে সিংহদেৱে ইন্দিৰা গান্ধীৰ সংগ ত্যাগ কৰি পৃথক ৰাজনৈতিক গোটত অন্তৰ্ভুক্ত হৈ পৰিছিল। এই ঘটনাই বহুতৰে দৃষ্টিত তেখেতক এজন সুবিধাবাদী ৰাজনীতিকৰ ৰূপত প্ৰক্ষিপ্ত কৰিছিল। অৱশ্যে পৰৱৰ্তী সময়ত তেখেতে ভুল কৰা বুলি স্বীকাৰ কৰিছিল।

'৭৮ৰ নিৰ্বাচনত কংগ্ৰেছ-বিৰোধী গণ জাগৰণৰ ফলশ্ৰুতিত অসমত গোলাপ বৰবৰা নেতৃত্বাধীন অ-কংগ্ৰেছী চৰকাৰ এখন ক্ষমতাধিষ্ঠিত হৈছিল। কিন্তু অন্তৰ্দলীয় বিসম্বাদ আৰু ক্ষমতা লিপ্সাৰ ফল স্বৰূপে এই চৰকাৰখনৰ আয়ুস হৈ পৰিছিল তেনেই সীমিত। অভিযোগ মতে এই বিসম্বাদী কাৰ্যক সাৰপানী যোগোৱাৰ আঁৰত শৰৎ চন্দ্ৰ সিংহৰ ৰাজনীতিয়ে কাম কৰিছিল, কিয়নো যোগেন হাজৰিকাৰ নেতৃত্বত সোতৰজন বিধায়ক জনতা পাৰ্টি এৰি ওলাই অহাৰ পিছত শৰৎ চন্দ্ৰ সিংহৰ সমৰ্থনেৰে যোগেন হাজৰিকাৰ নেতৃত্বত এখন বিকল্প চৰকাৰ গঠন হৈছিল। কিন্তু সকলোকে হতবাক কৰি মাথোঁ তিনি মাহ পিছতে এই চৰকাৰখনৰ প্ৰতিও সমৰ্থন প্ৰত্যাহাৰ কৰি সিংহদেৱে নিজকে এজন কূটনীতিজ্ঞৰ ৰূপত তুলি ধৰিছিল।

শৰৎ চন্দ্ৰ সিংহৰ ৰাজনৈতিক জীৱনৰ আন বহুবোৰ কথাও পৰস্পৰ বিপৰীতধৰ্মী। ৰাজ্য পুনৰ গঠনৰ সময়ত গোৱালপাৰা জিলা সমন্বিতে নামনি অসমৰ এক বৃহৎ ভূখণ্ড পশ্চিমবঙ্গত অন্তৰ্ভুক্ত কৰিব খোজা ষড়যন্ত্ৰৰ বিপক্ষে সিংহদেৱে সেই অঞ্চল সমূহত অভূতপূৰ্ব জনজাগৰণ সৃষ্টি কৰি অসম ৰাজ্যখনৰ প্ৰতি এক ঐতিহাসিক

সেবা আগবঢ়াইছিল। কিন্তু '৭০ৰ মাধ্যম আন্দোলন আৰু '৭৯ৰ বিদেশী বহিষ্কাৰ আন্দোলনত তেখেতৰ বক্তব্য আৰু আচৰণ আছিল বহুখিনি দ্বিধাগ্ৰস্ত। কংগ্ৰেছ দলৰ বিভাজনৰ পিছত সকলো সময়তে সিংহদেৱ আছিল কংগ্ৰেছ (ই)ৰ তীক্ষ্ণ সমালোচক। বিভাজনৰ পিছতে তেখেতে ঘোষণা কৰিছিল এগৰাকী মানুহৰ নামত সৃষ্টি হোৱা দল এটাক মানি লোৱাৰ প্ৰশ্নই আহিব নোৱাৰে আৰু এই দল তিষ্ঠিও নাথাকে। ছোনিয়া গান্ধীৰ বিদেশী প্ৰশ্নত শৰদ পাৱাৰৰ নেতৃত্বত ৰাষ্ট্ৰীয়তাবাদী কংগ্ৰেছৰ জন্ম হোৱাত সিংহদেৱ এই দলৰ এজন অগ্ৰগণ্য নেতা হৈ পৰে। সেই সূত্ৰে তেখেতে বিদেশীমূলীয় ব্যক্তিয়ে দেশৰ ঘাইপদ প্ৰাপ্তিৰ বিৰুদ্ধে স্পষ্ট অৱস্থান গ্ৰহণ কৰে। কিন্তু নিজৰ ৰাজনৈতিক বাধ্যবাধকতাত শৰদ পাৱাৰে শেষত ছোনিয়া গান্ধীৰ প্ৰধানমন্ত্ৰিত্বৰ প্ৰস্তাৱ মানি লৈ কংগ্ৰেছ (ই)ৰ লগত বন্ধুত্ব কৰাত শৰৎ চন্দ্ৰ সিংহয়ো আশ্চৰ্যজনকভাৱে এই ফৈদৰ অন্তৰ্ভুক্ত হৈ পৰে। ইয়াৰ দ্বাৰা তেখেতে ইমান দিনে লৈ অহা অৱস্থান আৰু আদৰ্শ অন্তঃসাৰশূন্য বুলি নিজে প্ৰমাণ কৰি দেখুৱালে। শেষত যেনিবা ছোনিয়া গান্ধী দেশৰ প্ৰধানমন্ত্ৰী নহ'ল। কিন্তু সেয়া কোনো দল বা ব্যক্তিৰ বিৰোধিতাৰ বাবে নহয়, ছোনিয়া গান্ধীৰ মহত্ত্বৰ বাবেহে। উল্লেখযোগ্য যে সিংহদেৱে সমাজবাদী কংগ্ৰেছ বা ৰাষ্ট্ৰীয়তাবাদী কংগ্ৰেছৰ নেতৃত্ব বহন কৰি থকা সময়ত অসমত তেনে কোনো গণ ভিত্তি তৈয়াৰ কৰিব পৰা নাছিল।

দেখা গৈছে সিংহদেৱ অতিশয় সৎ আৰু সৰল ব্যক্তিত্বৰ গৰাকী হৈয়ো পিছে ক্ষমতা আৰু ৰাজনীতিৰ প্ৰশ্নত যে তেখেত আন ৰাজনীতিকতকৈ পৃথক তাক প্ৰমাণ কৰাত মাজে সময়ে ব্যৰ্থ হৈছে। তদুপৰি এক সু-স্পষ্ট আৰু ধাৰাবাহিক কাৰ্যসূচীৰ অভাৱৰ বাবেই হয়তো তেখেত দীৰ্ঘকাল জুৰি অসমৰ ৰাজনীতিত সক্ৰিয় হৈ থকা সত্ত্বেও ৰাজ্যখনৰ সমকালীন সমাজ আৰু ৰাজনীতিক বিশেষভাৱে প্ৰভাৱান্বিত কৰিব পৰা নাই।

কিন্তু তথাপিও বৰ্তমানৰ দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰে গ্ৰাস কৰা ৰাজনীতিৰ পথাৰত শৰৎ চন্দ্ৰ সিংহ সৰ্বোৎকৃষ্ট ব্যতিক্ৰম। তেখেতে গোটেই জীৱন জুৰি ভোগবিলাস ৰহিত এক মহত্তম জীৱনৰ সাধনা কৰিলে। সেইবাবে তেখেতৰ জীৱন পৃথিৱীৰ যিকোনো ৰাজনীতিবিদতকৈ পৃথক। ■

(লেখক ডাঃ ৰঞ্জিত কুমাৰ দাস এজন চিকিৎসক তথা সমাজকৰ্মী। তেখেতৰ বিভিন্ন লেখা অসমৰ বাতৰি-কাকত আৰু আলোচনী আদিত সিঁচৰতি হৈ আছে। সাহিত্যানুৰাগী আৰু বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগতো জড়িত হৈ আছে। ডাঃ দাস গুৱাহাটীৰ নাৰেঙ্গীৰ বাসিন্দা)।

# এক বিৰল ব্যক্তিত্ব

■ জামাল আহমেদ

১৯৯৮ চন। নৱেম্বৰ কি ডিচেম্বৰ মাহ! সন্ধিয়া গাৱঁৰ পুথিভঁৰালটিত কিশোৰ-যুৱকসকলৰ সৈতে আমি সমনীয়া কেইজনমান গোট খাইছো। পুথিভঁৰাল তথা সংঘৰ বাৰ্ষিক অধিবেশনখন অনুষ্ঠিত কৰা সম্পৰ্কত সেইদিনা সাধাৰণ সভা। চাকৰি সূত্ৰে চহৰত আছো যদিও গাৱঁৰ পুথিভঁৰালটিৰ বিভিন্ন কাৰ্যসূচী, সভা-সমিতি আদিত গাৱঁৰ ডেকাসকলে আমাৰ কেইজনমানৰ উপস্থিতি আৰু দিহা-পৰামৰ্শ আদি সততে বিচাৰে কাৰণেই আমিও পৰাপক্ষত তেওঁলোকৰ আমন্ত্ৰণ ৰক্ষা কৰি আহিছো. সেইদিনা সভাৰ কাৰ্যসূচী মৰ্মে অতিথি নিৰ্বাচন শিতানত উপস্থিতসকলৰ পৰা অসম সাহিত্য সভাৰ সভাপতি ডঃ নগেন শইকীয়া প্ৰমুখ্যে কেইবাগৰাকীও শিল্পী, সাহিত্যিক, শিক্ষাবিদৰ প্ৰস্তাৱ আহিল। আমাৰ লগৰে কোনোবা এজনে অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, বৰ্ষীয়ান নেতা শ্ৰী শৰৎ চন্দ্ৰ সিংহ ছাৰক মুকলি অধিবেশনৰ মুখ্য অতিথি হিচাপে আমন্ত্ৰণ জনোৱাৰ বাবে প্ৰস্তাৱ আগবঢ়ালে। তেখেতৰ নামোল্লেখ হোৱাৰ লগে লগে সভাৰ আটায়ে হৰ্ষধ্বনিৰে হাত চাপৰি বজাই সমৰ্থন জনালে। সিংহ ছাৰৰ সৈতে তেতিয়ালৈকে আমাৰ ব্যক্তিগত চিনা-পৰিচয় নাই যদিও তেখেতৰ নাম শুনাৰ লগে লগে আমিও যথেষ্ট আৱেগিক হৈ পৰিলো। তেখেতক গাঁওখনলৈ আনিব পৰাটো যে পৰম সৌভাগ্যৰ কথা।

পাছে সমস্যা হ'ল— তেখেতৰ সৈতে যোগাযোগ কৰিব কোনে? তেখেতৰ ঘৰ ক'ত, থাকে ক'ত তাকো নাজানো। তদুপৰি আমাৰ কোনোজনেৰ সৈতে তেখেতৰ ব্যক্তিগত চিনা পৰিচয় নাই। আমি লগ ধৰিলে বা আমন্ত্ৰণ জনালে তেখেতে সন্মতি

দিব বুলি কি নিশ্চয়তা আছে? কথাটো ভাবি থাকোতে উপায় এটি ওলাল। 'অসমীয়া প্রতিদিন' কাকতৰ সম্পাদক আমাৰ আটাইৰে শ্রদ্ধাৰ হাইদৰ হুছেইন ককাইদেউৰ মুখত কেইবাদিনো সিংহ ছাৰৰ কথা শুনিছো, ব্যক্তিগত ঘনিষ্ঠতা আছে বুলিও জানিছো। হুছেইন ককাইদেউও যিহেতু মুকলি সভাৰ এগৰাকী আমন্ত্রিত অতিথি, সেয়ে ঠিৰাং হ'ল আমি তিনিওজনে অর্থাৎ মই আৰু সহপাঠী বন্ধু তাহেৰউদ্দিন আহমেদ আৰু মোমাইদেউ নুৰুল ইছলাম হুছেইন, ককাইদেউ আটায়ে ধৰি মেলি শৰৎ চন্দ্র সিংহ ছাৰৰ পৰা সন্মতি আদায় কৰিব লাগে। সেইমতে এদিন ককাইদেউক শান্তিপুৰৰ বাসভৱনত লগ ধৰি সবাৰে সিদ্ধান্তৰ বিষয়ে জনালো আৰু সিংহ ছাৰক সভাত যেনে-তেনে উপস্থিত কৰাব লাগিব বুলি জোৰ দিলো। তেখেতে পোনতে ফোনত যোগাযোগ কৰি চাওঁ বুলি কৈ সেইদিনা আমাক বিদায় দিলে। অন্য এদিন তেখেতৰ ঘৰলৈ যাওঁতে তেখেতে ক'লে— 'মই ফোনত কথা হৈছো। তোমালোকে নিজেও এবাৰ গৈ তেখেতক লগ ধৰি আহিবা।' আমি তেখেতৰ পৰা সিংহ ছাৰৰ ঠিকনাটো লৈ ওলাই আহিলো।

সেইমতে মই আৰু তাহেৰউদ্দিন আহমেদে শৰৎ চন্দ্র সিংহ ছাৰক লগ ধৰিম বুলি এদিন স্কুটাৰেৰে বশিষ্ঠ অভিমুখে যাত্রা কৰিলো। বশিষ্ঠত উপস্থিত হৈ এ.জি. অফিচলৈ যোৱা ৰাস্তাটো বিচাৰি উলিয়ালো। ঠিকনা মর্মে ৰাস্তাটোৰে সামান্য আগবাঢ়ি বাওঁফালে উত্তৰলৈ যোৱা বাইলেনটোৰে কিছু দূৰ আগুৱাই গ'লো। কিন্তু ঘৰটো বিচাৰি নাপাওঁ। মুখ্যমন্ত্রী এগৰাকীৰ ঘৰ। নিশ্চয় চকুত লগাই হ'ব। দেখিলো প্রায়বোৰেই অসম আৰ্হিৰ ঘৰ। আমি বাৰু ৰাস্তাটো ভুল কৰিলো নেকি? ইফালে-সিফালে কিছুদূৰ চাই পুনৰ আগৰ ৰাস্তাটোলৈকে ঘূৰি আহিলো। অলপ আগলৈকে গৈ বাওঁফালে সোমোৱা আৰু কিবা bye-lane পাই নেকি চালো? নাই ওচৰতে কাৰোবাক সোধাই ভাল হ'ব বুলি ভাবি দোকান এখনত সোমালো। দোকানত থকা মানুহগৰাকীয়ে আমাৰ কথা শুনিয়েই ক'লে— 'আপোনালোক ভালেখিনি আগবাঢ়ি আহিল। এইটো ৰাস্তাৰে সোমায়ে উত্তৰলৈ যিটো bye-lane সোমাই গৈছে, সেইটোৰে টার্নিং লৈয়ে কর্ণাৰটোতে যিটো ঘৰ পাব সেইটোতে তেখেত থাকে।' আকৌ দুয়ো উলটি আহিলো। মানুহজনে কোৱামতে কেঁকুৰিটো ঘূৰিয়েই পশ্চিমফালে গছ-গছনিৰে আবৰা সৰু বোম্বাই টাইপ ঘৰ এটাহে দেখিলো। এইটোতো তেখেতৰ ঘৰ হ'ব নোৱাৰে! আমি কিজানি ভুল শুনিলো! এনেতে আমাৰ ফালে আগবাঢ়ি অহা মানুহ এজনক সুধিলো— 'হেৰি! প্রাক্তন মুখ্যমন্ত্রী শৰৎ সিংহ ছাৰৰ ঘৰ এইটো ৰাস্তাৰ ক'ৰবাত আছে নেকিহে?' মানুহজনে ঈষৎ হাঁহি মাৰি ক'লে— 'আপোনালোক য'ত থিয় হৈ আছে তাৰ

পাছফালে থকা ঘৰটিতে তেখেত থাকে।' ঘৰটিলৈ লক্ষ্য কৰি আমি সঁচাই আচৰিত হ'লো। যি সময়ত মুখ্যমন্ত্ৰী নালাগে ৰাজ্যিক পৰ্যায়ৰ মন্ত্ৰী এগৰাকীৰে গুৱাহাটীত দুই-তিনি ঠাইত কেবামহলীয়া অট্টালিকা থকাৰ উপৰি দিল্লী, মুম্বাইত ফ্লেট আছে তেনে সময়ত মুখ্যমন্ত্ৰী এগৰাকীৰ এইটো ঘৰ বুলিলে আচৰিত হোৱাৰ কথাই। ইমানদিনে তেখেতৰ বিষয়ে শুনি অহা কথাবোৰ এই ঘৰটিয়ে যেন মুহূৰ্ততে সঁচা বুলি প্ৰমাণ কৰি দিলে। শ্ৰদ্ধাত আমাৰ মূৰ দোঁ খাই গ'ল। লাহে লাহে আমি চৌহদলৈকে সোমাই গৈ ঘৰৰ দুৱাৰ মুখত উপস্থিত হ'লো। আমাৰ ভাগ্য ভাল - তেখেত সেইদিনা ঘৰতে আছিল। তেখেত ওলাই অহাৰ লগে লগে আমি ভৰি চুই সেৱা জনালো। ওখ-পাখ এগৰাকী থূলন্তৰ পুৰুষ। শান্ত-সৌম্য চেহেৰাটোতে ব্যক্তিত্বৰ চাপ বিৰাজমান। আমি আমাৰ উদ্দেশ্যৰ কথা জনোৱাত তেখেতে হাঁহি মাৰি ক'লে- 'অ, আপোনালোক গুৱালকুছিৰ পৰা আহিছে? হুছেইনে মোক কৈছে। পুথিভঁৰালৰ মিটিং বুলি শুনি মই অৱশ্যে যাম বুলি কৈছো। নলবাৰীৰ পৰা ঠাইখন বাৰু কিমানদূৰ? মই পাছে চাৰ্কিট হাউছলৈকে যাম। তালৈকে আপোনালোক কোনোবা এজনে নিবলৈ আহিব।' একে লেথাৰিয়ে কোৱা তেখেতৰ কথাখিনি শুনি আৰু মিটিঙলৈ যাব বুলি জানি আমি পৰম আশ্বস্ত হ'লো আৰু ঈশ্বৰক মনে মনে ধন্যবাদ জনালো।

শৰৎ সিংহ ছাৰ সভাত উপস্থিত হোৱাৰ বাবে সন্মতি প্ৰদান কৰা বুলি শুনি গাঁৱৰ ৰাইজ আৰু ডেকাসকলৰ কি ফূৰ্ত্তি! শ্ৰদ্ধেয় আৰু অতি প্ৰিয় ব্যক্তি এগৰাকীক অতি ওচৰৰ পৰা চাবলৈ সুযোগ পোৱাত কাৰনো আনন্দ নালাগিব? তদুপৰি আমন্ত্ৰিত অতিথিসকলৰ দুপৰীয়াৰ আহাৰৰ বন্দৱস্ত সেইদিনা আমাৰ গাৱঁৰ ঘৰতে সভাৰ উদ্যোক্তাসকলে ঠিক কৰাত মনে মনে অতি পুলকিত হৈ পৰিলো। ছাৰক শুশ্ৰূষা কৰা তথা আলপৈচান ধৰাৰ নামত সেইদিনা তেখেতৰ সৈতে ঘনিষ্ঠভাৱে দুই-এষাৰ কথা পতাৰ সুযোগ লাভ কৰিছিলো। সেইদিনাৰ এটা কথা এতিয়াও মনত পৰে। আমাৰ গাৱঁৰ ঘৰটি কাঠেৰে সজা হ'লেও দেউতাই বৰ ওখকৈ আৰু আহল-বহলকৈ সজাইছিল। দুৱাৰ-খিৰিকীবোৰো যথেষ্ট ওখ। তেনে এখন দুৱাৰেৰে চ'ৰাঘৰত সোমাওতে ছাৰে যেতিয়া সামান্য চাপৰি দিছিল তেতিয়া মোমাইদেউ নুৰুল ইছলামে সেইটো আঙুলিয়াই দি ধেমালি কৰি কৈছিল— 'ঐ চা! তহঁতৰ ঘৰটো আৰু দুৱাৰমুখবোৰ বৰ ওখ বুলি ক'ব, পিছে ছাৰক দেখিলি? খুন্দা খাব বুলি যে ছাৰে চাপৰি দিছে।'

শৰৎ সিংহ ছাৰক চোৱাৰ বাবে, তেখেতৰ কথা শুনাৰ বাবে গাৱঁৰ ৰাইজ সেইদিনা সভাত উবুৰি খাই পৰিছিল। তেখেতে পুথিভঁৰাল আৰু সমাজ সেৱাৰ ওপৰত সেইদিনা যি মৰ্মস্পৰ্শী ভাষণ দিছিল— সেইকথা এতিয়াও গাৱঁৰ ৰাইজৰ

মনত স্মৰণীয় হৈ আছে। সভা আৰম্ভ হোৱাৰ আগে যিকণ সময় পাইছিলো সেই সময়খিনিত তেখেতক আমি পুথিভঁৰালটি নিৰ্মাণৰ ইতিহাস বৰ্ণনা কৰিছিলো। অগ্ৰজসকলে ইয়াৰ প্ৰতিষ্ঠাৰ লৈ এসময়ত যি শ্ৰম আৰু ত্যাগ কৰিছিল সেই কথাও জনাইছিলো। কিতাপ ভৰ্তি আলমাৰিকেইটালৈ লক্ষ্য কৰি তেখেতে সেইদিনা ডেকাসকলক প্ৰশংসা কৰিছিল আৰু উৎসাহ দান কৰিছিল।

ৰাজনীতি কৰিলে মানুহৰ কথা-বতৰা, স্বভাৱ-চৰিত্ৰ সলনি হয় বুলি সকলোৰে বদ্ধমূল ধাৰণা। কিন্তু শৰৎ চন্দ্ৰ সিংহ ছাৰ যেন তাৰ এক সুন্দৰ ব্যতিক্ৰম। ৰাজনীতিৰ পংকিল ক্ষেত্ৰখন গচকি আহিও বিশেষকৈ মুখ্যমন্ত্ৰীৰ পদ অলংকৃত কৰিও তেখেতে সহজ-সৰল নিৰাড়ম্বৰ জীৱন-যাপনেৰে দেশৰ জনসাধাৰণৰ আজিও আদৰ্শ হৈ আছে। এগৰাকী আদৰ্শ প্ৰধান শিক্ষকৰ যি জীৱনধাৰা, যি স্বভাৱ-চৰিত্ৰ, যি সামাজিক দায়বদ্ধতা তাক যেন আজিও সুন্দৰকৈ অক্ষুণ্ণ ৰাখিছে। ৰাজ্যখনৰ মুখ্যমন্ত্ৰী হৈ থকা কালছোৱাতো এগাল চিপাহী-চন্তৰীৰে আগে-পাছে দহ-বাৰখন চৰকাৰী গাড়ী লৈ কঠোৰ নিৰাপত্তা বেষ্টনীত ঘূৰি ফুৰা তেখেতক ৰাইজে প্ৰত্যক্ষ কৰা নাই। প্ৰায়ভাগেই তেখেতে চৰকাৰী গাড়ী ব্যৱহাৰ নকৰি সাধাৰণ মানুহৰ দৰে পৰিবহণ নিগমৰ বাছ আৰু ৰে'লৰ দ্বিতীয় শ্ৰেণীৰ দবাতে অলৈ-তলৈ অহা-যোৱা কৰা ৰাইজে নিশ্চয় দেখিছে।

সত্তৰৰ দশকৰ আৰম্ভণিতে সেই সময়ৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহদেৱে অসমৰ ৰাজধানী শ্বিলঙৰ পৰা যেতিয়া গুৱাহাটীলৈ তুলি আনিছিল তেতিয়া গুৱাহাটীত অস্থায়ী ৰাজধানী পাতি গুৱাহাটীখন ধ্বংস কৰা বুলি বহুতে সমালোচনা কৰিছিল। কিন্তু আজি ৰাইজে তাৰ সুফল ভোগ কৰা নাই বুলি নিশ্চয় ক'ব নোৱাৰে। তেখেতৰ কাম-কাজ, চিন্তা-ভাৱনাত সদায় 'ৰাইজৰ' স্বাৰ্থটোৱেহে আগস্থান পাইছিল। নিজে যেনেকৈ প্ৰায়ে চৰকাৰী গাড়ী পৰিহাৰ কৰি চলিছিল, মন্ত্ৰীসভাৰ সদস্য তথা বিধায়ক সকলকো দলৰ কাৰ্যালয়লৈ যাওঁতে বাছ আৰু অটোত অহা-যোৱা কৰিবলৈ নিৰ্দেশ দিছিল। তদুপৰি সৰ্বসাধাৰণ ৰাইজৰ সৈতে চৰকাৰ খনৰ সম্পৰ্ক আৰু ঘনিষ্ঠতা বজাই ৰখাৰ বাবে যত্নৰ ত্ৰুটি কৰা নাছিল। জনতা ভৱনৰ মন্ত্ৰীৰ কোঠাত সোমাই গাঁৱৰ গৰিব কৃষক এজনেও যাতে সহজতে মন্ত্ৰী, এম.এল.এ.-ক লগ ধৰিব পাৰে, নিজৰ অভাৱ-অভিযোগৰ কথা বিৱৰি ক'ব পাৰে তাৰলৈকে তেখেতে সততে লক্ষ্য ৰাখিছিল।

শৰৎ চন্দ্ৰ সিংহ ছাৰৰ লগত যিয়ে চলা-ফুৰা কৰিছে তেওঁ নিশ্চয় অনুভৱ কৰিছে তেখেত কিমান পৰিশ্ৰমী আৰু কষ্ট সহিষ্ণু। খোজ কাঢ়োতেও তেখেত লগ

সমনীয়াতকৈ সদায় আগবঢ়া। ক'ৰবাত সভা-সমিতি থাকিলে নগৰ মন্ত্ৰী, বিষয়া, পুলিচ গৈ পোৱাৰ আগতেই তেখেত উপস্থিত হয়গৈ। তেখেতৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক থকা সকলৰ মুখত শুনিছো বহুদিন ভিতৰুৱা গাৱঁৰ পাঠশালা স্কুলঘৰতে লেম্প বা চাকি জ্বলাই তেখেতে নিশা মন্ত্ৰীসকলৰ সৈতে বিশেষ সভা পাতিছিল। এম.এল.এ., মন্ত্ৰীসকলে নিশা স্কুল ঘৰৰ মজিয়াত মাটিৰ ওপৰত ধানখেৰ পাৰি শুইছিল। এই কথা আজি হয়তো বহুতে বিশ্বাস নকৰিব।

মুখ্যমন্ত্ৰী হিচাপে শৰৎ চন্দ্ৰ সিংহ ছাৰ কিছু ব্যতিক্ৰমধৰ্মী আছিল। তেখেতৰ কথা-বতৰা, সাজ-পাৰ, খোৱা-লোৱা ক'তোৱেই মুখ্যমন্ত্ৰিত্বৰ গ্লেমাৰ থকা বুলি কোনেও ক'ব নোৱাৰে। তেখেতক চিনি নোপোৱা বহুতেই মন্ত্ৰী, বিষয়াসকলৰ মাজত মুখ্যমন্ত্ৰী কোনজন বুলি চিনাক্ত কৰি উলিয়াবলৈ টান পাইছিল। এবাৰ ভিতৰুৱা গাঁও এখনত নিশা সভা এখনৰ বাবে তেখেতে অন্যান্যসকলৰ আগতে গৈ উপস্থিত হৈছিল। তাত গৈ দেখে বয়োজ্যেষ্ঠ লোককেইজনমানৰ সৈতে ডেকা কেইজনমানে লেম্প এটালৈ ৰখি আছে। ডেকা কেইজনক তেখেতে কালৈকে বাট চাই আছে বুলি সোধাত ডেকাকেইজনে ক'লে— 'আমি মুখ্যমন্ত্ৰী অহালৈ বাট চাই আছো। ৰাইজৰ অভাৱ-অভিযোগ সম্পৰ্কে তেখেতক এখন স্মাৰক-পত্ৰ দিব লাগে।' তেতিয়া তেখেতে ক'লে— 'সেইখন মোৰ হাততে দিয়ক, মই মুখ্যমন্ত্ৰীক দিম।' কিন্তু ডেকাকেইজন আকোঁৰগোজ। সেইখন নিজ হাতে তেওঁলোকে মুখ্যমন্ত্ৰীক দিব। পাছত বাকী মন্ত্ৰী আৰু বিষয়াসকল আহি পোৱাতহে ডেকাকেইজনে মুখ্যমন্ত্ৰীক চিনি পাই আচৰিত হ'ল।

শৰৎ সিংহ ছাৰৰ মুখ্যমন্ত্ৰিত্বৰ কালত ৰাষ্ট্ৰীয় জৰুৰীকালীন অৱস্থাৰ প্ৰৱৰ্তন হৈছিল। অসমতো ইয়াৰ কুফল বহুতে ভোগ কৰিছিল। সেই সময়ত পুলিচ-মিলিটাৰীৰ কাম-কাজ আৰু ক্ষমতাৰ অপপ্ৰয়োগ লৈও বহুত বিতৰ্ক হৈছিল। কিছু কিছু অগণতান্ত্ৰিক কাম-কাজ যে সংঘটিত হৈছিল তাক সিংহ ছাৰেও উপলব্ধি কৰিছিল। তেনে কিছু অগণতান্ত্ৰিক কাম-কাজৰ বাবে তেখেতে জনগণৰ ওচৰত আনকি ব্যক্তি বিশেষৰ ওচৰতো দোষ স্বীকাৰ কৰি ক্ষমা প্ৰাৰ্থনা কৰিবলৈ দ্বিধাবোধ কৰা নাছিল।

মুখ্যমন্ত্ৰিত্বৰ কালছোৱাত শৰৎ সিংহ ছাৰৰ ব্যক্তিগত সংসাৰখনত কৰিবলৈকে যথেষ্ট আছিল যদিও তেখেতে পথচ্যুত হ'বলৈ টান পাইছিল। অতি নিঃকিন অৱস্থাৰ পৰা ওপৰলৈ উঠা তেখেতৰ পৰিয়ালে থকা-খোৱাৰ বিলাসিতা তথা সুখ-স্বাচ্ছন্দ্য বিচৰাৰ কথা কোনেও ক'ব নোৱাৰে। য'তে-ত'তে শুব পৰা, যিহকে-তিহকে খাব

পৰা, তেখেতৰ নিজৰ ধন-সম্পত্তি, মাটি-ঘৰ বঢ়োৱাৰ চিন্তা কাহানিও নহ'ল বুলিয়েই ক'ব পাৰি। যিও ৰিহাবাৰীত মাটি-ঘৰ অকণমান কৰিছিল তাকো কংগ্ৰেছ কৰোতে, কংগ্ৰেছৰ ধাৰতে বিক্ৰী কৰি ভাড়া ঘৰতে আছিলগৈ। মুখ্যমন্ত্ৰী হোৱাৰ পিছত বন্ধু-বান্ধৱৰ সহায়-সাহায্যত জু-ৰোডত ঘৰ এটা কৰিছিল যদিও তাকো ল'ৰাই লাগে বুলি কোৱাত তাৰ পৰা ওলাই সৰু ল'ৰাটোৱে সজা বশিষ্ঠৰ আমি দেখা ঘৰটিতে থাকিলগৈ। গাঁৱৰ চাপৰৰ খেতি-মাটি, থকা ঘৰ ভাগিনহঁতক দান কৰি নিজে য'তে ৰাতি তাতে কাটি হৈ থাকে। নিজৰ প্ৰয়োজন সম্পৰ্কে চিৰদিন উদাসীন সিংহ ছাৰে পৰিয়ালৰ সদস্য সকলকো পোৱাখিনি বা প্ৰয়োজনীয় খিনিতে সন্তুষ্ট থাকিবলৈ আজীৱন শিক্ষা দিলে।

মুখ্যমন্ত্ৰী অথবা প্ৰাক্তন মুখ্যমন্ত্ৰী হিচাপে চিনাকি দিলেও তেখেতে বিৰক্তিবোধ কৰে। এই কথা সভা-সমিতিতো প্ৰায়ে কৈ ফুৰে। সেয়ে মুখ্যমন্ত্ৰী হৈ ক্ষমতাৰ সোৱাদ পোৱাৰ পিছতো তেখেতে সক্ৰিয় ৰাজনীতিত অহৰহ ব্যস্ত হৈ পুনৰ মন্ত্ৰী এম.এল.এ. হোৱাৰ বা নিৰ্বাচন খেলাৰ হাবিয়াস একেবাৰে ত্যাগ কৰিছে। কিন্তু ৰাইজৰ কাৰণে কিবা কৰাৰ চিন্তা জানো কেতিয়াবা পৰিহাৰ কৰিব পাৰিছে? সেইকাৰণে আজি ৯২ বছৰ বয়সতো দেশৰ তথা সমাজৰ বিভিন্ন দুৰ্যোগৰ সময়ত তেখেতে সদায় আগৰণুৱা হৈ ৰাইজৰ কাষতে থিয় দিছে। দুৰ্নীতি, ভ্ৰষ্টাচাৰ আৰু সন্ত্ৰাসৰ বিৰুদ্ধে সবল প্ৰতিবাদ কৰি ৰাইজক সততে সজাগ কৰি আছে। সেইকাৰণেই চাগৈ সময়ৰ বুকুত আজি বহুতো ৰাজনীতিকৰ স্মৃতি মচ খালেও জীৱিত কালতে তেখেত সদায় বন্দিত হৈ আছে। ■

(এই প্ৰবন্ধৰ লেখক মঃ জামাল আহমেদ এজন সু-লেখক আৰু শিক্ষাবিদ। তেখেত অসম সাহিত্য সভাৰ অন্তৰ্গত বিৰুবাৰী শাখা সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক। সমাজকৰ্মী আহমেদ এজন ভাল সংগঠকো। তেখেত গুৱাহাটীৰ বিৰুবাৰীৰ বাসিন্দা)।

# সততাৰ প্ৰতীক শৰৎ চন্দ্ৰ সিংহ

■ ডাঃ যতীন নাথ

পৰম শ্ৰদ্ধাৰ মাননীয় শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহৰ এখন জীৱনী প্ৰকাশ কৰিবলৈ বিৰুবাৰীৰ শ্ৰীযুত হৰেন্দ্ৰ মোহন তালুকদাৰে যো-জা কৰিছে। মাননীয় হৰেন্দ্ৰ মোহন তালুকদাৰৰ লগত মই প্ৰতিটো কামতে সহায় কৰি ফুৰো, পৰা কামখিনি মই তেখেতক সহায়ো কৰি দিও ; যেনে ধৰক প্ৰবন্ধৰ বাবে বিজ্ঞাপন দিয়া, চিঠিপত্ৰ পঠোৱা ইত্যাদি। দাদাই মোক ক'লে যতীন তুমিও শৰৎ সিংহৰ বিষয়ে এটা প্ৰবন্ধ লেখা। মই তেওঁক ক'লো দাদা, মোৰটো লেখা মেলা কৰাৰ অভ্যাস নাই আৰু তাতে মাননীয় শৰৎ চন্দ্ৰ সিংহৰ নিচিনা সমুদ্ৰ গভীৰ ব্যক্তিৰ বিষয়ে লেখাটো মোৰ দৰে জ্ঞানবুদ্ধি নোহোৱা মানুহৰ বাবে অতি কঠিন কাম। দাদাই মোক অনুপ্ৰেৰণা দিলে যি জানা লেখা, তোমাকতো মই শৰৎ চন্দ্ৰ সিংহৰ ওচৰলৈ বহুবাৰ লৈ গৈছে ; তেখেতৰ লগত তুমিও অন্তৰংগ হিচাপে কথাও পাতিছা, সেইবোৰে লেখি দিয়া।

মই শৰৎ চন্দ্ৰ সিংহক সৰুৰে পৰাই ভাল পাইছিলো। আমি হাইস্কুলত পঢ়ি থাকোতে তেখেত অসমৰ মুখ্যমন্ত্ৰী আছিল। কাগজে-পত্ৰই তেখেতৰ বিষয়ে পঢ়ি বুজি পাইছিলো তেখেত এজন সফল মুখ্যমন্ত্ৰী, ন্যায়ৰ গৰাকী, দুৰ্নীতিৰ সৈতে আপোচ নকৰা ব্যক্তি, দুখীয়াৰ সহযাত্ৰী। তেখেতৰ কৰ্ম-তৎপৰতা, কৰ্তব্য পৰায়ণতা, দূৰদৰ্শিতা, দায়িত্বশীলতা, সততা, উদ্যম আৰু জনপ্ৰিয়তা শীৰ্ষবিন্দুত অৱস্থান কৰি আছে। বহুতে তেখেতক জননেতা বুলিও কয় আৰু কিছুমানে দুখীয়া মুখ্যমন্ত্ৰী বুলিও কোৱা-মেলা কৰা শুনা যায়। যোৱা বছৰ অৰ্থাৎ ২০০৪ চনৰ ফেব্ৰুৱাৰী নে মাৰ্চ

মাহুত (তাৰিখতো ঠিক মোৰ মনত নাই) তালুকদাৰদাই মোৰ ঘৰত আহি ক'লে, যতীন, শৰৎ সিংহৰ তালৈ যাওঁ বুলি সোধাত ক'লে, তেখেত বোলে হস্পিতালত আছে। কোনখন নাৰ্ছিং হোমত আছে। দাদাই ক'লে গুৱাহাটী মেডিকেল কলেজ হস্পিতালত আছে। মই অলপ আচৰিত হ'লো। গুৱাহাটী মেডিকেল কলেজ হস্পিতাললৈ সাধাৰণতে গৰিব শ্ৰেণীৰ মানুহেহে চিকিৎসা কৰিবলৈ যায়। যাৰ অলপ টকা-পইচা আছে তেখেতসকলে তালৈ ৰোগী নিবলৈ ইচ্ছা নকৰে আৰু আমাৰ অন্য মুখ্যমন্ত্ৰী বা মন্ত্ৰী আদিৰ কথা বেলেগ, কিবা সাধাৰণ অসুখ হ'লেও গুৱাহাটী মেডিকেল কলেজ হস্পিতালৰতো কথাই নাই চিধাই দিল্লী, মুম্বাইলৈ গুচি যায়। কিছুমানেতো একেকোবে বিদেশ পায়গৈ, সেইবোৰ যিয়ে নহওঁক মই সিংহ ছাৰক লগ পোৱাৰ সুবিধাতো এৰি নিদি দাদাৰ লগতে মেডিকেল কলেজ পালো, গৈ দেখো তেখেতে সাধাৰণ মানুহৰ লগত একে শাৰীতে অতি আনন্দ মনে হস্পিতালৰ বিছনাত বহি আছে। আমি দুয়ো গৈ নমস্কাৰ কৰিলো। তেখেতে নমস্কাৰ জনাই দাদাক ক'লে 'তালুকদাৰ তুমি ক'ৰপৰা ওলালা'। দাদাই ক'লে 'আপোনাক চিকিৎসালয়ত থকা বুলি জানি খবৰ ল'বলৈ আহিলো।' তেখেতে হাঁহি মাৰি ক'লে, 'মোৰ তেনে কোনো ডাঙৰ অসুখ হোৱা নাই। গাটো বৰ দুৰ্বল দুৰ্বল লগাত ডাক্তৰৰ লগত পৰামৰ্শ কৰিছো। ডাক্তৰে ক'লে মোৰ বোলে তেজ কমি গৈছে। কেইবটলমান তেজ দিলে গাটোত বোলে শক্তি পাম। সেয়েহে ইয়ালৈ আহিলো।' মোক দাদাই তেখেতৰ লগত চিনাকি কৰি দিলে। চিনাকি কৰি দিয়াৰ পাছত সিংহ ছাৰে মোক সুধিলে 'তোমাৰ ঘৰ ক'ত? কি কাম কৰা ইত্যাদি।' মই যথাযথ তেওঁৰ প্ৰশ্নৰ উত্তৰ দিলো আৰু তেখেতৰ ভৰি চুই প্ৰণাম জনালো। প্ৰথম চিনাকিতে তেখেতে মোক আকৰ্ষণ কৰিলে। মুখত হাঁহি, সহজ-সৰল কথা, তেখেত মানুহজন বৰ ডাঙৰ দীঘল মানুহ, প্ৰায় ৬½ ফুট মান ওখ, ৰঙা-বগা হাত-ভৰি লোদোৰ-পোদোৰ কিন্তু বয়সৰ চাপ পৰা যেন নেলাগে, চুলিবোৰ হ'ল পকা। আমাক ওচৰতে থকা চেয়াৰ দুখনলৈ আঙুলিয়াই দি বহিবলৈ ক'লে। আমি দুয়োজনে বহি পৰিলো। আৰু তাৰ পাছত তেখেতে নিজৰ কথা তেনেদৰে নুলিয়ালে। লাহে লাহে অসমৰ বিভিন্ন সমস্যাবোৰৰ কথাহে আলোচনাৰ মাজলৈ টানি আনিলে। বুজিছে তালুকদাৰ অসমখন এনেকৈ খণ্ড-খণ্ড হ'ব বুলি ভবা নাছিলো। বৰ অসম ভাঙি সাতখন হ'ল আৰু বা কেইটুকুৰা হয় ভগবানেহে জানে। জীৱন কালতে অসমৰ বহুত পতন দেখিলো আৰু অসমৰ বেয়া অৱস্থা চাবলৈ ইচ্ছা নাই? ভগবানে সোনকালে পাৰ কৰি নিলে ভাল আছিলে।

আমাৰ কাৰোলগত মিল নাই। ইটো জাতিয়ে সিটো জাতিক ঘৃণা কৰে। সিংহ ছাৰৰ তেতিয়া বয়স ৯২ বছৰ। আজি ৯২ বছৰ বয়সতো অসমখন আকৌ সজীৱ হৈ ভাল হওঁক বুলি মনতে চিন্তা কৰি আছে। তেখেতে গৰিব মানুহবোৰৰ কথাহে ক'বলৈ ধৰিলে। তেখেতে সাধাৰণ ৰোগীৰ দৰে সাধাৰণভাৱে মেডিকেল কলেজৰ বাৰ্ডত সৰ্বসাধাৰণ ৰোগীৰ লগতে একেশাৰীতে বহি আছে। তেখেতৰ কোনো আক্ষেপ নাই। মই বুজি পালো এইজন দুখীয়া মুখ্যমন্ত্ৰীয়ে হয়। সেইদিনা তাত ৪৫ মিনিটমান থাকি তেখেতৰ পৰা বিদায় মাগিলো। মুখ্যমন্ত্ৰীয়ে গাটো অলপ ভাল পালে আৰু কোনো নিৰাপত্তাৰক্ষী নোহোৱাকৈ হাতত এটা বেগ লৈ আজিকালিও চিটি বাছতে অহা-যোৱা কৰি মেল মিটিং আদি কৰি থাকে। অথচ অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তইতে আজিও নিৰাপত্তাৰক্ষী লৈ আগে পাছে ৬-৭খন মান গাড়ী দৌৰাই ফুৰায়। যিজন মাষ্টৰৰ ল'ৰাই বাতৰি-কাকত, তামোল-পাণ আদি বেচি পঢ়া-শুনা কৰিছিল তেওঁ বৰ্তমান অগাধ সম্পত্তিৰ মালিক। এইজন প্ৰাক্তন মুখ্যমন্ত্ৰীয়ে অসমীয়া মানুহক পাগল কৰি বিদেশী খেদা আন্দোলনৰ নাট ৰচনা কৰি অসমৰ মুখ্যমন্ত্ৰী হৈ ভাৰতৰ বিভিন্ন স্থানত বৃহৎ-বৃহৎ অট্টালিকা সাজিলে, ৰাইজক প্ৰতাৰণা কৰিলে। অথচ শৰৎ চন্দ্ৰ সিংহ অসমৰ মুখ্যমন্ত্ৰী আছিল। কিন্তু তেখেতৰ আজিও এটা থাকিবলৈ ভাল ঘৰ নাই। বেলতলাত এটা অতি সৰু অসম আৰ্হিৰ ঘৰতে সাধাৰণভাৱে জীৱন নিৰ্বাহ কৰি আছে। তালৈও মই তালুকদাৰ দাৰ লগত গৈছিলো আৰু তেখেতৰ থকা মেলা, আদব-কায়দা আদি প্ৰত্যক্ষ কৰিছিলো। চৰা ঘৰটো তেনেই সৰু, কাষতে এখন সাধাৰণ খাট আৰু তাৰ ওপৰত এখন সাধাৰণ বিছনা চাদৰ পৰা আছে। মানুহ বহিবলৈ ৮খন সাধাৰণ বেতৰ চকী— তাকো আওপুৰণি। অলপ হেলেক-পেলেক কৰে। এদিন তালুকদাৰদাই এই কিতাপখনৰ সংক্ৰান্তত ৰাতিপুৱা মোৰ ঘৰলৈ আহিল তেওঁ মোক ক'লে— 'যতীন, শৰৎ চন্দ্ৰ সিংহৰ ঘৰলৈ যাওঁ ব'লা। কিতাপখনৰ সকলো আৰ্টিকোল যোগাৰ হ'ল— ডি.টি.পি.ও হ'ল। এতিয়া আমাক শৰৎ চন্দ্ৰ সিংহৰ কেইখনমান ফটো লাগে। মই কেমেৰা এটা লৈছো, কেইখনমান ফটো লৈ আহো ব'লা।' মইও তেওঁৰ লগত সিংহ ছাৰৰ ঘৰলৈ ৰাওনা হ'লো। ৰাতিপুৱা আঠ বাজিছে। আমি গৈ সিংহ ছাৰৰ ঘৰ পালো তেখেতে এখন এৰীয়াচাদৰ গাত লৈ বাইদেউৰ লগত চৰা ঘৰত বহি আছে। আমি যোৱা দেখি তালুকদাৰদাক ক'লে অ' অ' তালুকদাৰ আহা, আহা বহা ৰাতিপুৱাই যে আহিলা? দাদাই আমি যোৱাৰ উদ্দেশ্যটো ক'লে। ছাৰে ক'লে তোমাক ইমান বাধা দিলো মোৰ কিতাপ লিখিব

নালাগে। মোৰ কিতাপে ৰাইজক কি উপকাৰ কৰিব। দাদাই ক'লে, আমিহে লেখিছো আমাৰ দৰকাৰ আছে। যথাসময়ত আমি ছাৰৰ কেইকপিমান ফটো তুলি ল'লো। অলপ পাছতেই বাইদেউৱে আমাক একাপ-একাপ কেইখনমান বিস্কুটৰ সৈতে চাহ দিলে। আমি তাত অলপ সময় বহিলো। তাৰ মাজতে অসমৰ সমস্যাৰ বিষয়ে কিছুমান কথা ক'লে। দাদাই সিংহ ছাৰক সুধিলে— ছাৰ, আলফা সমস্যাটো এতিয়া কি হ'ব বুলি ভাবে। তেখেতে হুমুনিয়াহ কাঢ়ি ক'বলৈ ধৰিলে এই সমস্যাটো অতিকৈ স্পৰ্শকাতৰ। ইয়াক সমাধা কৰিব কোনেও ইচ্ছা নকৰে। চৰকাৰেও ইয়াক বৰ্তি থাকিলে ভাল পায়। বুদ্ধিজীৱীবোৰেও কাগজতহে সমস্যাটোৰ সমাধানৰ সূত্ৰ দিয়ে। কিন্তু এই সমস্যাটো সমাধানৰ কাৰণে হাতে-কামে কোনেও আগবাঢ়ি নাহে। ই এনেকৈয়ে থাকিব। সময়ৰ সোঁতত ই কি ৰূপ লয় এতিয়া ক'ব পৰা হোৱা নাই। বৰ্তমান অসমৰ প্ৰধান সমস্যা হৈছে নিবনুৱা আৰু দুৰ্নীতি। চৰকাৰী কামৰ টকাটোৰ কিছু পইচা মানৰহে কাম হয়। ৮০ ভাগেই ভগাই-বিটাই শেষ কৰে। টকাটোৰ আধামান কাম হ'লেও ভাল আছিল। মন্ত্ৰীবোৰেও সকলো জানি নজনাৰ ভাও লৈ থাকে। আমোলা-মহৰি আদিয়ে সোঁহাতে-বাওঁহাতে দুৰ্নীতি কৰিছে আৰু বিলাসী গাড়ী কিনিছে ; ডাঙৰ ডাঙৰ অট্টালিকা সাজিছে। গাড়ীৰ উৎপাতত পথচাৰী গুৱাহাটীত বৰ্তমান ৰাস্তা পাৰ হ'ব নোৱাৰা হৈছে। তাত কাৰো ভ্ৰূক্ষেপ নাই। শুনক, আমাৰ দিনত ইমান গাড়ী-মটৰ নাছিল গুৱাহাটী বুলিলে ফাচী বজাৰ, পাণবজাৰ, উজানবজাৰ, চানমাৰি, বিৰুবাৰী, ৰিহাবাৰীয়ে মুখ্য আছিল। গুৱাহাটীৰ বাকীবোৰ ঠাইৰ বাসিন্দাই গাওঁত বসবাস কৰাৰ দৰেই জীৱন-যাপন কৰিছিল। সেইসময়ত ৰিক্সাই মুখ্য বাহন আছিল। শুনা, তালুকদাৰ এদিন আমাক ৰিহাবাৰীৰ বিয়া এখনলৈ নিমন্ত্ৰণ কৰিছিল। মই তেতিয়া খৃষ্টানবস্তিত আছিলো। বিয়াত যাবলৈ মোৰ লগত এজন বন্ধু ওলাল। আমি দুয়ো ঘৰৰ পৰা খোজকাঢ়িয়ে বাহিৰলৈ ওলালো। ৰাস্তাও বহুদূৰ। প্ৰধান ৰাস্তা নাই ভাবিলো, ৰিক্সা এখন লোৱা ভাল হ'ব। বন্ধুজনে মোৰ লগত হয়ভৰ দিলে। বন্ধুক সুধিলো তোমাৰ পইচা আছেনে, তেতিয়া তেওঁ নাই বুলিয়ে উত্তৰ দিলে। পিছত মই মোৰ চোলাৰ পকেটত হাত দি চালো পইচা আছে ২ অনা। বন্ধুক ক'লো ২ অনাহে আছে ; কি কৰা যায় এতিয়া। বন্ধুৱে ক'লে লাহে-লাহে খোজ কাঢ়িয়ে যাওঁ বলা। তেতিয়া মই ক'লো ইমান দূৰ খোজকাঢ়ি গ'লে বহুত সময় লাগিব। লগতে ভাগৰো লাগিব। মই ওচৰৰে গৈ থকা ৰিক্সা এখনক মাতিলো। তেওঁক ক'লো ৰিহাবাৰীলৈ ৰিক্সা ভাড়া কিমান দিব লাগিব। তেওঁ ক'লে, ৩ অনা। তেতিয়া মোক

দুই অনাত নহ'ব বুলি ক'লে। পিছত মই ক'লো, দুই অনাত তুমি যিমান পৰা তালৈ আমাক লৈ ব'লা। তোমাৰ দুই অনাৰ ৰাস্তাৰ ভাড়া পাৰ হ'লে তাতে আমাক নমাই দিবা। কথামতে কাম আমি ৰিক্সাত বহিলো। ৰিক্সাত বহি থাকি লাচিতনগৰ পাৰ হোৱাৰ লগে লগে ৰিক্সাৱালাই ক'লে "বাবু আপকা দো অনা কা ৰাস্তা খটম হো গয়া" আমি তেতিয়া ৰিক্সাৰ পৰা নামি ৰিক্সাৱালাক দুই অনা দি তাৰ পৰা বিয়া ঘৰলৈ খোজকাঢ়িয়ে যাত্ৰা আৰম্ভ কৰিলো। আমি জীৱনত বৰ বেছি আৰাম কৰিবলৈ নাপালো। তেতিয়া তেওঁ মুখ্যমন্ত্ৰী হোৱা নাছিল। চাওঁক সিংহ ছাৰ কি চৰিত্ৰৰ মানুহ। তেখেতে ৰাইজৰ হকে কাম কৰি গৈছিল তেখেতৰ আকালো নাই, ভঁৰালো নাই। ভগৱানে তেখেতক ৬ বছৰৰো ওপৰ কাল অসমৰ মুখামন্ত্ৰী হোৱাৰ সুবিধা দিছিল। ইমান সুবিধা পায়ো তেখেতে নিজৰ কাৰণে একো নকৰিলে। যিদৰে মুখ্যমন্ত্ৰী হওঁতে হাতত বেগটো লৈ খোজকাঢ়ি আহি জনতা ভৱনত সোমাইছিল আৰু মুখ্যমন্ত্ৰী ভঙাযোৱাৰ দিনতো সেই একে বেশেৰে হাতত বেগটো লৈ জনতা ভৱনৰ পৰা ওলাই চিটি বাছত উঠি ঘৰ পাইছিল। এনেকুৱা মুখ্যমন্ত্ৰী অসমত নাছিল আৰু ভৱিষ্যতেও নহ'ব বুলি ভাবো। সিদিনা আমি দুই ঘণ্টামান থকাৰ পাছত সিংহ ছাৰৰ ঘৰৰ পৰা বিদায় লৈ ঘৰলৈ গুচি আহিলো।

১ জানুৱাৰী ১৯১৪ চনত মাননীয় শৰৎ চন্দ্ৰ সিংহই অবিভক্ত গোৱালপাৰা জিলাৰ চাপৰৰ ভকতপাৰা নামৰ এখন অতি পিছপৰা সৰু গাৱঁতে জন্ম গ্ৰহণ কৰিছিল। তেখেতৰ দেউতাক লাল সিংহ এজন সাধাৰণ খেতিয়ক আছিল; মাতৃৰ নাম আয়াসিনী সিংহ। স্বৰ্গীয় অমূল্য কাকতিয়ে শৰৎ চন্দ্ৰ সিংহৰ জীৱনৰ আধাৰত এখন documentary উলিয়াইছিল। সেই documentaryখন মোক তালুকদাৰদাই ঘৰলৈ আনি দেখুৱাইছিল। তাত শৰৎ চন্দ্ৰ সিংহৰ জীৱনৰ সকলো কথাবোৰ প্ৰতিফলিত কৰি চিনেমাখন বনাইছিল। দেউতাকে পথাৰত যেতিয়া হাল বাবলৈ যায় শৰৎ সিংহয়ো দেউতাকৰ নাঙলৰ পিছে-পিছে ৮, ৯ বছৰ বয়সত গামোচা এখন পিন্ধি লেংটি মাৰি গৈ থকা ছবি প্ৰত্যক্ষ কৰিছিলো। মাজে-মাজে ডাঙৰ-ডাঙৰ চপৰাবোৰ ভাঙি-ভাঙি গৈছিল। চাওঁক ৭-৮ বছৰ বয়সতে তেখেতে দেউতাকক খেতি পথাৰত সহায় কৰি দিছিল। পিছতো খেতি-পথাৰত সহায় কৰি দিছিল। তাৰ পিছত তেখেতে শিক্ষক হিচাপে কিদৰে স্কুলত কাম কৰিছিল ইত্যাদি সকলো কথা তাত ছবি আকাৰে প্ৰকাশ পাইছিল।

১৯৬৮ চনৰ পৰা ১৯৭৮ চনলৈ শৰৎ চন্দ্ৰ সিংহই অসমৰ গুৰি ধৰিছিল। ১৯৭১ চনৰ ৩১ ডিচেম্বৰৰ পৰা ১৯৭৮ চনৰ ১২ মাৰ্চলৈ মুঠতে ৬ বছৰ ১ মাহ ১২ দিন শৰৎ চন্দ্ৰ সিংহই অসমৰ মুখ্যমন্ত্ৰী হিচাপে অতি সফলতাৰে তেখেতৰ কাৰ্য্যকাল শেষ কৰিছিল। সেই সময়ত অসমৰ ৰাজধানী চিলঙত আছিল। যেতিয়া অসম মেঘালয় ভাগ হ'ল তেতিয়া মেঘালয়ৰ মানুহবোৰে অসমীয়া মানুহবোৰক অলপ অত্যাচাৰ কৰিবলৈ ধৰিছিল তেখেতসকলে অসমৰ ৰাজধানী চিলঙত থকাটো বিচৰা নাছিল। ১৯৫০ চনৰ পৰা অসমৰ ৰাজধানী পাহাৰৰ পৰা নমাই আনিবলৈ বিভিন্ন সংগঠনে দাবী কৰি আহিছিল। শেষত শৰৎ চন্দ্ৰ সিংহৰ বলিষ্ঠ পদক্ষেপত ১৯৭২ চনৰ ৭ জুনত চিলঙত বহা বাজেট অধিৱেশনত ৰাজধানী স্থানান্তৰ কৰাৰ সিদ্ধান্ত লৈছিল আৰু পৰবৰ্তী ১৯৭৩ চনৰ মাৰ্চ মাহত বাজেট অধিৱেশনত অস্থায়ী ৰাজধানী গুৱাহাটীত বহুৱাইছিল। এইদৰে তেখেতে অসমৰ ৰাজধানী চিলঙৰ পৰা ভৈয়ামলৈ নমাই আনিছিল। ১৯৮৯ চনত কেন্দ্ৰীয় বিশ্বনাথ প্ৰতাপ সিংহৰ নেতৃত্বাধীন ৰাষ্ট্ৰীয় মৰ্চা চৰকাৰে শৰৎ চন্দ্ৰ সিংহক মহাৰাষ্ট্ৰৰ দৰে ৰাজ্যৰ ৰাজ্যপাল হিচাপে মনোনীত কৰিছিল যদিও তেখেতে তাক প্ৰত্যাখান কৰিছিল। তেখেতে যে অকল অসমৰ কথাই ভাৱে এনে নহয়, তেখেতে গোটেই ভাৰতবৰ্ষৰ উন্নতি কামনা কৰে। সেয়েহে তেখেতক সকলোৱে ৰাষ্ট্ৰীয় নেতা হিচাপেহে জ্ঞান কৰে, শ্ৰদ্ধা কৰে তেখেতৰ কৰ্ম আৰ্হি অতুলনীয় সকলো কাম নিষ্ঠাৰে কৰে, সহজ-সৰল কথা পাতে। তেখেতৰ কথাত উষ্ণতা দেখা পোৱা নাযায়। যি কয় আগ-গুৰ ভাবি ব্যক্ত কৰে।

ওপৰঞ্চি : "আমাৰ কিতাপত লগা সকলো বস্তু যোগাৰ হ'ল। এতিয়া পূৰা দমে প্ৰেছত লাগি কিতাপখন উলিয়াব লাগে। তুমিও মোক অলপ সহায় কৰি দিবা" তালুকদাৰ দাদাই ক'লে। কথামতে কাম। সন্ধ্যাবেলা গ্ৰন্থসম্পৰ্কত আলোচনাৰ বাবে স্বাস্থ্যমন্ত্ৰী মাননীয় ডাঃ ভূমিধৰ বৰ্মণৰ ওচৰলৈ যোৱাৰ কথা। কিন্তু নিয়তিৰ কি পৰিহাস! তালুকদাৰ দাৰ সেই আশা, আশা হৈয়েই থাকিল। সিদিনাখনেই হঠাতে 'ষ্ট্ৰক' হৈ মগজুৰ ৰক্তক্ষৰণ হোৱা অৱস্থাত চিকিৎসাধীন হ'ব লগা হোৱা শ্ৰী তালুকদাৰে এনেকৈ চিৰবিদায় মাগিব আমাৰ কল্পনাৰো অতীত আছিল। ২৫ তাৰিখে পুৱা টেলিফোন যোগে পোৱা শ্ৰী তালুকদাৰৰ মৃত্যুৰ সংবাদটো আছিল মোৰ জীৱনৰ এক চৰম আঘাত। কিন্তু মানৱ জীৱনৰ এই নিষ্ঠুৰ সত্যক মানি লোৱাৰ বাদে উপায়ো নাছিল। ইতিমধ্যে প্ৰায় ১১ মান বজাত কংগ্ৰেছৰ আগশাৰীৰ নেতা অৰুণ বৰা, জয়কুমাৰ জৈন, দুৰ্লভ চমুৱাৰ লগতে ভালেমান শিল্পী সাহিত্যিকৰ উপস্থিতিত শ্মশান

যাত্রা আৰম্ভ কৰা হ'ল। এক দীঘলীয়া যাত্রাৰ অন্তত ভূতনাথ শ্মশানত উপস্থিত হ'লোগৈ। যথা ৰীতি আনুষ্ঠানিকতাৰ অন্তত অন্ত্যেষ্টিক্রিয়া চলি থকা সময়তে এখন অটোৰিক্সাত আহি বিমর্ষ মন এটা লৈ গুৰু গম্ভীৰভাৱে শ্রীযুত সিংহদেৱ তাত উপস্থিত হ'লহি। গভীৰ হৈ থকা শ্মশানৰ পৰিবেশ আৰু গভীৰতম হৈ পৰিল তেওঁৰ উপস্থিতিত। ধীৰ পদক্ষেপেৰে চিতাৰ ওচৰলৈ গৈ জুইৰ মাজলৈ দুটুকুৰা চন্দন দলিয়াই দি কৰযোৰে মাথোঁ চাই থাকিল সন্মুখলৈ নির্ব্বিকাৰভাৱে।

শ্রীযুত সিংহদেৱ আগেয়ে কিবা নোপোৱা অথবা হেৰুওৱাৰ বেদনাত বিচলিত হৈছিল যদিও নাজানো ; কিন্তু সিদিনা সেই মুহূর্তত তেওঁক যথেষ্টই বিচলিত হোৱা যেন লাগিল। এজন অতিকৈ মৰমৰ আত্মীয়ক হেৰুৱাৰ দৰে। তেওঁ স্বগতোক্তি কৰাৰ দৰে মাথোঁ ক'লে "অথিৰ ধন জন জীৱন যৌৱন...... সংসাৰ। মোৰ বন্ধুবৰ তালুকদাৰক হেৰুৱাই আজি বৰ অসহায় অনুভৱ কৰিছো।" তেওঁক আগতীয়াকৈ শ্মশান এৰিবৰ বাবে অনুৰোধ কৰা সত্ত্বেও মান্তি নহ'ল। প্রায় দুঘণ্টা সময় ধৰি একেথৰে শেষ মুহূর্তলৈকে থিয় হৈ থাকিল আন মানুহবিলাকৰ সৈতে।

এইজনেই অসমৰ সু-সন্তান সিংহ পুৰুষ শ্রীযুত শৰৎ চন্দ্র সিংহ। যাৰ জীৱনটোৱেই এক ইতিহাস। এক গৱেষণাৰ উৎস।

শেষত এই সুযোগতে তালুকদাৰ দাদাৰ আত্মাই চিৰশান্তি লাভ কৰাৰ বাবে প্রার্থনা কৰাৰ লগতে শ্রীযুত সিংহৰ দীর্ঘায়ু কামনা কৰিলোঁ।

**(বিঃদ্রঃ এই প্রবন্ধৰ ওপৰঞ্চি ভাগ** সম্পাদক শ্রী হৰেন্দ্র মোহন তালুকদাৰদেৱৰ মৃত্যুৰ পিচত সংযোজিত।— লেখক) ■

---

**এই প্রবন্ধৰ লেখক ডাঃ যতীন নাথ অসম চৰকাৰৰ স্বাস্থ্য বিভাগত কর্মৰত এজন সু-চিকিৎসক। তেওঁ সমাজ সেৱাত আত্মনিয়োগ কৰাৰ লগতে লেখা মেলাতো আগ্রহী। তেওঁ বর্তমান বিৰুবাৰী, প্রফেছাৰ ক'লনিৰ স্থায়ী বাসিন্দা।**

# শৰৎ চন্দ্ৰ সিংহৰ ৰাজনৈতিক জীৱনৰ এছোৱা

■ করুণা কান্ত ডেকা

আমেৰিকান দাৰ্শনিক এমাৰচন (Emerson)য়ে কৈছে 'Nothing counts in this world except you do for others' উক্ত বাণীৰে মহীয়ান হৈ প্ৰতিজন অসমীয়া অনা অসমীয়াৰ মনৰ মানুহ হ'ব পৰা কোনো ব্যক্তিবিশেষৰ উদাহৰণ বিচাৰিবলৈ হ'লে প্ৰথমে শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহৰ নামেই ল'ব লাগিব। এখন ৰাজ্যৰ সৰ্ব্বোচ্চ পদত থাকিও ভোগ বিলাস পৰিহিত জীৱন-যাপনেৰে নিঃস্বাৰ্থভাৱে দেশ-সেৱা কৰি দেশৰ অৰ্থনীতি ৰাজনীতি সমাজনীতি আদিৰ উল্লেখনীয় পৰিবৰ্ত্তন সাধিও কৃতিত্ব ল'ব নিবিচৰা বিশাল ব্যক্তিত্বৰ অধিকাৰী জীৱন্ত কিংবদন্তী এইজন মহান নেতাক আজিও আমাৰ মাজত পোৱাটো প্ৰতিজন অসমবাসীৰ বাবেই সৌভাগ্য আৰু গৌৰৱৰ কথা।

শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ আছিল তৰুণ অসমৰ তৰুণ প্ৰতিনিধি। মহাত্মা গান্ধীৰ আৰ্দশেৰে অনুপ্ৰাণিত হৈ কলেজীয়া শিক্ষা সাং কৰি কেইবছৰমান শিক্ষকতাৰ সোৱাদ লৈ প্ৰত্যক্ষ ৰাজনীতিত প্ৰবেশ কৰিছিল, ১৯৪৬ চনত কংগ্ৰেছৰ মনোনয়নৰ দ্বাৰা বিধানসভাৰ সদস্য নিৰ্ব্বাচিত হৈ। অভয়েশ্বৰী হাইস্কুলৰ অংকৰ শিক্ষক হিচাপে যোগদান কৰি কিছুদিন বীৰঝৰা (বঙাইগাওঁ) হাইস্কুলত শিক্ষকতা কৰি পিচলৈ তেওঁ চাপৰ হাইস্কুলৰ প্ৰধান শিক্ষক পদত কাৰ্য্যনিৰ্ব্বাহ কৰিছিল। বিধান সভাৰ সদস্য হোৱাৰ পিচতো ৰাইজৰ অনুৰোধ এৰাব নোৱাৰি তেওঁ বহুদিন ধৰি অবৈতনিকভাৱে চাপৰ হাইস্কুলৰ প্ৰধান শিক্ষকৰ পদ চম্ভালিব লগা হৈছিল।

১৯৪৬ চনত বিধানসভাৰ সদস্য নিৰ্ব্বাচিত হোৱাৰ পিচৰ পৰা ১৯৭২ চনৰ মুখ্যমন্ত্ৰীৰ কাৰ্য্যভাৰ লোৱাৰ মাজৰ এই কালছোৱাত তেওঁ অসমৰ ভালেমান অনুষ্ঠান প্ৰতিষ্ঠানৰ গুৰুত্বপূৰ্ণ পদত অধিষ্ঠিত হৈ সুচাৰুভাৱে পৰিচালনা কৰিছিল। এই কালছোৱাৰ তেওঁৰ ৰাজহুৱা পদসমূহ আছিল এনে ধৰণৰ ঃ

১। সদস্য, সদৌ ভাৰত কংগ্ৰেছ কমিটি, আৰু কাৰ্য্যবাহী সদস্য অসম প্ৰদেশ কংগ্ৰেছ কমিটি (১৯৫২ চনৰ পৰা)

২। সভাপতি, ধুবুৰী জিলা কমিটি (১৯৫২-৫৯)

৩। সম্পাদক, অসম প্ৰদেশ কংগ্ৰেছ কমিটি (১৯৫৬-৫৭)

৪। সম্পাদক, অভ্যৰ্থনা সমিতি, ভাৰতীয় জাতীয় কংগ্ৰেছ, গুৱাহাটী অধিবেশন (১৯৫৮)

ইয়াৰ উপৰিও তেওঁ উত্তৰ-পূব সীমান্ত ৰেলৱে কৰ্ম্মচাৰী সন্থা, অসম গড়কাপ্তানী বিভাগ কৰ্ম্মী সংঘ আৰু কামৰূপ উদ্যোগ কৰ্ম্মী সন্থাকে ধৰি কেইবাটাও ট্ৰেড ইউনিয়ন (Trade Union) সংগঠনৰ সৈতেও জড়িত আছিল। বাংলাদেশ অভ্যুত্থানৰ সময়ত গঠিত হোৱা অসম প্ৰদেশ বাংলাদেশ সাহায্য কমিটিৰো তেওঁ সভাপতি আছিল।

১৯৭০ চনত এফ্ৰো এছিয়ান ছলিদেৰিটি অৰ্গেনাইজেচনৰ (Afro Asian Solidarity Organisation)ৰ পৃষ্ঠপোষকতাত কাইৰোত বহা আন্তঃৰাষ্ট্ৰীয় সভাৰ ভাৰতীয় প্ৰতিনিধি মণ্ডলীৰ তেওঁ পৰিচালক আছিল।

১৯৭১ চনৰ ১৮ জুনত অইল ইণ্ডিয়া লিমিটেডৰ সভাপতি হোৱাৰ আগলৈ তেওঁ চৰকাৰৰ মনোনীত পৰিচালক আছিল।

শ্ৰীযুত সিংহ হৈছে এজন ভ্ৰমণ প্ৰিয় ব্যক্তি। ইটালী, পশ্চিম জাৰ্ম্মানী, ফ্ৰান্স, ইংলেণ্ড, ইজিপ্ত, ছিৰিয়া, লেবানন জৰ্ডান, ইৰান আদি ভালেমান দেশ তেওঁ ভ্ৰমণ কৰিছে।

চাপৰৰ পৰা প্ৰায় ২ মাইল আঁতৰৰ অখ্যাত ঠাই ভগতগাঁৱৰ দৰিদ্ৰ কৃষক লালসিং সিংহ আৰু আয়াসিনী দেৱীৰ সু-সন্তান শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহদেৱে ১৯৭২ চনৰ ৩১ জানুৱাৰীত মহেন্দ্ৰ মোহন চৌধুৰীৰ পৰবৰ্ত্তী মুখ্যমন্ত্ৰী হিচাপে গুৰুভাৰ গ্ৰহণ কৰে।

চাপৰ হৈছে মুছলিম লীগ্ সমৰ্থিত ৰাজনৈতিকভাৱে বিভাজিত এক মুছলমান বসতি প্ৰধান অঞ্চল। কিন্তু ১৯৪৬ চনত ৰাজনীতিত যোগদান কৰিয়েই সু-সংগঠক

শ্ৰীযুত সিংহদেৱে চাপৰ অঞ্চলৰ হিন্দু-মুছলিম সকলোকে একত্ৰিত কৰি কংগ্ৰেছ পতাকাৰ তলত থিয় কৰোঁৱাইছিল। এনেকি ভাষাক লৈ সৃষ্টি-হোৱা গোষ্ঠী সংঘৰ্ষৰ দিনতো তেওঁ আলগা চৰত থাকি হিন্দু-মুছলিমৰ সমন্বয়ৰ হকে কাম কৰিছিল। তেতিয়াই তেওঁৰ আমন্ত্ৰণ ক্ৰমে প্ৰয়াত জৱাহৰলাল নেহৰু, গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলি আহমেদ আদি ভাৰতবৰ্ষৰ আগশাৰীৰ নেতাসকল চাপৰত উপস্থিত হৈ হিন্দু-মুছলিম নেতাসকলৰ সহযোগিতাত ভালেমান উন্নয়নমূলক কামৰ শুভাৰম্ভ কৰিছিলহি। নেহৰুৰ হৈ লিয়াকট চুক্তিৰ ৰূপায়ণকে ধৰি চাপৰ অঞ্চলত মাদ্ৰাছা সম্প্ৰসাৰণৰ ক্ষেত্ৰতো তেওঁৰ বৰঙণি অপৰিসীম।

সৃষ্টিমূলক কামৰ ফলস্বৰূপেই তেওঁ চাপৰ অঞ্চলৰ হিন্দু-মুছলিম সহিতে প্ৰতিটো সম্প্ৰদায়ৰ সমৰ্থন আদায় কৰিবলৈ সমৰ্থ হৈছিল। তেওঁৰ ৰাজনৈতিক জীৱনৰ উত্থানৰ ক্ষেত্ৰত চাপৰবাসীৰ অৱদান অসীম বুলিব পাৰি। সততা আৰু নিষ্ঠাৰ প্ৰতীক, আদৰ্শৱান, দক্ষ ৰাজনীতিবিদ শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ ১৯৪৬ চনত আনুষ্ঠানিকভাৱে অসমৰ ৰাজনীতিত প্ৰবেশ কৰে। ১৯৪৬ চনৰ পৰা ১৯৫২ চনলৈ বিলাসীপাৰা সমষ্টিক প্ৰতিনিধিত্ব কৰাৰ পিচত পুনৰ ১৯৬২ চনৰ পৰা ১৯৬৭ চনলৈ দ্বিতীয়বাৰৰ বাবে বিধানসভালৈ নিৰ্ব্বাচিত হয়। ১৯৭২ চনত কোকৰাঝাৰ (পূব) সমষ্টিৰ পৰা অভিলেখ সংখ্যক ভোটেৰে বিধানসভাৰ মজিয়াত প্ৰবেশ কৰি শ্ৰীযুত সিংহদেৱ সৰ্ব্বসন্মতিক্ৰমে কংগ্ৰেছ বিধায়িনী দলৰ নেতা নিৰ্ব্বাচিত হয় আৰু ১৯৭২ চনৰ ১৭ মাৰ্চৰ দিনা মুখ্যমন্ত্ৰী ৰূপে শপত গ্ৰহণ কৰে।

মুখ্যমন্ত্ৰীৰ আসন গ্ৰহণ কৰিয়েই তেওঁ কৃষি উৎপাদন বৃদ্ধি, কৃষক উন্নয়ন, দৰিদ্ৰতা ও দুৰ্নীতি দূৰীকৰণ, গ্ৰাম্য অৰ্থনীতি উন্নতি কিংবা সম্প্ৰসাৰণ আদি উদ্দেশ্য আগত ৰাখি ভালেমান আঁচনি হাতত লয়। এই আঁচনিসমূহৰ ভিতৰত উল্লেখযোগ্য কেইখনমান আঁচনি হ'ল ঃ

১। **জৰুৰীকালীন ৰবি শস্য আঁচনি** (Emergency Robi Crop Scheme) ঃ অসমত প্ৰতিবছৰে হোৱা বানপানীৰ প্ৰলয়ংকৰী ভূমিকাৰ ফলত শালি খেতি চপাব নোৱাৰা দুৰ্ভগীয়া কৃষকসকলৰ দুৰৱস্থাৰ কথা লক্ষ্য কৰি তেওঁৰ শাসন কালত ৰবি শস্য আঁচনিখন প্ৰস্তুত কৰা হয়। ৰবি শস্যৰ বাবে পানীৰ অভাৱ পৰিলক্ষিত হোৱাত এই আঁচনিৰ অধীনত নলী নাদৰ ব্যৱস্থা কৰি পাম্প কৃষি সঁজুলি, ৰাসায়নিক সাৰ আদি যোগান ধৰা হয়। বান পীড়িত অঞ্চলৰ লোকৰ উন্নতিৰ ক্ষেত্ৰত এই আঁচনিৰ অৱদান উল্লেখনীয়।

২। **গাওঁ পঞ্চায়ত সমবায় সমিতি** (Gaon Panchayat Co-operative Scheme) **:** সমবায় আন্দোলনৰ জৰিয়তে কৃষক সমাজক একত্রিত কৰা শ্রীযুত শৰৎ চন্দ্র সিংহদেৱে মুখ্যমন্ত্রী হৈয়েই গাওঁ পঞ্চায়তৰ অধীনত, সমবায় সমিতি গঠন কৰি এই আঁচনি তৈয়াৰ কৰে। এই আঁচনিৰ মুখ্য উদ্দেশ্য আছিল গ্রাম্য অৰ্থনীতিৰ ভেটি দৃঢ় কৰাটো। গ্রাম্য অঞ্চলৰ অনগ্রসৰ লোকৰ উন্নতিয়েই যে দেশৰ অৰ্থনীতিৰ মূল সোপান এয়াই আছিল এই আঁচনিৰ মূল মন্ত্র। যি সময়ত কেন্দ্রীয় চৰকাৰ আৰু ৰিজাৰ্ভ বেংকৰ ওচৰত অসম চৰকাৰৰ ধাৰৰ বোজা ৫০০ কোটি টকাৰো অধিক আছিল তেনে ক্ষণত ৬৬৩ খন গাওঁ পঞ্চায়ত সমবায় সমিতি গঠন কৰা হয়। তেনে দুৰ্দিনৰ সময়ত স্থাপিত গাওঁ পঞ্চায়তসমূহে সমাজৰ উন্নতিৰ হকে কাম কৰিব পৰাটো শ্রী সিংহ চৰকাৰৰ সফলতাৰ উৎকৃষ্ট নিদৰ্শন।

৩। **কৃষি নিগম** (Farming Corporation Scheme) **:** শ্রীযুত সিংহই আছিল অসমৰ কৃষকসকলৰ দুৰৱস্থা আৰু মনৰ অৱস্থা উপলব্ধি কৰা প্ৰথম মুখ্যমন্ত্রী। উন্নত পদ্ধতি অৱলম্বন কৰি কৃযি উৎপাদন বৃদ্ধিৰ বাবে আৱশ্যকীয়, উন্নত বীজ, সাৰ, যন্ত্র-পাতি আদি কৃষকসকলক সুলভ অথবা বিনামূল্যত বিতৰণ কৰি গ্ৰাম্য অৰ্থনীতিত সুস্থিৰতা অনাৰ ক্ষেত্ৰত এই আঁচনিৰ প্ৰভাৱ সুদূৰ প্ৰসাৰী।

৪। **আকলন পত্ৰ আঁচনি** (Letter of Credit Scheme) **:** ৰাজভৰাঁল উদং অৱস্থাত অসমৰ মুখ্য ও বিত্ত মন্ত্রী পদত অধিষ্ঠিত হোৱা শ্রীযুত সিংহদেৱে অৰ্থনীতি উন্নতিৰ হকে জটিল পদক্ষেপ ল'ব লগা হৈছিল। তেওঁৰ মুখ্যমন্ত্রিত্বৰ কালত কাৰ্য্যকৰী কৰা বিভিন্ন উন্নয়নমূলক আঁচনিৰ শিতানতো কিছু পৰিমাণৰ ধন ব্যয় হৈছিল। আকলন পত্ৰ আঁচনিৰ অৱলম্বনত বিভিন্ন শিতানত খৰচ হোৱা অযথা ব্যয়ৰ পৰিমাণ ৰোধ কৰাৰ ব্যৱস্থা কৰা হয়। এই পদ্ধতিয়ে কিছু পৰিমাণে হ'লেও অৰ্থনৈতিক সুস্থিৰতা অনাত সহায়ক হৈছিল।

৫। **তদাৰক কোষ আঁচনি** (Vigilance Cell Scheme) **:** শ্রী সিংহদেৱৰ কাৰ্য্যকালত তৈয়াৰ কৰা আঁচনিসমূহৰ ৰূপায়ণত যাতে কোনো ধৰণৰ দুৰ্নীতি আৰু বিসংগতিয়ে ঠাই ল'ব নোৱাৰে সেই উদ্দেশ্যৰে স্বয়ং মুখ্যমন্ত্রীৰ তত্ত্বাৱধানত এই তদাৰক কমিটি গঠন কৰা হৈছিল। দুৰ্নীতিহীনভাৱে আঁচনিসমূহৰ সফল ৰূপায়ণ কৰাত এই কমিটিৰ বৰঙণি যথেষ্ট।

৬। **পঞ্চায়তী ৰাজ** (Panchayati Raj Scheme) **:** পঞ্চায়তী ৰাজ পদ্ধতিৰ মূল মন্ত্রই হৈছে 'ৰাইজেই ৰজা'। দেশৰ অৰ্থনীতিৰ মূল ভেটি স্বৰূপ ৭০ শতাংশৰো

অধিক গ্ৰাম্য জনগণৰ উন্নতি সাধনেই হৈছে এই আঁচনিৰ মুখ্য উদ্দেশ্য। মহাত্মা গান্ধীৰ আদৰ্শেৰে সৃষ্টিত এই আঁচনিৰ প্ৰকৃত ৰূপায়ণ শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহৰ আগলৈকে হোৱা নাছিল। অসমৰ পিচপৰা গ্ৰামীণ সম্প্ৰদায়ৰ উন্নতিত প্ৰাধান্য দিয়া শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহৰ বাবে পঞ্চায়তী ৰাজ আছিল এক উত্তম আঁচনি। প্ৰতিখন গাওঁ পঞ্চায়তক চৰকাৰৰ দৃষ্টিলৈ আনি সকলোবোৰ সা-সুবিধাৰে কাৰ্য্যক্ষম কৰি তুলি পঞ্চায়তী ৰাজৰ সফল ৰূপায়ণ কৰাত তেওঁ যথেষ্ট গুৰুত্ব দিছিল আৰু সৰ্বসাধাৰণ ৰাইজৰ স্বাধীনতাৰ প্ৰকৃত সোৱাদ দিয়াত কৃতকাৰ্য্য হৈছিল।

৭। **দিশপুৰলৈ অস্থায়ী ৰাজধানী স্থানান্তৰণ** (Temporary Capital at Dispur) ঃ চিলঙত ১৮৭৫ চনতেই বৃটিছ প্ৰশাসকে স্থাপন কৰি থৈ যোৱা অবিভক্ত অসমৰ ৰাজধানীখন স্থানান্তৰৰ প্ৰশ্ন আহি পৰিছিল ১৯৭১ চনৰ ২১ জানুৱাৰী তাৰিখে মেঘালয়ক সুকীয়া ৰাজ্যৰ স্বীকৃতি দিয়াৰ পিচৰ পৰা। তলৰ পৰ্য্যায়ত আৰম্ভ হৈছিল অনেক তৰ্ক-বিতৰ্ক দ্বন্দ খৰিয়ালৰ। শ্ৰীযুত সিংহদেৱে মুখ্যমন্ত্ৰীৰ আসন গ্ৰহণ কৰাৰ আগেয়েই ৰাজধানী স্থানান্তৰৰ সিদ্ধান্ত লোৱা হৈছিল যদিও বাস্তৱায়িত কৰিব পৰা নাছিল, স্থান সম্পৰ্কত বিৰোধী দলে কৰা হস্তক্ষেপৰ বাবে। ৰাজধানী স্থানান্তৰণ কমিটিয়েও স্থিৰ সিদ্ধান্ত দিব পৰা নাছিল, সদস্যবৃন্দই ৰাজধানীখনক লৈ কৰা টনা আঁজোৰাৰ বাবে। আনহাতে উপযুক্ত ঘৰৰ অভাৱ আছিল আন এক অন্তৰায়। এই সকলোবোৰ বাধা বিঘিনি নেওচি বিৰোধী দল, জনসাধাৰণ সকলোৰে সমালোচনাক আওকাণ কৰি অস্থায়ী ৰাজধানী নামকৰণেৰে ১৯৭৩ চনৰ ১৬ মাৰ্চত আবেগিকভাবে হ'লেও দিছপুৰত ৰাজধানী স্থাপন কৰা হয়। পিচত ১৯৭৬ চনৰ ২৬ জানুৱাৰীত সাংবিধানিকভাৱে দিছপুৰক ৰাজধানী ঘোষণা কৰা হয়। তেখেতৰ সজ আৰু সাহসী পদক্ষেপৰ বাবেই যে আজি দিছপুৰত স্থায়ী ৰাজধানী স্থাপন কৰাটো সম্ভৱপৰ হৈ উঠিল এই কথাত আজি সকলোৱে একমত।

৮। **খাদ্য শস্যৰ চৰকাৰী ব্যৱসায়** (State Trading in food grains) ঃ শ্ৰীযুত সিংহৰ এই বৈপ্লৱিক আঁচনিখনৰ জৰিয়তে সমবায় সমিতিসমূহক সক্ৰিয় কৰি কৃষি শস্যসমূহৰ মূল্য চৰকাৰীভাৱে নিৰ্দ্ধাৰণ কৰা মূল্যত কিনা-বেচাৰ ব্যৱস্থা কৰা হয়। আনকি ৬৬৩ খন সমবায় সমিতিৰ যোগেৰে লোণ তেল আদিৰো বিক্ৰীৰ ব্যৱস্থা কৰা হয়। ফলত অতদিনে দৰিদ্ৰ কৃষকৰ কৃষি শস্যৰ ব্যৱসায় কৰি মুনাফা আদায় কৰি অহা ব্যৱসায়ী মহলে ইচ্ছানুযায়ী কৃষি শস্যৰ মূল্য নিৰ্দ্ধাৰণ কৰিব নোৱাৰা হয়। সেয়েহে তেওঁলোকে পাকে-প্ৰকাৰে খাদ্য-শস্যৰ কৃত্ৰিম নাটনিৰ সৃষ্টি কৰি চৰকাৰক

সমালোচনাৰ সন্মুখীন কৰোৱাইছিল। অৱশ্যে ক্ৰমশঃ বাইজে ব্যৱসায়ী মহলৰ কাৰ চাজি বুজি উঠে আৰু আঁচনিখনৰ প্ৰতি সহাঁৰি আগবঢ়ায়।

৯। **ভূমিহীনক ভূমি প্ৰদান** (Land to landless) : কেন্দ্ৰীয় চৰকাৰৰ ২০ দফীয়া আঁচনিৰ অন্তৰ্গত এই আঁচনিৰ মূল দাবীদাৰ শ্ৰীযুত সিংহদেৱকেই বুলিব পাৰি। তেওঁৰ দিনতে ১৯৭৫ চনত চিলিং আইনৰ অধীনত মাটিৰ মালিকীস্বত্বৰ পৰিমাণ ৭৫ বিঘাৰ পৰা ৫০ বিঘালৈ নিম্নগামী কৰা হয়। এই বছৰতে ১ লাখ বিঘাতকৈ অধিক মাটি ৬১০০০ জন ভূমিহীন কৃষকৰ মাজতে বিতৰণ কৰা হয়।

১০। **শিক্ষানুষ্ঠান সংস্কাৰ আঁচনি** (Educational Institute Management Reform) : হৰেন্দ্ৰনাথ তালুকদাৰৰ হাতৰ পৰা শিক্ষামন্ত্ৰীৰ দায়িত্ব নিজ হাতলৈ আনি শ্ৰীযুত সিংহদেৱে অসমৰ শিক্ষা ব্যৱস্থা সংস্কাৰৰ হেতু এক আঁচনি ঘোষণা কৰে। এই আঁচনিয়ে শিক্ষানুষ্ঠান পৰিচালনা, চৰকাৰী অনুদান, ছাত্ৰ-ছাত্ৰীৰ জলপানি আদি বহুতো শিক্ষা সম্বন্ধিত বিষয় সামৰি লৈছিল যাৰ ফলস্বৰূপে শিক্ষানুষ্ঠান সমূহত থকা ভিতৰুৱা থাম-খেয়ালি আঁতৰাই সুস্থ শৈক্ষিক বাতাৱৰণৰ সৃষ্টিত সহায়ক হৈছিল।

যি সময়ত অসমৰ আৰ্থিক পৰিস্থিতি একেবাৰেই শোচনীয় আছিল আৰু আভ্যন্তৰীণ অৱস্থা অস্থিৰ হৈ আছিল তেনে সময়ত অতবোৰ আঁচনি কাৰ্য্যকৰী কৰাটো যিকোনো নেতাৰ পক্ষেই দুৰূহ কাম। কিন্তু শ্ৰীযুত সিংহদেৱৰ সাহসিকতা, আন্তৰিকতা আৰু আশাশুধীয়া প্ৰচেষ্টাৰ ফলত আটাইবোৰ আঁচনিয়েই কাৰ্য্যত পৰিণত কৰা সম্ভৱ হৈছিল। বিৰোধী পক্ষৰ বাধা, বাতৰি কাকতৰ ক্ষুৰধাৰ সমালোচনা আৰু জনসাধাৰণৰ প্ৰতিবাদক আওকাণ কৰি আঁচনিসমূহ ৰূপায়িত নকৰা হ'লে অসমৰ জনগণে আজিও বহুবোৰ সা-সুবিধাৰ পৰা হয়তো বঞ্চিত হৈয়েই থাকিলহেঁতেন।

উদ্যোগীকৰণৰ ক্ষেত্ৰতো শ্ৰীযুত সিংহদেৱৰ বৰঙণি যথেষ্ট। যোগীঘোপাৰ কাগজ কলকে ধৰি বহু উদ্যোগ তেওঁৰ প্ৰচেষ্টাতে গঢ়ি উঠে।

শ্ৰীযুত সিংহদেৱৰ শাসনকালৰ এক উল্লেখযোগ্য বৈশিষ্ট্য হৈছে নগৰ চহৰ গাওঁ নিৰ্বিশেষে সকলোৰে সৈতে ব্যক্তিগত যোগাযোগ ৰক্ষা কৰি চলাটো। এনেকি ভিতৰুৱা গাওঁ সমূহলৈ নিজে খোজকাঢ়ি গৈ হ'লেও আৰ্থিক অৱস্থাৰ বুজ লৈছিল আৰু চৰকাৰী সাহায্য প্ৰদান কৰিছিল। শ্ৰীযুত সিংহ আছিল দৰিদ্ৰ জনগণৰ প্ৰকৃত প্ৰতিনিধি। পুৱাৰ আহাৰ গ্ৰহণ কৰি উঠিয়েই মুখ্যমন্ত্ৰীৰ আসনত উপবিষ্ট হৈ ৰাইজৰ মাজৰ এজন হৈ সকলোৰে মনৰ বতৰা লৈছিল আৰু যৎপৰোনাস্তি সহায়ৰ হাত

আগবঢ়াইছিল। ৰাইজৰ সৈতে ৰক্ষা কৰি চলা এই যোগাযোগে প্ৰয়োজন সাপেক্ষে উন্নয়ন মূলক কামবোৰ হাতত লোৱাত সহায়ক হৈছিল। তেওঁ কোনো লোকক ভুৱা প্ৰতিশ্ৰুতি অথবা মিঠা কথাৰে আভুৱা ভঁৰা নাছিল। কথা আৰু কামৰ মাজত সামঞ্জস্য ৰক্ষা কৰাটো আছিল শ্ৰীযুত সিংহৰ চৰিত্ৰৰ মূল বৈশিষ্ট্য।

এইটো কোৱা বাহুল্য যে ৰাজ্যৰ মুৰব্বী প্ৰধানে যিমানেই সততা আৰু নিষ্ঠাৰে মহৎ উদ্দেশ্যসহ জনহিতকৰ কাম নকৰক কিয় এচাম লোকৰ সমালোচনাৰ পাত্ৰ হ'বই। শ্ৰীযুত সিংহদেৱো ইয়াৰ ব্যতিক্ৰম নাছিল। অনেক আলৈ-আহুকাল বাধা বিঘিনি নেওচি ক্ষুৰধাৰ সমালোচনাকো আওকাণ কৰি হাতত লোৱা প্ৰত্যেকখন আঁচনিকেই তেওঁ ৰূপায়িত কৰিছিল। জনসাধাৰণৰ স্বাৰ্থৰ হকে কৰা এইবোৰ কাৰ্য্যই তেওঁৰ সাহসিকতা, কাৰ্য্যদক্ষতা আৰু আদৰ্শৰ পৰিচয় দিছিল যদিও ৰাজনৈতিক জীৱনত ইয়াৰ প্ৰভাৱ আছিল বিপৰীত। তেওঁৰ শাসনকালত প্ৰবৰ্ত্তিত জৰুৰীকালীন অৱস্থাৰ কু-প্ৰভাৱ অসমত পৰাটো সত্য। সেই কালছোৱাত পুলিচ মিলিটেৰীৰ দ্বাৰা ভালেমান অগণতান্ত্ৰিক কাম সংঘটিত হৈছিল। কিন্তু ইয়াৰ বাবে শ্ৰী সিংহদেৱ নিশ্চয় একপক্ষীয়ভাৱে জগৰীয়া নহয়। দেশৰ অস্থিৰ অৱস্থাৰ সুযোগ লৈ আগবাঢ়ি অহা অসমৰ বিভিন্ন সংগঠনৰ অগণতান্ত্ৰিক কাৰ্য্যকলাপ সমূহ ৰোধ কৰিবৰ ব্যৱস্থা নকৰা হ'লে হয়তো জৰুৰীকালীন অৱস্থাৰ কুফল আৰু ভয়াৱহ নহ'লহেঁতেন, এই কথা ন দি ক'ব নোৱাৰি।

শেষত ইয়াকে ক'ব পাৰি যিসময়ত গাওঁ পঞ্চায়তৰ সামান্য সদস্য এজনৰ পৰা দেশৰ সৰ্ব্বোচ্চ পদাধিকাৰী লোকলৈ প্ৰত্যেকেই ৰাজহুৱা স্বাৰ্থ বিসৰ্জন দি সম্পদ আহৰণৰ বাবে মনোনিবেশ কৰি দুনীৰ্তিৰ আশ্ৰয় ল'বলৈ কুণ্ঠাবোধ নকৰে তেনে সময়ৰ নেতা এজনে 'সমাজৰ কামত আত্মনিয়োগ কৰি ব্যক্তিগত স্বাৰ্থত ডুবি থকাটো এক প্ৰকাৰ স্বাৰ্থপৰতা কথাটো প্ৰতিপন্ন কৰি ত্যাগৰ আদৰ্শৰে সহজ জীৱন-যাপন কৰাটো উল্লেখনীয়। এসময়ৰ অসমৰ শাসনকৰ্ত্তা বিশাল ব্যক্তিত্ব আৰু প্ৰতিভাৰ অধিকাৰী শ্ৰীযুত সিংহদেৱে কোনোদিন ব্যক্তিগত স্বাৰ্থৰ প্ৰতি চকু দিয়া নাছিল। আজিও দিয়া নাই। মুখ্যমন্ত্ৰী হিচাপে চৰকাৰী সা-সুবিধা আদায় কৰাৰ বাদে তেওঁৰ নিজৰ অথবা পৰিয়ালৰ স্বাৰ্থত এই সুবিধা গ্ৰহণ কৰাৰ পক্ষপাতী তেওঁ মুঠেই নাছিল। সেয়েহে আজি ৯২ বছৰ বয়সতো ৰেলে, বাছে, ট্ৰেকাৰে ধুতী পৰিহিত জনতাৰ মানুহজন সাধাৰণ জনতাৰ মাজতেই মিলি থাকিল। আজিও নিৰবিচ্ছিন্নভাৱে সমাজকল্যাণৰ হ'কে লেখা মেলাকে ধৰি সকলোধৰণৰ কাম কৰি গতিশীল অৱস্থাত

থকা শ্ৰীযুত সিংহদেৱ অসমৰ বাইজৰ বাবে ফুলদানি হোৱাৰ পৰিবৰ্তে পথ পদৰ্শক হোৱাটোহে আমাৰ কাম্য হোৱা উচিত। তেওঁ বিশ্বাস কৰা ধৰণেৰে অসমৰ প্ৰতিজন মানুহৰ মনত দুৰ্নীতিৰ বিপৰীতে সহজ সৰল জীৱন ধাৰণ আৰু সমাজসেৱাৰ স্পৃহা জাগক আৰু তেওঁৰ মনৰ অসমখনক গঢ় দিবলৈ ভগৱানে তেওঁক চিৰদিন আমাৰ মাজত ৰাখক। তেওঁৰ দৰে আদৰ্শৱান পুৰুষ আজি আমাৰ অতীৱ প্ৰয়োজন। ■

সময় সুবিধা পালেই লেখা-মেলা কৰা কৰুণা কান্ত ডেকা, এম.এছ.চি., এল এল. বি., বি.এড্., এজন ভাৰতীয় ষ্টেট বেংকৰ কৰ্মৰত বিষয়া আৰু বিৰুবাৰী, গুৱাহাটীৰ বাসিন্দা। তেওঁৰ ভালেমান লেখনি ইতিমধ্যে কাকতে পত্ৰই প্ৰকাশ পাইছে।

# শৰৎ চন্দ্ৰ সিংহৰ জীৱন ধাৰাই গৱেষণা আৰু প্ৰেৰণাৰ প্ৰকৃষ্ট উৎস

■ অম্বিকাচৰণ চৌধুৰী

০১। বহুতৰ ধাৰণা মানুহ হেনো পৰিৱেশ অৰ্থাৎ অৱস্থাৰ দাস। তেওঁলোকৰ আপ্ত বাক্য হৈছে 'অভাৱত স্বভাৱ নষ্ট।' সৰ্ব্বসাধাৰণৰ এনে ধাৰণা হ'লেও অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰীজনৰ ক্ষেত্ৰত কিন্তু বিতৰ্কৰ উৰ্ধ্বত নহয়। আজিৰ আলোচ্য অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰী শৰৎ চন্দ্ৰ সিংহ যে এক অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী এই কথাক তেওঁৰ সাত শত্ৰুৱেও স্বীকাৰ কৰিব। ইষ্ট ইণ্ডিয়া কোম্পানীৰ আমোলত আনুষ্ঠানিকভাৱে সৃষ্ট গোৱালপাৰা জিলাৰ অন্তৰ্গত আৰু বৰ্তমানৰ ধুবুৰী জিলাৰ পূব প্ৰান্তত অৱস্থিত চাপৰ নামৰ উপ-নগৰীৰ কাষৰীয়া 'ভকত'গাঁৱৰ আৰ্থিকভাৱে দুৰ্ব্বল এক কৃষক পৰিয়ালৰ সন্তান আছিল আজিৰ আলোচ্য শ্ৰী সিংহদেৱ। বিলাসীপাৰাৰ ইন্দ্ৰনাৰায়ণ একাডেমীত অধ্যয়ন কৰাৰ বাবে এক বিপ্ৰ পৰিয়ালৰ ঘৰত ঘৰুৱা কাম-কাজত সহায়ৰ হাত আগবঢ়োৱা অধ্যয়নৰত এই ছাত্ৰজনে পৰিয়ালটোৰ স'তে যি প্ৰীতিৰ সম্বন্ধ গঢ়ি তুলিছিল আৰু আজিও উক্ত বিপ্ৰ পৰিয়ালটোৰ সৈতে সৰু কালৰ সেই মধুৰ সম্পৰ্ক অক্ষুন্ন ৰাখিব পৰাটো সঁচাকে আনৰ অনুকৰণীয়। নদী পাৰ হোৱা নাওখনক তেওঁ আজিও পাহৰা নাই। বৰং সংগ্ৰামী সিংহই নানান প্ৰতিকূল অৱস্থা আৰু আৰ্থিক প্ৰতিবন্ধকতাৰ বিৰুদ্ধে যুঁজি যুঁজি সকলো ধৰণৰ 'না'ক বদ কৰি 'নাবদ'ৰ (না+বদ=নাবদ) ভূমিকা সাফল্যৰে পালন কৰি শ্ৰী সিংহ এতিয়ালৈকে এক অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী হ'ব পাৰিছে বুলি সৰ্ব্বজন স্বীকৃত। গতিকে শ্ৰী সিংহদেৱ বৰ্তমান শতিকাৰ এজন আদৰ্শ নাবদ। সকলো ধৰণৰ 'না'ক (Negative force)

ৰদ অৰ্থাৎ বাতিল কৰি 'হা' (Affirmative force) কৰা বিৰানব্বৈ বছৰ বয়সতো তজবজীয়া যুৱক হৈ থাকিব পৰাটোতেই তেখেতৰ অসাধাৰণত্ব প্ৰতিপন্ন হৈছে।

০২। কোনো ধৰণৰ শক্তিশালী পাৰিবাৰিক পটভূমি (family background), আৰ্থিক সামৰ্থ্যৰ (economic strong background) পটভূমি আৰু সামাজিক শক্তিশালী পটভূমি অবিহনেই নানান দুৰ্গতিৰ বিৰুদ্ধে সংগ্ৰাম কৰি অৰ্থাৎ দুৰ্গতিবোৰকেই আত্মৰক্ষা আৰু আত্ম-প্ৰতিষ্ঠাৰ দুৰ্গত পৰিণত কৰি নিজে দুৰ্গা দেৱীৰ প্ৰকৃষ্ট সাধক আৰু মাতৃভক্ত ৰূপে যে নিজকে প্ৰতিপন্ন কৰিছে তাক নক'লেও হ'ব। বিশাল গঙ্গা নদী পাৰ হওঁতে পাৰঘাটৰ ঘাটোৱালক দিব লগা পইচাৰ অভাৱত নিজ শাৰীৰিক আৰু মানসিক সামৰ্থ্যৰে সাঁতুৰি নদী পাৰ হোৱা প্ৰয়াত লাল বাহাদুৰ শাস্ত্ৰীয়ে মহান ভাৰতৰ সুযোগ্য প্ৰধানমন্ত্ৰী হোৱাটো যিদৰে সৰ্ব্বসাধাৰণৰ অকল্পনীয় ; ঠিক সেইদৰে লোকৰ ঘৰত কাম বন কৰি স্কুলীয়া শিক্ষা গ্ৰহণ কৰিব লগা হোৱা, গোৱালপৰীয়া বঙাল সন্তান এজনে ডিমালীত বুদ্ধি ৰখা কুবাচ ওৰফে কোচ জনগোষ্ঠীৰ অন্তৰ্গত ভিতৰুৱাল গাঁও এখনৰ কৃষকৰ সন্তান হৈও নানান জাতি-উপজাতি, গোষ্ঠী-উপগোষ্ঠী আৰু মতবাদবোৰকেই ধৰ্ম নামকৰণ কৰা বুদ্ধিজীৱী আৰু সুবিধাভোগী সকলৰ সকলো ধৰণৰ মায়াজালেৰে আবৃত্ত চক্ৰবেহুক ভেদ কৰি বৃটিছ চৰকাৰৰ দ্বাৰা ১৯৭৪ চনত আনুষ্ঠানিকভাৱে সৃষ্ট সামান্যৰ প্ৰতীক অসম প্ৰদেশ তথা পৰৱৰ্তী অসম ৰাজ্যৰ মুখ্যমন্ত্ৰীৰ আসনখনিৰ শোভা বৰ্দ্ধন কৰি শ্ৰী সিংহ আমাৰ সকলোৰেই স্মৰণীয় আৰু বৰণীয় ৰূপে পৰিগণিত হ'ব পৰাটো সঁচাকে চিন্তা উদ্ৰেককাৰী সাফল্যৰ উজ্জ্বল আৰু জীৱন্ত দৃষ্টান্ত। বিভিন্নতা আৰু ব্যাপকতাৰ প্ৰতীক বিষ্ণু শক্তিৰ (সংস্কৃত বিষ্-ধাতু অৰ্থাৎ যিয়ে সকলোতে ব্যাপ্ত হৈ থাকে সিয়েই বিষ্ণু) ভিতৰত ক্ৰিয়া কৰি থকা সকলো ধৰণৰ বিৰুদ্ধ শক্তিবোৰক নিয়ন্ত্ৰণ কৰি নিজ লক্ষ্যত যিজনে উপনীত হোৱাত ব্যৱহাৰ কৰিব পাৰে তেঁৱেই হৈছে প্ৰকৃতাৰ্থত বিষ্ণুভক্ত নাৰদ। পুৰাণৰ ৰূপকত তেঁৱেই হৈছে বিষ্ণুভক্ত নাৰদ। এই বিচাৰত শ্ৰী সিংহ বৰ্তমান এজন জীৱন্ত নাৰদ। তেওঁ প্ৰমাণ কৰি দেখুৱালে যে ন+দৃষ্ট=অদৃষ্টৰ দোহাই দি হাত সাবটি বহি থাকিলে কোনো ভগবানৰ অহেতুক কৃপা লাভ কৰিব নোৱাৰি। কাৰণ 'ভগবান' শব্দই ৰক্ত মাংসযুক্ত মানুহকেই বুজায়। শ্ৰী বীৰ্য্য জ্ঞান যশ-বৈৰাগ্য-বিভূতি— এই ছয়টা শক্তি বা গুণক একেটা শব্দত ভগ বোলা হয়। এই 'ভগ'ৰ অধিকাৰী যিজন

তেওঁৰেই ভগবান (ভগ+বান) ; বান অৰ্থাৎ আছে অৰ্থত 'বতু' প্ৰত্যয়— যেনে গুণবান, ৰূপবান, ধনবান ইত্যাদি ভগবান। সেয়ে শ্ৰীৰাম, শ্ৰীকৃষ্ণ প্ৰমুখ্যে যিবোৰক আমি আজি অৱতাৰী পুৰুষ ৰূপে গণ্য কৰো তেওঁলোক প্ৰত্যেকেই মানুহৰূপী অৰ্থাৎ নৰৰূপী ভগবানহে আছিল। এই ভগবানৰ পৰা কোনো অহেতুক কৃপা লাভ কাৰো হোৱা নাছিল। অনুগ্ৰহপ্ৰাৰ্থীয়ে বাস্তৱত কাৰ্য্য কৰিহে কিবা ফল পাইছিল। কাৰণ কৃপা শব্দৰ অৰ্থ কৰি পোৱা— কৃ-পা ধাতু। শ্ৰী সিংহই আচলতে বাস্তৱত কিবা কিবি কৰিহে সুফল পাইছে বাবেই তেওঁ প্ৰেৰণাৰো উৎস। শ্ৰী সিংহই সকলো ধৰণৰ বাধা-বিপত্তি অতিক্ৰম কৰিহে সাফল্যৰ পাৰিজাত পুষ্প লাভ কৰিছে। পাৰিজাত পুষ্পৰ প্ৰকৃতাৰ্থ হৈছে পাৰ্গতালিৰ পৰা জাত (জন্ম) হোৱা যি সুখ সাফল্য। সেয়ে তেওঁ বিৰানব্বৈ বছৰ বয়সতো তজবজীয়া যুৱক হৈ সদা হাস্যমুখৰভাৱে থাকিব পাৰিছে অৰ্থাৎ জীৱন সংগ্ৰামত সফলতা লাভ কৰি মানসিক আনন্দ উপভোগ কৰিব পৰাৰ বাবেই তেওঁৰ মুখমণ্ডল সদায় হাস্যমুখৰ হৈ থাকে।

০৩। এই হেন মহান ব্যক্তিজনৰ সৈতে আমাৰ প্ৰথম সাক্ষাৎ হয় ১৯৪২ চনত গুৰু-শিষ্যৰূপে। বঙাইগাঁও নগৰীৰ প্ৰথম শিক্ষানুষ্ঠান বীৰঝৰা হাইস্কুলত দেখা-দেখি। তেখেত স্কুলৰ হেড় মাষ্টৰ আৰু আমি তেতিয়াৰ ক্লাছ থ্ৰীত ভৰ্ত্তি হোৱা নতুন ছাত্ৰ হিচাপে এই দেখা-দেখি। মহাবীৰ চিলাৰায়ে দিগ্বিজয়ৰ অভিযানৰ সময়ত সসৈন্যে যিটো অঞ্চলত বাৰিষাৰ দুটা মাহ জিৰণি লৈছিল অৰ্থাৎ ৰাজবংশী ভাষাত ঝিৰাইছিল/জিৰাইছিল সেই অঞ্চলটোৰেই নাম বীৰজিৰোৱা ওৰফে বীৰঝৰা ডিহি (মৌজা)। এই বীৰঝৰা হাইস্কুলৰ তেওঁ হেড মাষ্টৰ হিচাপে কাৰ্য্যৰত আছিল। সেই বছৰতেই আমি হাইস্কুলৰ ক্লাছ থ্ৰীত নাম লগাইছিলো। ভৰ্ত্তিৰ মাচুল আদায় দিয়াৰ সময়ত ৫ (পাঁচ) টকা দিছিলো আৰু ৰচিদ পাইছিলো চাৰি টকা বাৰ অনাৰ। বাকী চাৰি অনা পইচা খুচুৰা নথকাত এখন সৰু কিন্তু মোটা কাগজৰ টুকুৰাত শ্ৰী সিংহ ছাৰে চাৰি অনা লেখি আনটো পিঠিত নিজে চহী কৰি স্কুলৰ মোহৰৰ ছাপটো মাৰি আমাৰ হাতত সৰ্ব্বমুঠ পাঁচ টকাৰ হিচাপ লগে লগে দিছিল। উক্ত চাৰি অনাৰ কাগজৰ টুকুৰাটো দুদিনমান পিচত হেড মাষ্টৰৰ হাতত দাখিল কৰি নগদ চাৰি অনা পইচা ঘূৰাই পাইছিলো। তেখেতৰ দ্বাৰা উদ্ভাৱিত এই অভিনৱ ব্যৱস্থাই আমাৰ মনত এক বিস্ময়ৰ সৃষ্টি কৰিছিল। কাৰণ এনে কাগজৰ টুকুৰাকে তেওঁ বিনিময়ৰ মুদ্ৰা

হিচাপে প্ৰচলন কৰাৰ বুদ্ধিটো আমাৰ পূৰ্ব্বতে বোধগম্য হোৱা নাছিল বাবেই এই হেড মাষ্টৰজন কিছুদিনৰ বাবে হ'লেও আমাৰ মানত সাঁথৰত পৰিণত হৈছিল। কিছুদিনৰ পিচত যেতিয়া শুনিলো আৰু নিজ চকুৰে দেখিলো এখন পুৰণি চাইকেলেৰে সুদুৰ চাপৰৰ পৰা বঙাইগাঁওলৈ দৈনিক অহা-যোৱা কৰা ; তেতিয়া আৰু অধিক আচৰিত হৈছিলো। ওখৰা-মোখৰা শিল, বোকা মাটিৰে পৰিপূৰ্ণ মঁহৰ আৰু গৰুৰ গাড়ী অহা-যোৱাৰ বাবে গাড়ীৰ লিকেৰে সৃষ্টি হোৱা খাঁৱৈৰ দৰে ওখ-চাপৰ কেঁচা ৰাস্তাৰে চাপৰৰ ভকত গাঁওৰ পৰা শালবাৰী বইটামাৰী মলাগাঁও হৈ বঙাইগাঁও লৈ সৰ্ব্বমুঠ ৩০ (ত্ৰিশ) কিলোমিটাৰ পথৰ দূৰত্ব অৰ্থাৎ অহা-যোৱা দৈনিক ৬০ কিলোমিটাৰ দূৰৰ পথেৰে স্কুলৰ হেড মাষ্টৰৰ দায়িত্ব নিয়মীয়াকৈ পালন কৰাৰ শাৰীৰিক সামৰ্থ্য আৰু মানসিক দৃঢ়তাই আমাৰ অন্তৰত ভক্তিযুক্ত ভীতিৰ সঞ্চাৰ কৰিছিল।

বহুতেই তেওঁৰ গুণাগুণ বখানি বা কটু সমালোচনা কৰিও নানান মন্তব্য কৰা আমি শুনিছো। সহজ সৰল মুক্ত কিন্তু দৃঢ় চিত্তৰ শ্ৰী সিংহদেৱৰ কি কি মানৱীয় গুণাৱলী আছে সেইবোৰলৈ চকু কাণ নিদি তেওঁ কাক কাক ব্যক্তিগত সা-সুবিধা দিব পৰা নাছিল, কাৰ কাৰ স্বাৰ্থপৰতাত তেওঁৰ আকৰ্ষণীয় চাল-চলনৰ বাবে বাধা পৰিছিল সেইবোৰেহে তেওঁৰ কটু সমালোচনা বেছিকৈ কৰিছিল। ইয়াৰ বহুতো কাৰণৰ ভিতৰত তেওঁ কুবাচ জনগোষ্ঠীৰ অন্তৰ্ভুক্ত হৈয়ো ইমান ব্যক্তিত্বশালী আৰু প্ৰতিভাধৰ হোৱাটোও অন্যতম বুলি ভাবি লোৱাৰ যথেষ্ট দৃষ্টান্ত আমাৰ জ্ঞাত। যিটো জনগোষ্ঠীৰ ঐতিহ্য আছে, ইতিহাস আছে, ঋগ্বেদ, পুৰাণ, তন্ত্ৰ আনকি হিৰোদটাছৰ গ্ৰীক ইতিহাসতো উল্লেখ আছে সেই কোচ জনগোষ্ঠী কেনেকৈ সৰু, নীচ, ম্লেছ আৰু কুবাচৰূপে গণ্য হ'বলৈ পায় সেইটোহে আমাৰ মনত আজিও অবুজ হৈ আছে। গতিকে মাননীয় শ্ৰী সিংহ ডাঙৰীয়াৰো সেইটোৱেই একমাত্ৰ অপৰাধ বুলি আমাৰ ধাৰণা। কাণ ফুচফুচীয়া অপপ্ৰচাৰ আৰু ৰুদ্ধ কোঠাৰ আন্ধাৰৰ চক্ৰান্তই অৱশেষত তেতিয়াৰ বৰ্ষীয়ান প্ৰধানমন্ত্ৰী প্ৰয়াত মোৰাৰজী দেশাইকো চুলেগৈ। বাধ্য হৈ প্ৰয়াত মহামান্য প্ৰধানমন্ত্ৰী মোৰাৰজী দেশাই ১৯৭৭ চনত অসম ভ্ৰমণৰ সময়ত (তেতিয়াৰ ৰাজধানী চিলং নগৰত থকা) মুখ্যমন্ত্ৰীৰ আৱাসত কৌশলেৰে অতি সংগোপনেৰে তেতিয়াৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰী সিংহ ডাঙৰীয়াৰ ঘৰুৱা চাল-চলন, খাদ্যাভ্যাস আদি নিৰীক্ষণ কৰি তেওঁৰ সৰলতাত বিমুগ্ধ হৈছিল আৰু প্ৰয়াত প্ৰধানমন্ত্ৰী বৰ্ষীয়ান দেশাইজীয়ে শ্ৰী সিংহৰ বিষয়ে উপস্থিত

সকলোৰে সন্মুখত কৈছিল— "অসমৰ মুখ্যমন্ত্ৰী শৰৎ সিংহৰ মাজতেই আজিও মহাত্মা গান্ধী জীৱিত আছে। আমি সকলোৱেই মাননীয় সিংহই পালন কৰি থকা আদৰ্শ জীৱন যাত্ৰাক ৰক্ষা কৰিব লাগে।" পৰৱৰ্তী প্ৰধান মন্ত্ৰী বিশ্বনাথ প্ৰতাপ সিং নিজে শ্ৰী শৰৎ সিংহদেৱক ৰাজ্যপালৰ পদৱী আগবঢ়াইছিল; পৰৱৰ্তী প্ৰধানমন্ত্ৰী প্ৰয়াত ইন্দিৰা গান্ধীজীও শ্ৰী সিংহদেৱক আই কংগ্ৰেছত যোগদান কৰি এক দায়িত্বপূৰ্ণ পদৱী গ্ৰহণৰ আহ্বান জনাইছিল ; কিন্তু ক্ষমতাৰ প্ৰতি লোভ নথকা শ্ৰী সিংহই এই আহ্বানবোৰক সাদৰে প্ৰত্যাখ্যান কৰি নিজ আদৰ্শত অবিচলিত আছে। এইবোৰ কথা আমাৰ মাজৰ বহুতেই ভালদৰে জানে। আমাৰ শ্ৰী সিংহদেৱৰ সৈতে বহুবাৰ সান্নিধ্য লাভ হোৱাৰ সৌভাগ্য হৈছে বাবেই বহু কথাৰ ভিতৰত এটা কথা নিশ্চিতভাৱে ক'ব পাৰো, সেইটো হৈছে শ্ৰী সিংহই ৰাজনৈতিক আৰু সামাজিক লেতেৰা ক্ষেত্ৰত প্ৰবেশ নকৰি যদিহে একাণপতীয়াকৈ সাহিত্য চৰ্চ্চাতেই মনোনিবেশ কৰিবৰ সুযোগ পালেহেঁতেন তেখেত এগৰাকী প্ৰবুদ্ধ আৰু সু-প্ৰতিষ্ঠিত সাহিত্যিক হিচাপে নিজকে প্ৰতিষ্ঠা কৰাৰ যোগ্যতাও দেখুৱাব পাৰিলেহেঁতেন। বহুতেই কয় 'ভোকেই ভাতৰ আঞ্জা' ; কিন্তু শুদা ভাত অৰ্থাৎ ব্যঞ্জনহীন খাদ্যতনো কেইজনে সন্তুষ্ট! শ্ৰী সিংহদেৱ কিন্তু ইয়াৰ ব্যতিক্ৰম। সংগঠনৰ বা চৰকাৰী কাৰ্য্যত ঘূৰি ফুৰোতে যেতিয়া ক্ষুধাৰ্ত হয়, তেতিয়াই ওচৰে পাঁজৰে থকা চিনাকি গৃহস্থৰ ঘৰত প্ৰৱেশ কৰে আৰু গৃহস্থৰ ঘৰত সেই সময়ত তৎকালীকভাৱে যি খাদ্য পায় তাকেই পৰম আগ্ৰহেৰে ভোজন কৰি ক্ষুধাৰ নিবৃত্তি কৰে। ঠিক সেইদৰে নিশা যেতিয়াই টোপনিৰ অনুভৱ কৰে য'তে ত'তেই শুদা খাটতেই, বাঁহৰ ছাঙতেই, খেৰৰ বিছনাতেই হওঁক বা মজিয়াতেই হ'ক সাধাৰণ কাপোৰ এখনকে পাৰি তৎকালীন বিছনাত শুই পৰে আৰু লগে লগেই গভীৰ টোপনিত লাল কাল হৈ পৰে। সু-সজ্জিত শৰ্য্যাত বাগৰ দি টোপনিৰ বাবে ইকাটি সিকাটি কৰি কছৰৎ কৰি থকা আৰামপ্ৰিয় সকলে নিশ্চয় শ্ৰী সিংহক ব্যতিক্ৰম বুলি গণ্য কৰিবলৈ বাধ্য। নোপোৱাৰ বেদনাত তেওঁ কেতিয়াও দুখিত নহয়, বঞ্চনাত নিৰাশো নহয় ; আপত্তিও নকৰে, কাৰো ওপৰত আক্ৰোশো নাৰাখে ; আনকি অসম আন্দোলনৰ সময়ত বঙাইগাঁও নগৰৰ উত্তৰ সীমাত থকা ছাপাগুড়িত অনুষ্ঠিত হোৱা গণ সমাবেশৰ মুকলি সভাত এজন বিশিষ্ট ডেকাই শৰৎ সিংহই বিদেশী আনিলে বুলি অভিযোগ-আৰোপি শ্ৰী সিংহৰ 'গলা কাটিব লাগে' বুলি ভাষণ দিয়া ডেকা

ব্যক্তিজনৰ ওপৰতো কোনো আক্ৰোশ ৰখা নাছিল। তেওঁৰ জীৱনৰ দুখ বেদনাৰ অভাৱ অনাটনৰ কথা কাৰো আগত প্ৰকাশ নকৰিছিল আৰু কাৰো ওচৰত প্ৰত্যাশা নাৰাখি নিজে আৰু মেলে মিটিঙে প্ৰকাশ্যভাৱে উদ্ধৃতি দিছিল কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতা— "যদি তোৰ ডাক শুনে কেউ নাই আসেৰে, তবে একলা চলৰে....।" বিৰুদ্ধ পৰিবেশৰ সৈতে সহ অৱস্থান কৰি অবিৰত সংগ্ৰামেই তেওঁৰ জীৱনী শক্তিক সঞ্জীৱিত আৰু আনৰ ওপৰতো সঞ্চাৰিত কৰাৰ ক্ষমতা ৰাখিছিল। শ্ৰী সিংহদেৱৰ জীৱন ধাৰা আৰু জীৱনাদৰ্শৰ ওপৰত মূল্যাঙ্কন আমাৰ দৰে সাধাৰণ সম্ভৱপৰ নহয় ; কাৰণ তেওঁতকৈ বেছি যোগ্যতৰ ব্যক্তিয়েহে শ্ৰী সিংহদেৱৰ মূল্যাঙ্কন কৰাৰ সামৰ্থ্য ৰাখে ; অন্যথা অন্ধৰ হস্তী দৰ্শনৰ দৰে হোৱাৰেই সম্ভাৱনা অধিক। তাৰোপৰি তেওঁ নিজে প্ৰচাৰ বিমুখ হোৱাৰ বাবে বহু মূল্যৱান তথ্য আৰু ভাবাদৰ্শ আমালোকৰ বহুতৰেই অজ্ঞাত হৈ আছে। বহু বিজ্ঞ ব্যক্তিয়ে শ্ৰী সিংহৰ বিষয়ে বহু কথা লিখিছে বা জানেই। আমিও মাথোঁ তেখেতৰ সান্নিধ্য লাভ কৰা হিতাকাঙ্খী হিচাপে আমাৰ জ্ঞাত কেইটামান ঘটনাৰহে অৱতাৰনা কৰিছো। ওপৰত উল্লেখ কৰা প্ৰতিটো ঘটনাতেই শ্ৰী সিংহদেৱৰ মহত্ত্ব আৰু চাৰিত্ৰিক বৈশিষ্ট্য উজ্জ্বলভাৱে প্ৰতিপন্ন হৈছে।

০৫। সামৰণি ঃ ৰাজনীতি আচলতে অতিশয় মহান অৰ্থ জ্ঞাপক শব্দ। সংস্কৃত ৰজ্ ধাতুৰ পৰা ৰজা শব্দৰ উৎপত্তি। ৰজাৰ যি নীতিয়ে প্ৰজাক জীৱন উপভোগৰ আনন্দত ৰঞ্জিত কৰি ৰাখিব পাৰে ; সেইয়ে হৈছে ৰঞ্জন বা ৰাজনীতি। আজি আমিবোৰে এই মহান নীতিক কলুষিত কৰি কূটনীতিত পৰিণত কৰিছো। ইয়াৰ মূলতেই হৈছে জীৱনাদৰ্শৰ ওপৰত আমাৰ ভ্ৰান্ত ধাৰণা। বৰ্তমান অধিকাংশৰেই জীৱনাদৰ্শ হৈছে—

"টাকা আপোন মানুহ পৰ ;
যিমান পাৰা টাকা ধৰ।"

এনে ভয়াবহ জীৱনাদৰ্শ যেতিয়ালৈকে আমি পৰিত্যাগ নকৰো তেতিয়ালৈকে মহামান্য শ্ৰী শৰৎ সিংহই প্ৰদৰ্শন কৰি থকা জীৱনাদৰ্শৰ যজ্ঞবেদীত আত্মাহুতি দিবহে পাৰিব আৰু খুব বেছি সৰা পাতৰ স্মৃতি হৈহে থাকিব পাৰিব আৰু আমিও সৰ্ব্ব প্ৰথমতে শিকা "সদায় সত্য কথা ক'বা" এই আপ্ত বাক্যৰ আঁৰত সকলোৰে

সত্য কথা নোকোৱাৰ অভ্যাসতহে ব্যস্ত থকা হ'ব। আহক আমি এই বৰণীয় শ্ৰী শৰৎ সিংহদেৱৰ জীৱনাদৰ্শত দীক্ষিত হওঁ হ'ক। ইয়াৰ বাবে সৰ্ব্ব প্ৰথমতে আমাৰ নিজা নিজা ৰঙীণ চছমাবোৰ বদলি কৰি ঐক্যবদ্ধভাৱে ধূম্ৰলোচন দৈত্যক বধ কাৰ্য্য সমাপন কৰিব লাগিব অৰ্থাৎ ধোৱাঁৰে আবৃত্ত জ্ঞানক (ধূম্ৰ=ধোৱাঁ, লোচন=দৃষ্টি বা জ্ঞান) পৰিষ্কাৰ কৰি বৃত্তাসুৰক বধ কৰিব লাগিব। কাম, ক্ৰোধ, লোভ, মোহ, মদ-মাৎসৰ্য্য এই ছয়বিধ বৃত্তিয়েই হৈছে অসুৰ অৰ্থাৎ শক্তিশালী (সংস্কৃত অসু মানে শক্তি আছে যাৰ তেওঁৱেই অসুৰ) বৃত্তি-প্ৰবৃত্তি। এইবোৰক নিয়ন্ত্ৰণ কৰিব পাৰিলেহে এই পৃথিৱীতেই স্বৰ্গৰাজ্য পতাৰ সম্ভৱ। সংস্কৃত সু-গম্ ধাতু+ঋজ প্ৰত্যয় যোগত স্বৰ্গ অৰ্থাৎ মঙ্গলময় পৰিবেশ য'ত বিৰাজ কৰে সেয়েই স্বৰ্গ ৰাজ্য। আজিৰ আলোচ্য শ্ৰী সিংহদেৱৰ স্মৃতিচাৰণৰ মুহূৰ্তত স্বৰ্গ ৰাজ্য প্ৰতিষ্ঠাত ব্ৰতী হোৱাৰ বাবে আহ্বান থাকিল। ■

প্ৰবন্ধকাৰ অম্বিকাচৰণ চৌধুৰী এজন অৱসৰপ্ৰাপ্ত অধ্যক্ষ, সাহিত্যিক পেঞ্চনাৰ আৰু সমাজ সেৱক।

# ইয়াত এজন গান্ধী আছে

## (মাননীয় শৰৎ চন্দ্ৰ সিংহদেৱৰ কৰকমলত)

■ **মীৰা ঠাকুৰ**

ইয়াত এজন গান্ধী আছে। আপুনি যদি লগ পাব খোজে, নৈখনৰ পাৰে পাৰে পূবৰ পৰা পশ্চিমলৈ উত্তৰৰ পৰা দক্ষিণলৈ সেউজীয়াবোৰৰ মাজে মাজে গৈ থাকক। তেওঁ এইবোৰৰ মাজেৰেই নিতৌ ভ্ৰমণ কৰে।

তেওঁৰ খদ্দৰৰ চোলাটোৰ প্ৰতিটো সীয়নিতে বিজয় আৰু আনন্দৰ উল্লাসবোৰ সী থোৱা আছে।

চোলাটোৰ দীঘে বাণিয়ে, সুখ-দুখ, আশা-নিৰাশা, প্ৰেৰণা যন্ত্ৰণা যশ অপবাদ, খ্যাতি-অখ্যাতি, জয় পৰাজয়ৰ বহু ৰঙী সূতাৰ বোৱনী।

শুকুলা বুটামবোৰত গাঁঠি থোৱা আছে চাৰি কুৰি এঘাৰটা ঋতুৰ উমাল স্পৰ্শ আৰু জীৱন বুৰঞ্জীৰ অলেখ কথিত অকথিত টুকুৰা খবৰৰ দস্তাবেজ।

তেওঁৰ মৃন্ময়ী দেহৰ মানচিত্ৰত জীৱন প্ৰসাৰি উজলি আছে আপোচহীন সঙ্কল্পৰ অনিৰ্ব্বাণ শিখা। তেওঁ এজন গান্ধী।

কলমৰ স'তে আজন্ম প্ৰেম, মানুহৰ সতে একাত্ম, পথাৰ আৰু শইচৰ গোন্ধত মাতাল তেওঁ। তেওঁৰ শিপাত ভকতপাৰা গাঁৱৰ ৰ'দে চহোৱা মাটি। পোখা মেলি মেলি শিপাই আছে উপত্যকাটোৰ মাটি আৰু মাটিৰ পলসুৱা গোন্ধ।

## জীৱন আৰু কৃতি

তেওঁ এজোপা মহীৰুহ, আকাশ চুব পৰা ডাল পাত। ৰ'দ বৰষুণ খাই খাই চৰাইবোৰৰ আশ্রয় তেওঁ, হাটৰুৱা বাটৰুৱা ভাগৰুৱাৰ তেওঁ ছাঁ। জোলোঙাৰ অভাৱ অনাটনবোৰ উলিয়াই চোৱাৰ সঠিক ঠিকনা।

ব্রহ্মপুত্র, বৰাক, দিহিং, দিচাং, দিখৌ, ধনশিৰি, কপিলি, মানাহ, পাগলাদিয়া, বেকি, সোৱণশিৰি, গৌৰাঙ্গ, কালদিয়া, বুঢ়াদিয়া, কুশিয়াৰা অথবা ধলেশ্বৰী, যিলৈকে যাওক, যিখন নৈৰ ঘাটলৈ নেযাওক কিয়, নৈ পাৰে পাৰে, গোধূলি উৰা বাটে পথে শাওণৰ মৰমে জিলিকাই ৰখা পথাৰৰ মুখে মুখে, কঁহুৱা ফুলৰ অৰণ্যত অথবা, আঘোণৰ ঢৌখেলা, বুকুৰ সোণালী চাদৰত আপুনি যদি মন থয়, শুনিব তেওঁৰ পৰিশ্রমী জীৱনৰ পদধ্বনি, তেওঁ এজন গান্ধী।

ৰূপালী চুলিৰ ভাজত আটোমটোকাৰিকৈ সাঁচি থোৱা চাৰি-কুৰি এঘাৰটি বসন্তই দুর্গম আৰু একা-বেঁকা পথবোৰ অতিক্রম কৰোতে, বজ্র আৰু ধুমুহাক আলিঙ্গন কৰোতে এন্ধাৰ পোহৰৰ ওকা চমকাত তেওঁ সজাগ প্রহৰী হৈ ৰৈ থাকে মানুহৰ বাবে।

তেওঁৰ ওঁঠৰ পিৰালিত বহি শব্দ ফুলৰ পাপৰিবোৰ কেতিয়াবা ঠুনুকা, কেতিয়াবা লোৰ দৰে কঠিন, কেতিয়াবা শেৱালিৰ দৰে— মলয়াৰ দৰে স্নিগ্ধ, কোমল আৰু কেতিয়াবা অগ্নি স্ফুলিঙ্গৰ দৰে উত্তপ্ত হৈ উফৰি পৰে চৌদিশে।

মানুহবোৰ সচকিত হৈ, চেতনা জাগ্রত কৰি ৰৈ থাকে অনাগত দিনৰ এন্ধাৰ অথবা পোহৰৰ স'তে মুখামুখি হ'বলৈ।

তেওঁ বিপদ কালৰ সাহসী বান্ধৱ, সম্পদ কালৰ উলাহৰ ফোৱাৰা। তেওঁ যি খন পথাৰলৈকে যায় সত্যৰ কঠীয়া সিঁচি হাতে কামে লালন কৰে সময়ৰ শইচ। তেওঁ সম্ভোগ আৰু অসম্ভোগৰ নিৰাসক্ত পুৰোহিত। আপোনালোক সবে তেওঁক জানে, বুজে, আৰু অনুভৱ কৰে। তেওঁ এজন গান্ধী।

যন্ত্রণা কালৰ তেওঁ মমতাৰ বিষহৰি। মৃত-মানুহবোৰৰ বিশল্যকৰণি। শিশুৰ দৰে বিকাৰহীন তেওঁৰ হাঁহি। মানুহৰ দৰে গভীৰ তেওঁৰ অনুভৱ। তেওঁ এজন গান্ধী।

পোহৰ হেৰুৱা ঘৰবোৰত আশাৰ বন্তি জ্বলাওতে, নিৰাশাই গ্রাস কৰা মৃন্ময়ী দেহবোৰৰ প্রেৰণাৰ ঢোকা হওঁতে তেওঁ হৃদয়খন ঢালি দিয়ে চেনেহ সানি সানি।

তেওঁৰ অমৃতৰ স'তে লেন দেন, গৰলৰ বাবে বিভীষিকা, আ-মৃত্যু, তেওঁ সংগ্ৰামী, এজন কিংবদন্তি পুৰুষ। তেওঁ এজন সময়ে আচুৰিব নোৱাৰা, তৰুণ যুৱক। আহক, আমি অভিনন্দন জনাওঁ আৰু তেওঁৰ স'তে আলাপ কৰো উত্তৰ কালৰ বাবে। তেওঁ এজন গান্ধী।



সাহিত্যিক পেঞ্চনাৰ মীৰা ঠাকুৰ এগৰাকী বিশিষ্টা কবি। ইতিমধ্যে তেখেতৰ কবিতা, গল্প আৰু শিশু সাহিত্যৰ মুঠ ৯খন পুথি প্ৰকাশ পাইছে। তেখেতৰ ভালেমান কবিতা ভাৰতৰ বিভিন্ন ভাষালৈ অনূদিত আৰু সমাদৃত হৈছে। সদৌ অসম লেখিকা সন্থাৰ উপ-সভানেত্ৰী হিচাপে সুখ্যাতিৰে কাৰ্য্যনিৰ্ব্বাহ কৰাৰ লগতে বৰ্তমান ১৯টা সাহিত্য সংগঠনৰ সৈতে জড়িত হৈ আছে। তেখেত গুৱাহাটী ৰূপনগৰৰ স্থায়ী বাসিন্দা।



# স্থিতপ্ৰজ্ঞ শৰৎ চন্দ্ৰ সিংহদেৱলৈ

## অভিনন্দন

■ ৰোহিণী কুমাৰ শৰ্মা

(১)

পূবে পূৰ্ণ প্ৰভাকৰ প্ৰভাতে ওলায়
তিমিৰ বিনাশ কৰি পোহৰ বিলায়।
জোন, বেলি, গ্ৰহ, তৰা
জননী বসুন্ধৰা
প্ৰকৃতিৰ কোলাতেই আশ্ৰয় সদায়
ৰীতি-নীতি স'তে সদা পৰাণ জুৰায়।

(২)

চক্ৰৱৎ ঘূৰি আছে মায়াৰ সংসাৰ
খুপি খুপি আগুৱায়, দেখা নাই পাৰ।
মায়া স'তে এনাজৰী
দুই হাতে আছে ধৰি
সমুখত খলা-বমা, তাতে অন্ধকাৰ
স্বাৰ্থৰ পাচত ঘূৰি কৰে হাহাকাৰ।

(৩)

ক্ষিতি-অপ্-তেজ-মৰুৎ-ব্যোম, সৃষ্টি শৰীৰৰ
জ্ঞান আখি স'তে সদা দৃষ্টি মানৱৰ;
জীৱ-শ্ৰেষ্ঠ নৰ বুলি

কয় সৱে হিয়া খুলি
অবিৰল চিন্তা সমে হৃদয়-সাগৰ
স্বাৰ্থৰ পাচত ঘূৰি নালাগে ভাগৰ।

(৪)

যুগে যুগে আৱিৰ্ভাৱ-মহাপুৰুষৰ
শংকৰ-মাধৱৰ স'তে খ্যাতি অসমৰ
ভেদা-ভেদ নাশ কৰি
সমাজ সাবটি ধৰি
সাধনাত ৰত সদা এক ঈশ্বৰৰ
দূৰ হয় দুৰ্নীতি নৰ সমাজৰ।

(৫)

জাতিৰ জনকৰূপে মহাত্মা গান্ধী
অহিংসাৰে সৱাকো ৰাখিলে বান্ধি;
নঙঠা ফকীৰ হ'ই
স্বধৰ্ম সাবটি ল'ই
ভাৰতৰ মুক্তি হেতু কৰিলে সন্ধি
স্বাধীনতা আনি দিলে মহাত্মা গান্ধী।

(৬)

চউ দিশে হৰ্ষধ্বনি উঠে স্বৰাজৰ
ত্ৰিৰঙ্গ পতাকা উৰে মাতৃ উদ্ধাৰৰ।
ভাৰতৰ স্বাধীনতা
নাই তাত মলিনতা
একতাই একমাত্ৰ উন্নতি দেশৰ ;
গান্ধীৰ আদৰ্শ ল'ই আনন্দ মনৰ।

(৭)

"শৰৎ চন্দ্ৰ সিংহ"— নেতা অসমৰ
ৰাজবংশী-বংশধৰ, ঠাই গৌৰৱৰ।
গোৱালপাৰা - "চাপৰ"
জনমভূমি আগৰ

বুৰঞ্জীৰ পাতনি মেলে, দূৰ অতীতৰ
খেতিয়েই একমাত্ৰ পথ জীৱনৰ।

(৮)

১৯১৪ ৰ ১ জানুৱাৰী, সিংহ-জন্ম দিন
জন্মতেই দেখা যায় ৰজা হোৱা চিন;
"আয়াসিনী"-মাতৃ-ৰূপে
"লালসিং" - পিতৃ স্বৰূপে
পুত্ৰস'তে পিতৃ-মাতৃ অতি নিঃকিন
শিক্ষা হেতু একমন, যদিওবা দীন।

(৯)

জন্ম-কোষ্ঠীত হেনো দেখা নাই খুঁত
"শৰৎ" নাম হোৱাত সবে অভিভূত;
তীক্ষ্ণ বুদ্ধি গৱেষণা
সৰুৰে পৰা সাধনা
"কলা-বিজ্ঞান-আইন", জ্ঞান-মণিকূট
সকলোতে ডিগ্ৰী ল'ই কৰে বশীভূত।

(১০)

"ভকতগাওঁ" "কপোতনীড়", এই বাসস্থান
"ভেটাইৰাম" ককাক কৰিছে সন্মান;
গাওঁ-জ্যেষ্ঠ গাওঁবুঢ়া
হাতী স'তে উঠি ফুৰা
"গাছাবৰী" আইতাই খাই গুৱাপাণ
সাধু শুনি "শৰৎ" নাতি থিয় কৰে কাণ।

(১১)

"ৰাজবংশী" যদিওবা বংশ অতীতৰ
সিংহ উপাধি সমে ঠাই গৌৰৱৰ।
"বৃন্দাৱতী-সিন্দেশ্বৰী"
দুই ভনী অপেশ্বৰী
"শৰতেই" একমাত্ৰ পুত্ৰ বংশধৰ
"লাৱণ্য" কইনা স'তে পাতে সয়ম্বৰ।

(১২)

“বিষ্ণুপ্ৰিয়া - ভবেন্দ্ৰ”, শান্ত-শহৰ
চিকাৰত থাকে সদা হৰিণা পহৰ।
১৪ বছৰতে “লাবণ্য” কন্যা
“শৰৎ” স’তে হ’ল ধন্যা
হাতীত উঠি কন্যা আহে, বজাই নূপুৰ
লাবণ্য-বোৱাৰী-স’তে হ’লযে মধুৰ।

(১৩)

“শৰৎ-লাবণ্য” মিলি দম্পতী সুখৰ
সংসাৰৰ ভাৰ ল’ই আনন্দ মনৰ;
তিনি কন্যা তিনি পুত্ৰ
সেয়ে বংশৰ শুংসূত্ৰ
দ্বিতীয় পুত্ৰ “অপূৰ্ব”, আশ্ৰয় যমৰ
অহৰহ তাতে হেনো শোকৰ সমৰ।

(১৪)

পুত্ৰ-পুত্ৰী সমন্বিতে উচ্চ বংশধৰ
“প্ৰশান্ত-জয়ন্ত” পুত্ৰ অতি মৰমৰ
“প্ৰণতি-মিনতি” আৰু
“সুনীতি” জীয়ৰী বাৰু
৫ পুত্ৰ-পুত্ৰী স’তে সদা ঠাই গৌৰৱৰ
তথাপি শূন্যই হ’ল কামনা মনৰ।

(১৫)

“শৰৎ চন্দ্ৰ সিংহ”, বিভূষিত নাম
পূৰ্বৰ মুখ্যমন্ত্ৰীৰূপে চিৰদিন পাম,
কৰ্মই স্বধৰ্ম বুলি
কয় তেওঁ হিয়া খুলি
সংসাৰ মায়াত পৰি কৰি আছে কাম
শূন্যৰ সাধনা কৰি বোলে ৰাম-ৰাম।

(১৬)

শূন্যতাই জীৱনৰ একমাত্ৰ পথ
শূন্যৰ পাচত থাকি নহয় বিপথ;

ধন-সোণ সৱে মিছা
কৰ্মহে মাথোঁ সঁচা
দীনতাই একমাত্ৰ সমুখ-সুপথ
অৰ্থ সমে স্বাৰ্থ আহি হ'ইছে কুপথ।

(১৭)

"সত্যৰ সদায় জয়", এই মন্ত্ৰ মাতি
সততাৰ মণিকূট সাজে দিন-ৰাতি
কংগ্ৰেছ গঠন কৰি
জনতা সাবটি ধৰি
একতাৰ এনাজৰী-ল'লে হাত পাতি
ভাই ভাই মিলি গ'ল জাতি-উপজাতি।

(১৮)

শূন্য হাতে আহিছে, শূন্য হাতে যাব
সিংহৰ দৰ্শন, সেয়ে! সমুখত পাব।
স্বাৰ্থৰ পাচত ধন
নিঃস্বাৰ্থৰ নিকা মন
দুবেলা দুমুঠি মাথোঁ হেঁপাহেৰে খাব
দূৰণিৰ শান্তি ধাম শূন্যতেই পাব।

(১৯)

মুখ্যমন্ত্ৰী - বিলাসৰ লোৱা নাই ধন
শূন্যৰ সাধনা কৰি গণি আছে ক্ষণ।
আয়-ব্যয় ভাবি চায়
ক'লা ধন দেখা নাই
নিজৰ ধনত হেনো সদা সুখী মন
সেৱা কৰি ভাল পায় মাথোঁ জনগণ।

(২০)

কেন্দ্ৰৰ আদেশ মতে দেশ বিভাজন,
সাত ভনী উপজিল, বুলি অভাজন।
অসমৰ ৰাজধানী
চিলং উভয়-ৰাণী

মুখ্যমন্ত্ৰী সিংহদেৱে সোধে জন-গণ;
ৰাজধানী স্থানান্তৰ, চিন্তাৰ কাৰণ।

(২১)

অসমৰ মধ্যস্থান, যদিও কলিয়াবৰ;
বিধানসভাত, সেয়ে! প্ৰশ্ন বিতৰ্কৰ।
"বৰঝাৰ" বিমান কোঠা
আছে মাথোঁ তাতে লেঠা
মুখ্যমন্ত্ৰী সিংহদেৱে দিলে প্ৰত্যুত্তৰ
দিছপুৰ ৰাজধানী, নাই অথন্তৰ।

(২২)

গান্ধীজীৰ প্ৰতিকৃতি ৰাখি সমুখত
অস্থায়ী ৰাজধানী পাতে দিছপুৰত।
"জনতা ভৱন" সাজি
দেশৰ কামত মজি
কৰ্মৰ থাপনা সাজি সিংহ-মন্দিৰত
অহৰহ সেৱা কৰে মাতৃ চৰণত।

(২৩)

১৯৭৬ কংগ্ৰেছ মহাসভা, স্থান গুৱাহাটী
দেৱকান্ত বৰুৱা আহি ধৰিছে সাবটি।
বেলতলাৰ বশিষ্ঠ
দিছপুৰৰ ঘনিষ্ঠ
হাবি কাটি পুতে মাটি, হ'ই একমতি
যদিওবা সমুখত আছে লাটি-ঘাটি।

(২৪)

সিংহদেৱ "কোষাধ্যক্ষ", লয় গুৰুভাৰ
"হকিছে ছেমা" সভাপতি হ'ইছে নগাৰ।
আদৰণি ফুল পাহি
ল'ই সবে মাৰে হাঁহি
ভাই-ভাই মিলিজুলি হ'ইছে সংস্কাৰ
সাত ভনীৰ বিয়া বুলি কৰে নমস্কাৰ।

(২৫)

সমুখত শাৰী পাতি আছে সাতভনী
ফুলাম গামোচা ল'ই কৰে আদৰণি ;
ৰঙৰ কলচি আনি
নানা ৰঙে ৰঙ্ সানি
একমনে সেৱা কৰে চৰণ দুখনি
জননীৰ পূজা পাতি কৰিছে শুৱনি।

(২৬)

"মেঘালয়-প্ৰমিলা", সপোন কুঁৱৰী,
"অসম-উষাই" আনে প্ৰণয় মাধুৰী।
তেনেদৰে আছে আৰু
মুখে ভৰা হাঁহি বাৰু
"নাগালেণ্ড-উলুপী", বিলাই বাতৰি
"অৰুণাচল-ৰুক্মিণী", আনিছে আদৰি।

(২৭)

"ত্ৰিপুৰা-ত্ৰিপুৰী", ৰাণী কয় হিয়া খুলি
"মিজোৰাম-ধলেশ্বৰী", উঠে মূৰ তুলি।
সাত ভনীৰ আদৰ্শ
আৰু আছে পৰামৰ্শ
"মণিপুৰ-চিত্ৰাংগদা", গীতিকাৰ বুলি
অতীতৰ বুৰঞ্জী তাত আহিছে সমূলি।

(২৮)

এটা টকা দুটা পিঠি, কয় সবে খুলি
নেহৰু-ইন্দিৰা আহি চাই মূৰ তুলি।
ইন্দিৰাই দিলে হাত
নেহৰুৰ নাই মাত
জয়যুক্ত ইন্দিৰাই উঠে মূৰ তুলি
জাতীয় কংগ্ৰেছ হেনো নিস্তেজ সমূলি।

(২৯)

দলস'তে দেখা যায় মনত বেজাৰ
দেশ-সেৱাৰ নুগুছে সমুখ হেঙাৰ।
জাতীয় কংগ্ৰেছ খুলি
সবাকো আপোন বুলি
সিংহৰ মনত হেনো আনন্দ অপাৰ
গৰিষ্ঠ লাভৰ বাবে যদিও এক্কাৰ।

(৩০)

স্থিতপ্ৰজ্ঞ সিংহদেৱ হ'ই অগ্ৰসৰ
মাতৃৰ চৰণ সেৱি পালে আজি বৰ ;
ন্যায়ৰ প্ৰতীক ৰূপে
ভীষ্ম গুৰু স্বৰূপে
দূৰ কৰি দুৰ্নীতি সমুখ পথৰ ;
উন্নতি সাধিলে তেওঁ নৱ সমাজৰ।

(৩১)

গুণীৰ গুণত পূজা হ'ল আয়োজন
সিংহৰ হিয়াত হেনো উঠে আলোড়ণ
৯১ বছৰ আজি
ন-ৰূপে আহিছে সাজি
থাপনাত আছে, সেয়া! অগৰু চন্দন
ভক্তি-অৰ্ঘ্য ল'ই জনালো অভিনন্দন।



স্বভাৱ কবি ৰোহিণী কুমাৰ শৰ্মা নলবাৰী গামেৰিমুৰী গাওঁ নিবাসী মুক্তি যুঁজাৰু পণ্ডিত কৃষ্ণকান্ত শৰ্মা আৰু একনিষ্ঠ সমাজ সেৱিকা শ্ৰীমতী সভাপ্ৰিয়া দেৱীৰ পঞ্চম পুত্ৰ। শৰ্মা বৰ্ত্তমান বেলতলা-মৈদামগাওঁৰ কৃষ্ণপুৰৰ স্থায়ী বাসিন্দা। তেওঁ কামাখ্যা উচ্চতৰ মাধ্যমিক স্কুলত অধ্যক্ষ হিচাপে কাম কৰি ২০০৪ চনৰ মাৰ্চত অৱসৰ গ্ৰহণ কৰে আৰু ২০০০ চনত কৃতি শিক্ষক হিচাপে শিক্ষা বিভাগৰ বাজ্যিক বঁটা লাভ কৰি খ্যাতি অৰ্জন কৰে। শৰ্মাই কবিতা, নাটক, জীৱনী, প্ৰবন্ধ, অভিনন্দন, স্মৃতিগ্ৰন্থ, আলোচনী আদি প্ৰকাশ কৰাৰ উপৰিও দশম শ্ৰেণীৰ গণিতৰ পুথি লিখি মুঠ ৩১খন গ্ৰন্থ প্ৰকাশ কৰিছে। শৰ্মা বিভিন্ন সমাজ সেৱাৰ উপৰিও স্কুল, কলেজৰ পৰিচালনা কমিটিৰ স্থায়ী সভাপতি হিচাপে কাম কৰি আছে।



# "মণি হাৰা ফণী"

## শৰৎ চন্দ্ৰ সিংহলৈ অভিনন্দন

অশ্বিনী কুমাৰ বমা

শৰতৰ শেৱালি জুপি, ফুলি আছে থোপা থুপি
ভোমোৰাই ভ্ৰমি গুণ গায়;
জীৱন সংগ্ৰামৰ ক্লান্তি সততে আঁতৰি যায়
যদি তাত মৌ চুপি পায়।
ঈশ্বৰ প্ৰেৰিত দূত, মৰ্ত্ত্যত মানুহৰ ৰূপ,
শৰৎ সিংহ ৰূপে আহি লভিলা জনম;
সফল জনম পাই, সাধনাত ব্ৰতী হৈ,
মুখ্যমন্ত্ৰীৰ পদসেৱাত হ'লাগৈ মগন।
শৰৎ সিংহৰ শাসন নীতিৰ
পৱিত্ৰ পৰশ পাই;
ক্ষুধাতুৰ জনতাই, মনৰ আনন্দতে
দুবেলা দুমুঠি আহাৰ খায়।

## জীৱন আৰু কৃতি

প্ৰবীণ ৰাজনীতিজ্ঞ হৈ, শাসনৰ কৃতিত্ব লৈ
ধৰিছিলা দেশৰ গুৰি;
ৰাজহুৱা মনৰ, সুৰুঙা উপেক্ষি
পদব্ৰজে ফুৰিছিলা ঘূৰি।
গান্ধীজীৰ আদৰ্শ, সাৰোগত কৰি
ৰাইজৰ সাধিলা হিত;
সকলো গুণেৰে, অলংকৃত হৈ
তাতে সমৰ্পিলা চিত।
তোমাৰ সাধনাৰ বল, ঐক্য শান্তি সমিতিৰ ফল
তাৰে নিকা ভাবমূৰ্ত্তি দেখি;
সমৱেত কণ্ঠেৰে আজি, জয়ৰ ধ্বনি তুলি,
সাঁচিপাতত জিলিকাব লিখি।
নটা দশক গৰকা সিংহ, তৰুণ যুৱক হৈ;
জীৱন যুজত কীৰিটি ৰাখিলা শিৰত মুকুট লৈ।
অতনা গুণৰ অধিকাৰী তুমি, তোমাৰ গুণকে স্মৰি;
মচিব নোৱাৰা শৰৎ সিংহ নাম, ৰাখিব যুগমীয়া কৰি।
নেদেখা জনক আমি, কৰো প্ৰণিপাত;
শান্তিময়ী হওক তোমাৰ জীৱনৰ বাট।



**লেখক অশ্বিনী কুমাৰ বৰ্ম্মা এজন সমাজপ্ৰিয়, সাহিত্যপ্ৰেমী, নীৰৱ সমাজকৰ্মী, আৰু অৱসৰপ্ৰাপ্ত পেঞ্চনভোগী চৰকাৰী কৰ্মচাৰী। বৰ্ম্মাই ইতিমধ্যে এজন স্বভাৱকবি হিচাপে সমাজত প্ৰতিষ্ঠা লাভ কৰিছে।**

# হে মহান উদিত জ্যোতি

**শৰৎ চন্দ্ৰ সিংহলৈ অভিনন্দন**

**■ ললিতাময়ী তালুকদাৰ**

চম্পাৱতী পাৰৰ চাপৰ মৌজা
ভকত গাঁৱৰ ইতিহাস ৰাখি যতনে
অতিকৈ ধুনীয়া এই গাওঁখনি
মনত সাহস দেহত উদ্যম আছে সকলোৰে।
এই নৈয়ে পলস পেলোৱা পথাৰত
উপচি পৰা গেজেপ খোৱা ধান
সোণোৱালী শইচ গোটোৱা।।
আমাৰ খেতিয়ক মহামতি লাল সিংহ
তেওঁৰেই পুত্ৰ শৰৎ চন্দ্ৰ সিংহ
অসমী আইৰ দেৱদূত স্বৰূপ
অতি নিষ্ঠাবান।
ভকত গাঁৱৰ বোকা-মাটিত
লৈ হাভত ফলি পুথি

## জীৱন আৰু কৃতি

দেউতাৰ পৰাই ললা
পঢ়াশালিৰ শিক্ষা।
নাঙলৰ সীৰলুতেই পালা
শততাৰ জ্ঞান
যাৰ বাবে হলা তুমি
চিৰ জ্যোতিষ্মান।
ফল-মুলে ভৰা আদৰ্শ বাৰী
খেতিয়ক লাল সিংহৰ
তুমিয়েইতো ভাৰ বান্ধি লৈ
বাবাৰ লগত নিয়া হাটলৈ
হাটৰ পৰা উভতি আহোঁতে
নেওতা মুখস্থ গোৱা,
ৰামায়ণ মহাভাৰতৰ শুৱলা কাহিনী
বাবাৰ মুখে শুনা।
বাল্য কালৰ পৰাই কঠোৰ শ্ৰমেৰে
গঢ়িলা জীৱন তৰি
সেয়ে প্ৰতি পদক্ষেপত কৃতকাৰ্য্য হৈ
দেখুৱালা ইতিহাস গঢ়ি।
তোমাৰ নিখুঁত চৰিত্ৰ আৰু আন্তৰিক সৰলতা
ন্যায়পৰায়ণতা, শৃংখলাবদ্ধতাকেই জীৱনৰ
ব্ৰত কৰি ললা।
তোমাৰ জীৱনৰ জ্ঞানৰ আলোকৰ

ছাঁ যেন আমি পাওঁ, হে উদিত জ্যোতি (সূৰ্য্য)
এই মধুময় ধাৰাৰ ওপৰত
তোমাৰ শক্তিৰ অনুসৰণত
বহু শৰৎ চন্দ্ৰ সিংহৰ জন্ম হওক।
তোমাৰ সততা আৰু মহান আদৰ্শ
চিৰযুগমীয়া হৈ ৰওক।



---

লেখিকা ললিতাময়ী তালুকদাৰ এগৰাকী সমাজ সেৱিকা আৰু বিশিষ্টা কবি। তেওঁৰ ভালেমান গল্প, কবিতা ইতিমধ্যে বিভিন্ন বাতৰি-কাকতত প্ৰকাশিত হৈছে। বিৰুবাৰী সন্মিলিত মহিলা সমাজৰ সভানেত্ৰী, অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ অৱসৰপ্ৰাপ্ত বিষয়া। বিৰুবাৰীৰ বাসিন্দা।

# The Noble Saratda

■ *Jayanta Kumar Banerjee*
***(From West Bengal)***

It was in 1983 that I had the opportunity of meeting Shri Sarat Ch. Sinha for the first time. We were in a train going from Howrah to Ernakulam via Chennai, along with other party delegates from Eastern India, to attend at Cochin, a conference of our party, the Congress (S). He was by that time a former Chief Minister of Assam. At this very first meet all the delegates from West Bengal, including myself, became strongly attracted towards and deeply attached to this tall khadi clad simple and noble personality. That journey to Cochin in the very close and affectionate association of Shri Sinha, became an unforgettable memory, cherised by all of us. How gratified we had been!

Since that time I had the good fortune of being very closely with him as a younger brother, albeit and old man myself, at various party functions all over India. I spent nights with him in the same room of Assam Bhavans/Houses and other hotels and guest houses at various places like Guwahati, Imphal, Kolkata, Delhi, Nagpur, Chennai, Port Blair, Cochin etc. through out the length and breadth of the country. I had the opportunity to observe very closely his modus operandi and above all, his modus vivendi in their minutest details. Simply astounding. To me he was the last of the Gandhians.

So long as we, his sisters and brothers of W.Bengal, live, he will surely be there in our hearts.

Long live our beloved Saratda.

---

(The writer Dr. Shri J. K. Banerjee M.Sc., M.A. Ph.D. is a distinguished writer political thinker, social worker and noted educationist. He is the retired Principal of Uluberia College Howrah, West Bengal.)

# শরৎ বাবুর ঘর এলাকার ভারতের মকরধ্বজ

■ ধর্মনারায়ণ বর্মা

ভারতক সগায় কয় এক ডাঙর দ্যাশ। খালি ইঙার আয়তনতই ডাঙর নোঙায়, ইঙার সভ্যতা সংস্কৃতি আরো রাজনীতির ইতিহাসের ভিত্তি দেইখলে ইয়াক অতুলনীয় আর মহান না কয়া কী কবার জোখা?

এই ডাঙর দীঘল দ্যাশটা আবহমান যুগ ধরি এক্কেবারে আটা খায়া য্যানে আছে। কত ডাঙন ধরার চেষ্টা কতনাকান আঘাত এই দ্যাশটার উপরা দিয়া বয়া গেইচে, ত্যাঙ্ ইয়ার তেমন কোন অঙ্গপত্যঙ্গক হোসকেয়া নিবার নাই পায়।

সিন্ধুগঙ্গা ব্রহ্মপুত্রর পুত বারিধারা আরো বেদ, উপনিষদ, দর্শন, রামায়ন, মহাভারত ও পুরানাদির অমৃতময় বাণীর ধারা ঝে কোন ফাটক কঠিন আস্তরণ দিয়া আরো শক্ত বান্দনত বান্দি ফেলায়, যার ফলত কুনটে ছিটকি যাবার ক্ষেমতা কারো না আছিল।

কিন্তুক দেইখতে দেইখতে যেনে সউগ মহাস্ত্রের ধার নরম হয় গেইছে। কোন মন্ত্র, কোন ঝারা ফোকা আজি খাটিরে না চায়। আউলা নাছারি হয়া গেইলেক সউগ, সউগ চিন্তাধারা। এলা খালি হতাশা আর হতাশা।

এগভীর দুর্দিনত ভাট করি কবার পাই শরৎ বাবুর ঘরই এলাকার ভারতর মকরধ্বজ। সেইটা সত্য, ন্যায় আরো করণীয় কর্তব্য শত শত বাধাক ঠেলি ফেল্লি ঐলাক ধ্রুবতারা করি সন্মুখত ঘার উচা করি চলার ক্ষেমতা কয় ঝনার আছে? ঝেইলা ব্যক্তিত্ব অমুন করি চলেন বা চলি গেইচেন উমাক লক্ষ্য করি যেদু চলা যায় তাইলে সকুল সমস্যার সমাধান বা দিশা হয়া যাইবে।

# ধীরেন আক কৃতি

মাননীয় শরৎবাবু সারাজীবন কাজ পাগলা মানষি।

কোন এক মহাপুরুষ কইচেন—

'বাপুরে গছের তলাৎ নাত্তি কাটাইলও জাগাটাক সারি সামটি ঝক ঝকা করি নেওয়াই খাইবে"।

শরৎ বাবুর ঘরও অমুন পরিবার, সমাজ তথা দ্যাশ ধরি উমার কাজ দ্যাশের মানষিলার ভিতিরাৎ একটা সাবলীল সুসামঞ্জসপূর্ণ পরিবেশক সৃষ্টি করি সর্বোদয়ের ভিত্তি উমারলার নজর।

ক্যানে ঐলা কাথা পারা হইল? এইলা কি স্তোক বাক্য? মুঞ কবার চাং নোঙায়- এইলা হইলেক উমার সোদে মোর স্বল্পকালীন যোগাযোগের মূল্যায়নের ফসল।

শরৎবাবু সোদে দেখা করার সুযোগ পাইলং ১৯৭৬ সনত। উমরা সেলা মুখ্যমন্ত্রী। মুঞ সেলা নর্থবেঙ্গল কালচারাল এ্যাসোসিয়েশনের সহ সভাপতি। কবীর রায় প্রধানী M.L.A. গোলকগঞ্জ সমষ্টি। উক্ত সংস্থার থাকি কুচবেহার রাজবাড়ীর জাতীয়করণের বাদে খুবই দৌড়ঝাপ করির নাগটি। ৫০০ বছরের এ্যাক ইতিহাস, ঐতিহ্যবাহী রাজপ্রসাডের যবনিকা পাতত এ্যাক শ্রেণীর মানষি নিদারুণ উৎসাহী, খালি সেইটা নোঙায় রাজবাড়ীর মহামূল্যবান চিরিৎচারাৎ ট্রাকের পর ট্রাক বোজাই করি পালান পাট্টা দেওৱার ঘটনার পাতিৎ নাত্তির।

North Bengal Cultural Association যুবক বাহিনীক এইলা আটকাবার দায়িত্ব দিলেক। কিন্তুক যেটিখুনা ভিত্তিরা চোর— বায়রাচোর এককাট্টা সেটি কার সাধ্য কি রক্ষা করে। পশ্চিমবঙ্গ সরকার আরো ভারত সরকারের বিরুদ্ধত দায়িত্বহীনতা case কইরলেক N.B.C.A.। কিন্তুক দুঃখের বিষয় Cooch Behar Bar সহযোগিতা না করাৎ শিলিগুড়ি হাতে Advocate আনা হয়। Case অবশ্য …ocus standiর আছিলাৎ accepted হইলেক না।

পশ্চিমবঙ্গ সরকারক অধিগ্রহণ ব্যাপারত ধরা ইহলেক। রাজী হইল না সরকার।

দিল্লী চলো।

বুঝি সুজি ঠিক হইল— ঘরের পাছত না একটা খুটি আছে, অচি আগত যাই দেখি উমরা কী কয়।

তা যাই ক্যাং করি। গেইলেও যে সরাসরি কথা হইবে তার ভরসা কোটে? কাজেই কবীর রায়, করীর বাবু মোর দীর্ঘদিনের বন্ধু। N.B.C.A.র সভাপতি কুমার …দেবেন্দ্রনারায়ণ, সম্পাদক পর্বানন্দ দাস সহ ৭ জনার একটা টিম দিশপুরত কবীর

বাবুর কোয়াটারত যায়া হাজির ১৮/১২/৭৬ রবিবার। কবির বাবু সকাল ৬.৩০টাত আমাক রেডী হবার কইলেন। ৭ ঘটিকাত আমরা কবীর বাবুর সোদে রওনা কাড়াইলং। লক্ষ্য মুখ্যমন্ত্রী কোয়াটার। বেশি দূর তো নোঙায়, নক্তে পাইলং। কিন্তুক আমরা যায়া দেখি শরৎবাবু গাড়ী Starting অবস্থাৎ। উমরাৎ সাজি গুজি বাহির হইচেন। ঐ অবস্থাৎ কবীর বাবু আমারলার পরিচয় শরৎবাবুক দিলেন আর ক্যানে গেছি তায়ো কইলেন।

শরৎবাবু সেইলা উজ্জ্বল প্রৌঢ়কাল। জহরলাল নেহেরুর ধানী শাদা প্যান্ট জামা পেন্দা ওরা। রবিবার হইলেও যাওয়ার নাইগচেন জনতা ভবন। মোটরের উপুরাত এক পাও দিয়া আমারলাক কইলেন মোর সময়লা বাধা। সন্ধা বেলা কবীরক জাঁনাইম কুন সমাইত দ্যাখা হইবে। কয়া বিদ্যুগতিত চলি গেইলেক।

শরৎবাবুক ইয়ার আগত দেখং নাই। সেদিন যেনে দ্যাখা। দ্যাখলুং একটা কাজপাগলা মানষি আর কাজপাগলা মানষির সময়লা বাধায় থাকেই। ফিরিয়া কবীরবাবুর ঘরৎ গেইলং। পার্শ্বে চা দোকান। সভাপতিক বাদ দিয়া চা খাওয়ার গেচি।১৫ মিনিট পাছতে সংবাদ আসিল মাননীয় মুখ্যমন্ত্রী আমারলাক মুখ্যমন্ত্রীর কার্য্যালয়ে ডেকায়। চাখাওয়া কারো কারো হয়ে নাই। অমনি কাপ থুইয়া দৌড় জনতা ভবন। কবীর বাবু থাকাৎ পুলিস কিছুই কইল না।

দেখিলং শরৎবাবু খালি রুমত বইসা। নকস্কার করিয়া সোন্দাইলনং। একটা বিশাল টেবিল। উত্তর দিকত ৩/৪ সারি চেয়ার পাতা। টেবিলের দক্ষিণত শরৎ বাবু।

কাথা পারিল কবীর বাবু- রাজবাড়ীর ব্যাপারত। উমাক একটা Memorandum দিয়া কইলং 'স্যার রাজবাড়ী জাতীয় করণৎ তোমার সাহায্য আশা করি। সেই কারণত আইসা।' শুনি উমরা পুছ কইরলেক ওঠাকার সরকার কী কয়? কইলং সরকার চুপ চাপ। মন্ত্রীর ঘর কয়— টাকা নাই। ঐ টাকা কংগ্রেছ, ফরওয়ার্ড ব্লক পার্টি গুলা আচি কৃষি কলেজ করির বাদে চেষ্টা নাগাইচে।

কইলং N.B.C.A. রাজবাড়ীর জাতীয়করণ করি উয়াৎ মিউজিয়ম বানের আশা করে।

শুনি উমরা কইলেন "ঠিক সিদ্ধান্ত নিচেন। কৃষি কলেজ হইলে সেলা তোমরা কাঙো থাইকবেন না, সেলা রাজবাড়ীক ভাঙি মেসিন রাখার ঘর, কামলা কাজলা থাকার ডেরা বান্দিবে। ইয়ার পাছত শরৎবাবু শঙ্করদেবের সাথত চিলারায় ও মহারাজ নরনারায়নের সম্পর্কের ইতিহাস সোনাইলেন।

শ্যাষত কইলেক A.C.C.র সভাপতি দেবকান্ত বড়ুয়া Circuit Houseত। উমার সোদে রাজবাড়ীক নিয়া কাথা কন। এলায় যাও"।

এদি চা খাওয়ার পাছত আসিল গুয়াপান (মজাগুয়া আর পাণ)। এই দ্যাখি সগায় অবাক। Chief Ministerএর আফিস ঘরত বাড়ীর গুয়া পাণের বাটা! ভাবির পাওয়া যায়! সত্য কাথাৎ কওয়া যায়। সেলা দেহার ভিতিরাৎ আর বাইরাৎ যেনে মমত্ব বুদ্ধি জাগি উঠিল। ভাবির বাধ্য হলুং ইতিহাস সত্যবটে।

এর পাছত Circuit Houseএর ভিত্তি ঘাটা। অসি যায়া দেখি জন সমুদ্র। জনপ্রবাহের হস্কা Circuit Houseর ভিতিরাৎ যায় আর বাইরাৎ আইসে। যেনে বিরাম বিহীন।

ক্যানে না হইবে। ভারতের বৃহত্তম রাজনৈতিক দলের শ্রেষ্ঠ ক্ষমতাধর সভাপতি দেবকান্ত বড়ুয়া ইয়ার ভিতিরাৎ বসি।

পরায় একঘণ্টা কসরত করিয়াও ভিতিরাৎ সোন্দের মতন সুযোগ পাওয়া গেইলেকনা। কারণ আমরাও বহিরাগত। আগতে কোন লাইন টাইন করিবর পাই নাই।

এমুন করি থাইকতে থাইকতে পাছ ফিরি দেখি মাননীয় মুখ্যমন্ত্রী আমারলার পাছত খাড়া। আটাশ খায়া পুছলুং এটি তোমরা!

উমরা পুছিল দেখা হইচে? কলুং সুযোগ পাওয়ার ধরিনাই। সেই Memorandum খান উমাক দিয়া আসচি ঐখান মোর হাতত দিয়া কইলেক—

'এলা ভিতিরাৎ সোন্দান। এক নাকান ঠেলিয়া দিলেক আমারলাক। বোধ করি উমরা ভাবিচেন যে আমারঠে Memorandum এর copy না থাকির পায়।'

এলা পাঠক বর্গক পুচ করং

ভারতবর্ষ ক্যানে পৃথিবীর কোন দেশের কোন মুখ্যমন্ত্রী এমুন করি deputation টিমক যায়া সাহাস্য কইরবেন? স্থির বিশ্বাস মতত করার খোজং ইয়ার আগতও এমুনটা হয় নাই পাছতও হইবেনা। সেইবাদে করার চাই কর্তব্যনেশামত্ত শরৎবাবুই অনন্য মুখ্যমন্ত্রী যায় মান টান, অহঙ্কার টহঙ্কার না বুঝি কাজ কাজ খেলাত সউগ সমাইত ডুবি থাকেন।

সভাপতি দেবকান্ত বাড়ুয়ার সাথত সাক্ষাৎ করি খুব লাভ হইল্। Memorandum নিয়া উমরা কইলেক "ইন্দিরাজীর কাছত মুঞ এই ব্যাপারটা ডাঙ্গি ধরিম।" পাছত কইল আমরা ৯ লক্ষ টকা দিয়া চিলারায়ের মুর্ত্তি তৈয়ারি করছি, তোমরা নরনারায়নে মুর্ত্তির কী কইরলেন?

কইলং আমরা—

'স্যার, পশ্চিম বঙ্গ সরকার এতে উদ্যোগ নিতে নরাজ। উনি বললেন সিদ্ধার্থ বাবু ১টায় Circuit Houseএ আইসবেন উমার সোদে তোমাক নিয়া কাথা কইম।'

কিন্তুক সিদ্ধার্থশঙ্কর রায় (পঃ বঙ্গ মুখ্যমন্ত্রী) সার্কিট হাউসত না আসি Law Collegeয়ত গেইল বক্তৃতা দিবার বাদে। অদি অদি দার্জিলিং। Law College থাকি দেবকান্তবাবু ফিরি আইসলে উমাক কইলং সিদ্ধার্থ বাবুক তো পাইলং না?

দেবকান্তবাবু কইলেন— মুঞ ও দার্জিলিং যাইম। ইন্দিরাজী অচি আছেন। অতি খুনা সউক ব্যাপারত কাথা পারা হইবে। সভাপতিক ধন্যবাদ না দিয়া পারা না যায়। উমার কাথাৎ খুব ভাল পাইলং।

তবে ইয়ার, কয়েক মান পাছতই কংগ্রেছ সরকার ভাঙ্গি যায়। জনতা সরকারের প্রধানমন্ত্রী মোরারজীদেশাই দিল্লীত বইসেন। ৯-১০-৭৭ ইং তারিখত দিল্লীত মোরারজী দেশাইর নগত দেখা করি বক্তব্য জানাই। মোরাজী দেশাই সাহায্য করাৎ কাজ ভালে দূর আগবাড়ায়। মেলা কাঠ খড়ি পোড়াবার পাছত ১৯৮২ সনের ২০ সে মার্চ কুচবেহার রাজবাড়ী জাতীয় সৌধ হিসাবত ঘোষিত হয়। কিন্তু নরনারায়ণের মূর্ত্তিৰ আজিও সুরাহা হইলেক না।

আর একবার গৌহাটীৎ যাং। সেলা শরৎবাবু S. Congressএর All India President। S. Congressএর Officeয়ত গেলুং দেখা করার বাদে। সংবাদ পাও মাত্রক উমরা নামি আইসলেন। কাথা কওয়া আরম্ভ হইলেক। মেলা মেলা কাথা। কাথার ফাকতে উমাক কলুং, তোমার বিরুদ্ধত মেলা মানষির আভিযোগ আছে— অভিযোগ হইল- রাজবংশী মুখ্যমন্ত্রী হিসাবত তোমরা রাজবংশী সম্প্রাদায়র গোণে কিছুই করেন নাই। কুন সুযোগ সুবিধা রাজবংশীরা পায় নাই তোমার ঠাই। কাথাটা কয়া ভাবিতত পরলুং— বেয়ায় পাইলেক নাকি শরৎ বাবু- মুখা-মুখি এমুন কাথা!

কিন্তু পাছতে বুঝলুং— শরৎ বাবুতো বেয়া কিছুই নিলেন না- বরঞ্চ একটা ডাঙ্গর কাথা পারি মোক হতবাক করি ফেলাইলেন।

কইলেন উমরা— "মুখ্যমন্ত্রীর চেয়ারটা কার? রাজবংশীর না আসামের? যদ্দিন ঐ চেয়ারত থাকিম তদ্দিন মুঞ আসামের বাদেই কাজ করিম। খালি রাজবংসীর বাদে ক্যানে? রাজবংশী ঘর যদি যোগ্যতা নিয়া আগবাড়ায় মুঞ সগারে চায়া বেশী খুশী হইম। কিন্তু আযোগ্যক সাহায্য করাৎ মুঞ অপারগ।"

খোঁজ নিয়া দেইখচং— শরৎবাবু কথাত কাজে এক।

হাজার হাজার বছর বিতি গেইচে। কিন্তুক 'রাম রাজত্বের' মাহাত্ম্য এলাও ম্লান হয় নাই। এই রাম রাজত্বেও পাপ-পুণ্য, অভাব-অভিযোগ, সুখ-দুঃখ আছিলেক। ত্যাং কওয়া যায় এইলাক ঢাকি ফেলাইচে সত্যনিষ্ঠ, সমদর্শী, দারিদ্রপ্রেমিক, প্রজারঞ্জক সুশাসক রাজা রামচন্দ্রের অকল্পনীয় ব্যাক্তিত্ব। ন্যায়ানীতির বিচারত রাম রাজত্ব চির অতুলনীয় পৃথিবীত চির অকল্পনীয়। কিন্তুক ইহা অকল্পনীয় হইলেও গোটায় অবাস্তব নোঙায়। শরৎ বাবুর ঘর সেইটার পরমান দিচেন।

২০০৩ চনত ময়নাগুড়ি যোগিঘোপা রেললাইন নিয়া আসাম বাংলার সীমান্ত (বক্সির হাটত) এক জনসভা। পশ্চিম বঙ্গ সরকার ঐ মিটিয়ের বাদে শরৎবাবুক আমন্ত্রণ জানান। উমরা আগের দিন তুফানগঞ্জত সরকারি Guest Houseয়ত উঠচেন। পরদিন সকালত ফোন আসিল শরৎবাবুর। রায়ডাক পত্রিকার সম্পাদক শ্রী ক্ষিতেন্দ্র মোহন সরকারক নিয়া পেলুং দেখা করার বাদে। ৭-৩০ মিনিটে সাক্ষাৎ হইল। শরৎবাবু আমার বাড়ী যাবার চাইল— গেইলে দুই চুড়া যাবে। প্রস্তাব শুনি খুশী হলুং। তৎক্ষনাৎ ট্যাক্সি আনির বাদে ক্ষিতিনক কলুং। সরকারি ট্যাক্সিত আসেকে। কিন্তুক ট্যাক্সির কাথা শুনি কইল— ট্যাক্সি ক্যানে? দরকার নাই রিক্সা আনেন। ট্যাক্সি আইনলে যদি বেয়া পায় সেইবাদে রিক্সা আনা হইল। ৮ টার মধ্যত রিক্সা দিয়া বাইর হইলং। শরৎবাবুক রিক্সাত দেখি মানষিলা অবাক আর পুলিসত বেজার। কোন বডিগার্ডের ধার না ধারি শরৎবাবু রিক্সা পাছ্‌ত রাখি বারীর দিকত ঘাটা কাড়াইলং। সউগ দেখাইয়ার ঘর শরৎবাবু আর আমার কে দেখি বোকা বলি গেইল। উমার হিসাব যেনে মিলিরই চায় না। পশ্চিমবাংলা ক্যানে ভারতের কোন প্রাক্তন মুখ্যমন্ত্রী বাইরত এই নাকান ব্যবহার দ্যাখের পায় তা সগার ধারণার অতীত।

কিন্তুক দর্শকের ঘর কি চিন্তা কইরচেন যে অলপ পাইসার ঘ্যাসা বাইগণ কি খালি দুঃখাতি মাইনষের? তা নোঙায়— শরৎবাবুর নাকান্ ডাঙ্গর অদ্বিতীয় মানষির বাদেও। আর এতে মান-সম্মান যাওয়ারও কোন ঘাটাবই নাই।

**সাহিত্যকৃতিঃ —**

অতীব দুর্ভাগ্য নিয়া কবার চাং মাননীয় শরৎবাবুৰ লেখার সোদে মোর সাক্ষাৎ পরিচয়ের গণ্ডী ক্ষীন। তেংকবার চাং যেই দুই একটা প্রবন্ধ পড়চুং মোহিত হয়া গেছুং। একজন এতবড় রাজনীতিবিদ এত বেশি ব্যস্ত সমস্ত থাকার পাছতও এমুন মনোজ্ঞ প্রবন্ধ কেমনে লেখির পায় তা মোর কল্পনাত আইসে না। মোর লেখা 'কামতাপুরী ভাষা সাহিত্যের রূপরেখা' গ্রন্থের অভিনন্দন পত্র উমরা যা লেইখচেন তাতে উমরা যে একজন শ্রেষ্ঠ মাওয়ের ভাষা পুজারী তা প্রকাশ পাইছে। উমরা

লেইখচেন —

"একটা সমৃদ্ধ ভাষা সাহিত্য কি ভাবে নিষ্প্ৰভ হয়া আছে, তাহা ভাবিয়া আশ্চর্য্যান্বিত হই। তার জন্যে দায়ী আমরালা। আপনি একজন কীর্তিমান ভাষাবিদ, যশস্বী সাহিত্যিক। আপনার সাধানা আবশ্য সফল হইবে। বিশ্ব সাহিত্য সভাত কামতাপুরী ভাষা সাহিত্য শোভা পাইবে। এই দায়িত্ব আপনার উপরা অর্পিত হইচে। আপুনি নিশ্চয় আমার স্ববাকার এই আশাপূর্ণ করিবেন।"

গণতন্ত্রর একটা সাংঘাতিক দোষ আছে— ইয়াৎ নানান মতাদর্শত দেশবাসী ভাগ হয়া পড়ে। মতাদর্শের বৃত্তের আড়ালত শক্তিমান ও সত্যনিষ্ঠ মানষিলার প্রভাবো ঢাকা পড়িযায়। যতই আদর্শবান শুভকার হউক না ক্যানে অন্যবৃত্তত তা গ্রাহ্য হয় না। এই ফাকতেই আসি যায় বিচিন্নতা বাদের জন্মলগ্ন। সেই বাদে আজি মহৎব্যক্তিলার জীবন ধারা, কর্ম ধারার আলোচনা, অনুশীলন ও ব্যাপাক প্রচার হওয়া বাঞ্চনীয়। মাননীয় শরৎবাবুর মহান জীবনীর উপর আলোকপাতে গুণে "যে অভিনন্দন গ্রন্থ" প্রকাশ পাওয়ার ধইরছে তাতে মুঞ খুবি আনন্দ লাভ কইরচুং। শতবার ধন্যবাদ দেং গ্রন্থসম্পাদনা সমিতিক উমার মহৎকাজের জন্যেকার।

স্মৃতিগ্রন্থর সোদে এইরূপের গ্রন্থর গাভীর ফারাক আছেই। স্মৃতিগ্রন্থত লেখকের কিছুটা ফাকের স্বাধীনতা থাকে। কিন্তুক এই ধাকের গ্রন্ধ সত্যনিষ্ঠ বা বস্তুনিষ্ঠ। ইয়ার আর একটি মহামূল্যবান দিক হইলেক অভিনন্দিত ব্যক্তিত্ব তাঁর সারাজীবনে কর্ম কীর্তির মূল্যায়ন স্বচক্ষেই দেখি জানি যাবার পান।

পরিশ্যাষত কবার চাং মাননীয় শরৎবাবু এমুন গুণান্বিত্ব ব্যক্তিত্ব, কলমের ভাষাৎ উমাক প্রকাশ করা একেবারেই অসম্ভর ব্যাপার। খালি হৃদয় দিয়া উমার আতিমানবিক গুণাবলীর অনেক আস্বাদন করা যাবার পায়।

প্রার্থনা জানাং উমার সদাহাস্যময় মুখাবয়ব, সাম্যভাব, সৌম্য কান্তি আরো দীর্ঘদিন ধরি মানুষের শান্তির সহায়ক হউক। ■

**এই প্ৰবন্ধটিৰ লেখক ধৰ্মনাৰায়ণ বৰ্মা এগৰাকী বিশিষ্ট সমাজ সংগঠক, সুলেখক, সভাপতি, উত্তৰ বঙ্গ সাংস্কৃতিক সম্মিলন কোচ-বেহাৰ, সভাপতি ৰাইদাক পত্ৰিকা কমিটি, বিহাৰ, ফুফাগঞ্জ, উত্তৰ বঙ্গৰ বিভিন্ন সামাজিক, সাংস্কৃতিক, ধৰ্মীয় ৰাজনৈতিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত ওতঃপ্ৰোতভাবে জড়িত ব্যক্তি। বৰ্মা ডাঙৰীয়া কোচ-বেহাৰ জিলাৰ হৰিপুৰ গাওঁৰ লাঙ্গৰগ্ৰাম ডাকঘৰ অধীনৰ বাসিন্দা আৰু আমাৰ শ্ৰদ্ধাৰ আৰু মৰমৰ ব্যক্তি। তেখেতৰ লেখিনিটো ৰাজবংশী ভাষাত লেখা হৈছে।**

# মোর দেখা শরৎ চন্দ্র সিংহ

■ নরেন দাস

হামার দ্যাশের ৰাজনীতিত যে কয়ঝন সাচ্চা মান্‌ষি পোয়া যায় তার মাঝত্ জ্বল জ্বল করি যে নাম কিনা তারার মতন আজিও জ্বলছে— তার নাম হোলে মহান সেবক শরৎ চন্দ্র সিংহ। সেবক সিংহয় বুঝি আজি দ্যাশত বয়সে রাজনীতির নেতার ঘরের মাঝত প্রবীণতম ; যায় জীৱন ভর দ্যাশটা আর দ্যাশের মান্‌ষিলার সেবা করি গেইলে। কিন্তু সেবক সিংহ আজিও দ্যাশ আর মান্‌ষিলারঠে যথাযোগ্য সন্মান না পাইলে। কতয় আউল বাউল মান্‌ষিলাক কতয় সন্মান দিয়া দ্যাশের মান্‌ষিঠে তুলি ধরিছে তার ঠাই ঠিকনা হামার কাইচতা আর খুলিত্ খুজিলে অনেকলায় পোয়া যাবে। সেই বাদেই মহান যোগী আর সেবক পুরুষক অসমের দুই-চাইরঝন মান্‌ষি জানিলেও, অসমের বায়রা বাকী মান্‌ষিলা খপরে না জানে। সেবক সিংহর নাম কিনা ১৯৭৭ সনতে মোর মনত নাগিচে। সেই সমাইঅত্ কতুলা আউল বাউল মান্‌ষি শিলং হাতে গুয়াহাটিত্ অসমের রাজধানী আনির বেলা, সেবক সিংহক নানামতন করি কালিমালিপ্ত করিবার জইন্যে চেষ্টা করিছিল ক্ষুদুরিঘোংটা আর গোন্ধালী রাজনীতি দিয়া। কাথাটা দিল্লীও পৌছচি গেইল্ গোন্ধালী রাজনীতির হাত ধরিয়া। খবরের কাগজ তাকে নিয়া কম মাতা মাতি নাই করে। কাথা শুনিয়া মানী মোরারজী দেশাই গুয়াহাটি আসি সেবক সিংহের জীবন যাত্রার খোঁজ খবর নিলে, আর নিজেও সেবকের নগদ দেখা করিলে। সেবক সিংহর সিধা সোঙলত্ জীৱন যাত্রা, ঘর আর বিছিনাপাতি দেখি প্রধানমন্ত্রী মোরারজী দেশাই কইলে— 'মহাত্মা গান্ধী আজি বাঁচি আছে যার মাঝত, তায় হোলে অসমর মুখ্যমন্ত্রী শরৎ চন্দ্র সিংহ।' মানী দেশাই আরও কইলে যে, হামাক্ সোম্নাকে

মানী সিংহর মতন আদর্শ আর জীবন যাত্রা রক্ষা করিবার নাগে। সেই থাকি ব্যক্তিগত যোগাযোগ না থাকির বাদে - খপরের কাগজে মোর ভরসা হয়া থাকিল্। ইয়ার আগত সেবক সিংহর কাথা পথম মোর শিক্ষক ধর্মনাৰায়ণ বর্মা, মানী কুমার প্রমদেন্দ্র নারায়ন আর মোর মামা গান্ধীরাম বর্মণেরঠে ১৯৭৫/৭৬ সাল্‌ত জানিছু। উমরা কুচবেহার রাজবাড়ী অধিগ্রহণের দাবী নিয়া তামানঠে ঠাই না পায়া, শরৎ সিংহের নগদ গুয়াহাটীত দেখা করে। হাজার ব্যস্ততার মইধ্যত্ সিংহ উমার নগত য্যামন করি সোদরালী ব্যবহার করিছে তাতে উমরায় খালি মুগ্ধ নাই হয়। হামরাও হচি। সেবক সিংহ্ উমার কাথা শুনিয়া রাজবাড়ী অধিগ্রহণ নিয়া কাথাটাকে কেন্দ্রীয় সরকারেরঠে তুলিছিল আর উমাক্ কেন্দ্রীয় সরকারের নগদ দরবার করির বাদে সাইধ্যমতন সাহায্য করিছিল। সেইবাদে হামার পশ্চিমবাংলার নেতার ঘরের উন্নাসিক মনোভাব আর উত্তর বাংলার নেতার ঘরের বিরোধী মনোভাব থাকিয়াও, কুচবেহার রাজপ্রসাদখান কমবেশী ৫২ একর জমি সোদে অনেক টালাটালির পাছত অধিগ্রহণ হইছে। এই অধিগ্রহণ খালি কুচবেহার রাজবাড়ীকে রক্ষা নাই করে। সেই সাক্ষত উত্তরবংগ তথা উত্তর পূর্বাঞ্চলের ইতিহাসের শিলের খাম্বাটাক পোতে দিছে। সেবক সিংহের এই অবদানের কাথাটা উত্তৰ বংগরে মান্‌ষি কোনদিন ভূলির পাইবে না বুলি মোর বিশ্বাস।

সেবক সিংহক আজি উত্তর পূর্বাঞ্চলের ঘরের মান্‌ষি কইলে ভূল হোবে। সেবক সিংহ্ উত্তর বংগরেও ঘরের মান্‌ষি কিন্তুক অসম বা উত্তর বংগের মান্‌ষি তার খপরে না জানে। আর তার থাকি বড় কাথা হোলে সেবক সিংহ্ দ্যাশের সাম্প্রদায়িক সম্প্রীতির সেতু আর সংহতির প্রতীক। কিন্তু হামার দ্যাশের অইন অইন মাধ্যম তাক তুলি ধরির ব্যর্থ হইছে।

রাজনীতিত একনা কাথা সোগ্গায় মানে। কাথাটা হলে ভারতর রাজনীতির হিন্দী বলয়ত না থাকিলে, সেই রাজনীতির আর রাজনৈতিক নেতৃত্বের কোনয় গুরুত্ব না রয়। সেইবাদে বোধায় সেবক সিংহ গুরুত্ব পাইলে নাই। কিন্তুক দ্যাশের রাজনীতিত সেবক সিংহ্ গুরুত্ব পাইলে আর একঝন মহাত্মা গান্ধী বা একঝন আম্বেদকর বা একঝন জয়প্রকাশের মতন মান্‌ষি দ্যাশ পাবার পারিলে হয়। ক্ষমতা যে সেবক সিংহর একাশী লক্ষ্য না হয় তাক বুঝা গেইছে মানী প্রধানমন্ত্রী বিশ্বনাথ প্রতাপ সিংহর আমলত্। মানী বিশ্বনাথ প্রতাপ সিংহের মন্ত্রীসভা সেবক পুরুষক রাজ্যপাল হবার প্রস্তাব দিছিলে। কিন্তুক সেবক ত্যাগী পুরুষ অই প্রস্তাব খান আদর করিয়া সারেয়া থুইলে।

